# মৈথুন, অর্থত বিধ্বস্ত সকাল

অরুণ গোস্বামী






জ্যোতি প্ৰকাশন
পাণবজাৰ : গুৱাহাটী-১

**MAITHUN, ARTHAT BIDHASTA SAKAL**

**ARUN GOSWAMI**

*Published by Smti. Ila Sarmah*
*M/s Jyoty Prakashan, Panbazar, Guwahati*
*Price Rupees 40·00 Only.*

**মৈথুন, অৰ্থত বিধ্বস্ত সকাল**

**অৰুণ গোস্বামী।**

প্ৰকাশক / জ্যোতি প্ৰকাশন / গুৱাহাটী-১

প্ৰথম প্ৰকাশ/১৯৯৪

ছপা / সুনীল কুমাৰ নন্দী / শান্তনু প্ৰিণ্টাৰ্ছ / কলিকতা-৬

মূল্য : ৪০·০০ টকা।

## নামত

তেখেত ৰজাক ককাই নোবোলা লোক।

ৰজাই আঠু ল'বলৈ ক'লে তেখেত ৰকু ফিন্দাই থিয় হয়।

ৰজাই হাত দাঙিবলৈ ক'লে—তেখেতে মুষ্টিবদ্ধ হাত দেখুৱায়।

'৪২-ৰ গণ-আন্দোলন মঞ্চৰ আৰ-কাপোৰৰ আঁৰত থাকি তেখেতে জুই ধৰিছিল। তেখেত অন্যায়ৰ আজীৱন শত্ৰু। অসমৰ সংবাদ জগতত এনে কোনো শত্ৰুও নাছিল যি তেখেতৰ বদনাম ৰটাব পাৰিছিল।

নিজে ভাব বৈ' অনা স্বাধীনতাটোৰ স্বাধীন ভাৰত তথা ৰামৰাজ্যত তেখেত তাপিত, ক্ষোভিত আৰু বেদনাহত—যেন মাখিছালেৰে ঢাকি ৰাখিছে এজুৰা চিতা জুই,—সেইজন মোৰ সাহিত্যিক জীৱনৰ পিতৃস্বৰূপ শ্ৰী তিলক হাজৰিকা।

আৰু

তেখেতেও মোৰ লিখাৰ ওপৰত দহখন মুখেৰে গুণ-গান ৰখানি মোক মুখচত বহুৱাই লৈ, মই জুই আগুনিৰে লিখোঁ বুলি কৈ—পিচমুহূৰ্ততে মোৰ লিখাৰ দোষ—দুৰ্বলতাবোৰ পাঁচখন মুখেৰে ৰখানি মুখচৰ পৰা আজুৰি আনিব খোজে আৰু মোৰ লিখাকে তেখেতৰ আলোচনীলৈ প্ৰথম লাগে বুলিও দাবী কৰে; তেখেত মোৰ সোদৰোপম জ্যেষ্ঠজন অনিল বৰুৱা—অসমীয়া সংবাদ জগতৰ এই দুই মহাৰথী আৰু ৰথীৰ নামত এই "মৈথুন, অৰ্থাৎ বিধ্বস্ত স্বকাল" নিবেদন কৰিবলৈ পাই মই পৰিতৃপ্ত।

অৰুণ গোস্বামী

## সূচী

# মৈথুন, অৰ্থাৎ বিধ্বস্ত মকাৰ

[ এক ]

মোটোহা মোটোহ চাৰিটা মানুহ কোঠাটোলৈ সোমাই আহিছে। সিহঁত সোমাই অহা দেখি মাক আৰু জীয়েক দুজনী চুই দিয়া কেবেলুৱাৰ দৰে গোল হৈ পৰিছে। কুচি-মুচি গাৰ কাপোৰ-কানি টানি-টুনি ভৰিৰ সৰু গাঠিলৈকে ঢাকি পেলাইছে। তেনেতে উঁকি মাৰি মাৰি বেল এখন দুৱাৰ মুখেদিয়েই পাৰ হৈ গ'ল। পুখুৰীটোত হাতী এটাই নামি জাপ খাই থকা পদুম ফুলবোৰ শুবেৰে মোহাৰি মুখত ভৰাইছে। পুখুৰীৰ পানীত হাতৰ পৰা পকা মজিয়াত পৰি টুকুৰা-টুকুৰ হোৱা চীনা মাটিৰ থালখনৰ দৰে আহল-বহল জোনটো ভাগি টুকুৰা-টুকুৰ হৈ নাচি আছে। মানুহ কেইটা গৰপ্ গৰপ্ খোজেৰে কেচা মাটিৰ মজিয়া ফেনেকি আগবাঢ়ি আহিছে। মাক আৰু ছোৱালী দুজনী যেন বহাতে লাহে লাহে পলসত পৰা হাতীটোৰ দৰে তললৈ সোমাই গৈ আছে। মানুহ কেটাই সিঁহত কেজনীৰ গালে টৰ্চ মাৰি চাই হাঁহিবলৈ ধৰিলে যেন গৰৈ মাছ এটা উঠিব বুলি চিপ্ মৰা বৰশীত ডাঙৰ শ'ল মাছ এটাহে ধৰফৰাই উঠি আহিল। সিহঁতৰ ওচৰলৈ বিছনাৰ পৰা বগুৱা বাই বাপেকটো নামি আহিল। গ'লকীপাৰে পাতি দিয়া বলটো ফিল্ডৰ মাজলৈ গোৰ মাৰি দিয়াৰ দৰে বুঢ়া মানুহটোক সিহঁতে গোৰ মাৰি দিলে। বুঢ়া বাহৰ মাটিৰে লিপা চুণ দিয়া বেৰখনত কৰ্ফাল খাই পৰিল গৈ। সিহঁতে একেলগে জাপ মাৰি কেবেলুৱাৰ দৰে কোচখাই থকা মানুহ তিনিজনীৰ ওপৰত চোপ দি থকা মেকুৰীয়ে শালিকী চৰাইৰ ওপৰত জাঁপিয়াই পৰাৰ দৰে জাঁপিয়াই পৰিল। মেকুৰীৰ হাতোঁৰা আৰু মুখৰ

কামোৰত চেঁ-চেঁৱাই উঠা শালিকীৰ দৰে সিঁহত তিনিজনীয়ে চেঁ-চেঁৱাবলৈ ধৰিলে। বুঢ়ীজনীক ঠেলা মাৰি দি চাৰিওটাই ছোৱালী দুজনীক লৈ টনা-আজোৰা কৰিবলৈ ধৰিলে। ঠেলাত আঁতৰি পৰা মাকজনী পৰাৰ পৰা উঠি এটাৰ লোহাৰ দৰে টান হাত এটাত ধৰি টানিবলৈ ধৰিলে। এবাৰ মানুহজনীয়ে তাৰ হাতত কামুৰি দিলে। মানুহটোৱে ছোৱালীজনীক এৰি 'চালা তোকো লাগে নেকি' বুলি মানুহজনীক গৰা মাৰি ধৰোতেই মানুহজনীয়ে 'আই ঔ' বুলি চিঞৰ মাৰি দিলে। তিনি হাত আঁতৰত একেটা কোঠাতে অকলশৰে বিছনাত শুই থকা ৰামনাথ দেউ অৰ্থাৎ মানুহ-জনীৰ গিৰিয়েক উচপ খাই উঠিল। তেওঁ খপা-জপা কৰি চিঞৰি চিঞৰি সুধিলে, কি হ'ল? হয়নে বোলো কি হ'ল? কিবা সমাজিক-তমাজিক দেখিছানেকি? বুকুৰ ওপৰত হাতখন পৰি আছে হ'বলা। হয়নে বোলো কি হ'ল? হেৰা-বোলো শুনিছ-হঁতনে কি হ'ল? ৰাম দেও মানুহজনীৰ মাত এষাৰ পাবলৈ নাই—শুনিছহঁতনে? মানুহজনীয়ে তেতিয়া মোক-মোকায়েই আছিল, যেন চিঞৰিব খোজা মুখখনতহে কোনোবাই হাতৰ তলুৱাৰে সোপা মাৰি ধৰিছে। হঠাৎ মানুহজনীয়ে সাৰ পালে। সাৰ পায়েই কাষতে শুই থকা ইন্দ্ৰানীক খেপিয়াই চালে। ইন্দ্ৰানীয়েও সাৰ পাইছিল, কি হ'ল মা, কিবা সপোন দেখিছিলি নেকি? তাই সুধিলে।

—সমাজিক দেখিলেও মানুহে ইমানকৈ চিঞৰিব লাগেনে? শোৱাৰ লাগ-বান্ধ নাই, হাত দুখন চাগৈ বুকুৰ ওপৰত দি থৈছে। ৰামনাথ শৰ্মাই ক'লে। মানুহজনীয়ে পুৰাকৈ সাৰ পালে যদিও গাৰ কঁপনি মাৰ যোৱা নাছিল। ডিঙিটো খৰৰ কাকত এখনৰ দৰে খৰ্খৰীয়াকৈ শুকাই গৈছিল বাবে বহুত পৰলৈকে কথাকে ক'ব পৰা নাছিল। বৰ কষ্টেৰে সেপ অকণেৰে জিভা-ডিঙি তিয়াই মানুহজনীয়ে ক'লে, আপোনাৰ গাৰুৰ তলতে জুইচলা বাহটো আছে, কাঠি এটা জ্বলাওকচোন।

—ক'ত মোৰ গাৰুৰ তলত জুইচলা আছে ?

—আছে, মই শুবৰ সময়ত থৈ দিছো, ৰাতি বাহিৰলৈ উঠে বাবে গজেনহঁতৰ ঘৰৰ পৰা কাঠি কেইটামান আনি ভৰাই থৈছো ; আছে চাওকচোন। মানুহটোৱে খেপিয়াই খেপিয়াই জুইশলাটো উলিয়াই কাঠি এটা জ্বলাই বিছনাৰ তলত থকা চাকিটো জ্বলালে। চিঞাহী দোৱাত আৰু চাইকেলৰ টিউবৰ পিতলৰ নলীটোৰে ঘৰতে তৈয়াৰ কৰি লোৱা চাকিটো জ্বলিল। চাকিৰ পোহৰত দেখা গ'ল চাকিটোৰ তলিত যি কণ তেল আছে তাৰে কথমপি শলাকানিডাল তিতিছেহে। চাকিৰ ৰঙা পোহৰত মানুহজনীয়ে বিছনাতে বহি বাটিৰে ঢাক মাৰি থোৱা পানীৰ মগটোৰ পৰা বাটিটোত পানী বাকি লৈ কোট্ কোট্‌কৈ পিলে। ইন্দ্ৰানী আৰু ৰামনাথে ট-টকৈ চকু দুটা মেলি মানুহজনীক চাই আছে। পানী খাইহে মানুহজনীয়ে কথা ক'বলৈ আৰম্ভ কৰিলে, বৰ বেয়া সমাজিক এটা দেখিলো। কৈ মানুহজনীয়ে বিছনাৰ পৰা নামি হাতত চাকিটো লৈ কাষৰ কোঠাটোলৈ গৈ শুই থকা পুতেক মুকুলক চালেগৈ। সি সাৰ পোৱা নাই। টোপনিত লাল্‌কাল। আঠুৰাৰ ফুটাইদি ভিতৰলৈ মহ সোমাইছে। আঠুৰাখন দাণ্ডি মহবোৰ উলিয়াই দি আকৌ খুচি কাটি দি ফুটাটো ঢাক খোৱাকৈ গামোচাখন মেলি দিলে।

—যেনেকৈহে চিঞৰিলিহঁত, ওচৰ-চুবুৰীয়ায়ো সাৰ পাই উঠিল চাগৈ !

—কি সপোন দেখিলিনো মা ?

বৰ বেয়া সপোন। সমাজিকটোকে দিঠক দিঠক যেন লাগিল। ৰাতি পুৱাবলৈ কিমান পৰ আছে জানো ? কৈ মানুহজনীয়ে কোঠাটোৰ ভিতৰত চাৰিওফালে চকু ফুৰালে। তেল শুকাই যোৱা চাকিটোৰ শলাকানিত এঙেৰুৱা বান্ধিছে আৰু পোহৰটো ক্ৰমান্বয়ে ৰঙা হৈ যাবলৈ ধৰিলে।

—কেৰাচিন তেল কালিও নাপালে হ'বলা ?

—নাই।

—ডিপোৰ পৰা পৰহি তেল উঠাইছিলহে, দোকান নো-পাওঁতেই ক'তনো শেষ হ'ল? এই তেজখোৱাবোৰে দেশখন খালে।—ৰামনাথ দেউৰ কথাত যৈণীয়েক বা জীয়েক কোনেও একো নকলে। মানুহজনীয়ে ফু মাৰি চাকিটো নুমাই আকৌ বিছনাত উঠিল। বাৰীৰ মাজৰ কঠাল গছজোপাত ফেঁচা এটাই 'জী উঠ পো উঠ' বুলি বৈ বৈ চিঞৰিবলৈ ধৰিলে।—বেয়া কথাবোৰ ভাবি ভাবি মূৰটো ঘোলা কৰি থাকিলে সমাজিকত মানুহে তাকেই দেখে বুলি ৰামনাথ শৰ্মাই দুৰ্গা দুৰ্গা বুলি বাগৰ সলালে। বিছনাখনত পৰোতেই বুকুৰে-পিঠিয়ে শালি ষি শুলে মাৰি ধৰিলে নিচেইকৈ কমাই নাই ৰাতিৰ ৰাতিটো।

—দৈৰাই খোৱা নাছিল জানো?

—খাইছিলো-খাইছিলো। দেৱাইটোৰ জোৰতে অকণমান বাৰু পাই টোপনি গ'ল। দেৱাইৰ জালো কমিল বিষেও উক্ দিলে।

মানুহজনীয়ে একোকে নকলে। শত্ৰুৰ উমান পাই থিয় হৈ উঠা কেঁটেলা পহুৰ কাইটৰ দৰে মানুহজনীৰ গোটেই নোমবোৰে থিয় হৈ গ'ল অলপতে দেখা সপোনটোৰ কথাত। কাপোৰৰ তলতে গোটেই গাতে থিয় হোৱা নোমবোৰে বেজীৰে বিন্ধাদি বিন্ধিবলৈ ধৰিলে। অকল সপোনটোৰ বাবেই নহয়, ভৱানীৰ কথা ভাবিহে মানুহ-জনীৰ পেটৰ ভিতৰত কিবা এটা গোট মাৰি থেকেচা মাৰি দিয়া ৰবৰৰ বলটোৰ দৰে পেটৰ পৰা বুকুৰ মাজেদি ডিঙিলৈকে অহা-যোৱা কৰিবলৈ ধৰিলে। উঠা-নমা কৰিবলৈ ধৰিলে। উঠিছে নামিছে, নামিছে উঠিছে। এনেকৈ উঠা-নমা কৰোতে মাজে মাজে এনে ভাবহে হ'ল যেন খুন্দাত জীৱ ওলাই যাবগৈ। মানুহ যে ভয়ত মৰা বুলি কয় বোধহয় এনেকৈ ভয়ে গোট মাৰি বুকুত খুন্দা মাৰে আৰু তেতিয়াই দুৰ্বল মানুহ ঢলি পৰে। যোৱা সোমবাৰেই ঘূৰি আহিব লগা ভৱানী আজি শনিবাৰেও নাপালেহি। সেইবোৰকে ভাবি-চিন্তি

থাকোতে নিশা এডোখৰলৈকে মানুহজনীৰ টোপনি অহা নাছিল। টোপনি নহা দেখি উঠি গৈ তালুখন মাটি কলহৰ বাহি পানীৰে চপ্ চপীয়াকৈ তিয়াই লৈ আকৌ বিছনাত পৰিছিলহি। কেতিয়া টোপনি গ'ল ক'ব নোৱাৰে। আৰু সেই টোপনি থোৱা সময়কণতো এই ভয় লগা বেয়া সমাজিকটো দেখিলে। সমাজিকত দেখাৰ নিচিনা কথা আজি বহুত দিন ধৰি মানুহৰ মুখে মুখে শুনি আহিছে। কেতিয়াবা ভৱানীয়ে স্কুলৰ পৰা আহোতে কাৰোবাৰ পৰা খুজি অনা বাতৰিৰ কাকতখনো আজিৰ পালে গিৰিয়েকৰ চশমাজোৰকে চকুত সুমাই পঢ়ি চায়। তাতো সেই একেবোৰ কথা। তাতো সেই একেবোৰ বৰ্ণনা। দেশখনত কি কাল লাগিল জানো। সেই জহনীত মৰাবোৰে আন্দোলনটো আৰম্ভ কৰাৰে পৰাই বাতৰি কাকতবোৰত এনেবোৰ কথা ঠাঁহ খাই আছে। বুঢ়ী হ'লহি, আৰু আগলৈকে এইখন দেশত তেনেকুৱা ধৰ্ষণ-তৰ্ষণ, বলাৎকাৰৰ কথা শুনাই নাছিল। আগতে গোপন প্ৰণয়ত কাৰোবাৰ গাত লেঠা হয়, ৰাইজে বিচাৰ-খোচাৰ কৰি চোৰ ধৰে; থাপনাৰ আগত ভাগৱতৰ আগত শপত খুৱায়, চোৰক ছোৱালী চমজাই দিয়ে। কোনোবাই যদি অস্বীকাৰ কৰে বা ছোৱালীৰ দায়িত্ব নলয় তেতিয়া ঘৰতে জহৰা ফুকুউৱাৰ ভয়ত ছোৱালী আপোনঘাতিনী হয়। তেনেকুৱাবোৰ কথা তাহানি আছিল। কিন্তু বুঢ়ী থেৰী বাদ নিদিয়াকৈ দৰ্কাচ দৰ্কাচ খোৱাৰ কথা সাতপুৰুষেও শুনা নাছিল। আজিকালি বাতৰি কাকতবোৰৰ কথা বাদেই, ল'ৰা-বুঢ়া সকলোৰে মুখে মুখে ধৰ্ষণ কৰা, বলাৎকাৰ কৰাৰ খবৰেই খবৰ। আজিকালি পাট্চলা ইচকুলত পঢ়া পেন্দুকনা ল'ৰা-ছোৱালীয়েও ধৰ্ষণৰ কথা জানে।

আগেয়ে স্কুলৰ কামত বহুতবাৰ ভৱানী গুৱাহাটী-দিছপুৰলৈ গৈছে। যিদিনাই ঘূৰি আহিম বুলি কয়, সেই দিনাই যেনে-তেনে ঘূৰি আহিছেই। কেতিয়াবা এদিন থাকিলেই হোৱা কামো এৰি গুচি আহিছে ঘৰত চিন্তা হয় বুলি। কেতিয়াবা দিয়া দিনতকৈ যদি খুব বেছি দেৰি হৈছে এদিন, তাতোতকৈ দেৰি হোৱা নাই।

কিন্তু এইবাৰ সোম, মঙ্গল, বুধ....শনি – ছদিন দেৰি হ'ল। কোনো খবৰ-খাতি নাই। কেলেই চিন্তা নহ'ব! বাপেকে ক'লেই হ'বনে একো চিন্তা কৰিব নালাগে, হচ্‌কিল-মচ্‌কিল চৰকাৰী কামত দেৰি হয়েই বুলি— মাকবোৰেহে জানে। কিমান দুৰ্ভাৱনা, কিমান বেয়া চিন্তাই মুৰটোৰ ভিতৰত দপ্‌দপাই থাকে। সন্ধ্যা চাকি জ্বলাই নামঘৰত নামঘৰীয়াই মৰা ডবাটোৰ দৰে কালিৰে পৰা মানুহজনীৰ বুকুত মাজে মাজে ধপ্‌ধপ্‌নি উঠি আছে। কাকো কোৱা নাই। নকলে কি হ'ব কেতিয়াবা নিজৰ বুকুৰ ধপ্‌ধপ্‌নি নিজৰ কাণতেই ডবা কোবোৱাৰ শব্দৰ দৰে পৰে, ওচৰত বৈ থকাবোকে নুশুনিবনে ?

কি হ'ব পাৰে ছোৱালীজনীৰ! আনকালতো ইমান দেৰি নহয়। আজিৰ দিনত ঘৰৰ পৰা আঁতৰি থকা গাভৰু ছোৱালীৰ মাক-বাপেকৰ আৰু শত ফুটা থকা নাৱত উঠি ভৰা নদী পাৰ হ'বলৈ যোৱা যাত্ৰীৰ অৱস্থা একেটাই। কোন মুহূৰ্তত নাও বুৰে ঠিক নাই। তেনেদৰে কোন মুহূৰ্তত কি খবৰ পায় ছোৱালীৰ, তাৰো একো ঠিক নাই। টোকোনা ভিকহুৰ আজিকালি একো সহায়ো কাৰোবে পৰা পাবলৈ নাই। পকা-গেলা ক'ঠাল ভিতৰত থাকিলে বাহিৰৰ পৰা জাকে জাকে উৰি আহি বৰ মাখি পৰাৰ দৰে গাভৰু ছোৱালী থকা টোকোনা মানুহৰ ঘৰত ঠাণ্ডা পানী খাবলৈ বা পলাই থাকিবলৈ ডেকাগ্‌বুঢ়াৰ অভাৱ নহয়। কিন্তু বোলে এইটোকে সহায় কৰি দিয়া—তালৈ কোনো নাই। কোনো নাহে। অন্যৰ কথা কেলেই লাগিছে, নিজৰ সহোদৰবোৰৰে কোনো খা-খবৰ নাই, বোলে অমুকা বা অমুকী খাবলৈ পাইছনে—, দৰৱ জাতিৰ কিবা ব্যৱস্থা হৈছেনে ? নাই। শামুকৰ খোলাৰ দৰে নিজৰ পৰিয়ালটোৰ ভিতৰতে সকলো আবদ্ধ।

কাউৰীয়ে বৰ্মালিয়ালে। মানুহজনীৰ সমাজিকটো দেখি ভয় খাই সাৰ পোৱাৰ পৰা চকুৰ নোমে নোমে নালাগিল। নানান দুশ্চিন্তাই মুৰটো কেঁকোৰা খোলাদি খুলিছে। কাউৰীয়ে কা

কৰা শুনি সিধন বিছনাৰ পৰাই ৰামনাথ দেউৰে মাতিলে, হেৰ উঠহঁক-উঠহঁক, মোৰ সেই গুবিন প্ৰফেছৰৰ ঘৰত হোম যজ্ঞ ভাগ আছে। উঠহঁক। আগেয়ে আৰু গ্ৰহৰ হোম কৰিবলৈ যাওঁতে পূৰ্ণাহুতি নিদিয়ালৈকে ঠাণ্ডা পানী এঢোকো নাখাইছিলো, এতিয়া নোৱাৰো। শৰীৰ মাদ্যং খলু ধৰ্ম সাধনম্। পেটটো খালী থাকিলে পেটৰ ভিতৰত কুকুৰে কামোৰাদি কামুৰিবলৈ ধৰে। আগেয়ে তেনেকৈ নাছিল। সিবাৰ সেই আলকাটাৰাৰ দৰে ক'লা শৌচ হোৱাৰে পৰা পেটৰ ভিতৰত কুঁহিয়াৰতলি কোৰ মৰাৰ দৰে দমলা-দমল ঘাঁ হ'ল। লৰালৰিকৈ লুথুৰী অকণ বনাই দেহঁক, তাকে ফিকা চাহ এবাটিৰে সৈতে খাই যাওঁ। সকাম ভাগোতেও দুটামান বাজিব। উঠহঁক —, দুৰ্গা, দুৰ্গা।

—গাটো ঘঁদিহে বেয়াই, বুকুৰে-পিঠিয়ে শুল মাৰি ধৰিছে বুলি কৈছেই দেখোন, তেনেস্থলত লঘোনে-ভোকে সকাম কৰিবলৈ নগ'লে নহয়নে ?

—এনেকুৱা অবুজন কথাবোৰ সদায় কিয় কৰহঁক। মানুহ বুঢ়ী হ'লিহি, তেনেস্থলত এনেবোৰ কথা কিয় কৰ ? গুবিন প্ৰফেছৰ মানুহটোৰ হাতখন বলী। ঘৈণীয়েক জনীও ভাল। আজিৰ সকামটোত কাপোৰে-কানিয়ে, বস্তুৰে-বেহানিয়ে, টকাই-পইচাই নেহাইত কমেও দুশ-আঢ়ৈশ টকাৰ টিফাইট হ'ব—, সংসাৰ-খনৰ শুকান বালিত দুশ-আঢ়ৈশ টকাৰে জীপ দিব নোৱাৰি, তথাপি এটা প্ৰাপ্তি ; তাতে অসুখ বুলি যাব নোৱাৰিলে সেই বোন্দা মেকুৰীৰ দৰে চোপ দি থকা শিয়াল চকুৱা গোসাঁইটো ওপৰতে পৰিবহি। মাউৰত যোৱাটোৱে মাষ্টৰীও কৰে আৰু ভাল ভাল মানুহকেইঘৰৰ সকাম-নিকামো বুধি কৰি আগৰ পুৰোহিতৰ পৰা সৰকাই নি আছে। মুখৰ ছলাহী কথাৰ লগত কেম্বাৰীৰ মুখৰ ঔষধ-পাতি বেচা ফেৰীৱালাকেইটাও ফেইল মাৰিব। তই মানুহজনীয়ে সংসাৰখন তেনেই সহজ-সৰল হৈ আছে বুলি ভাবিছহঁক। তই ক'বহে লাগিছিল, বোলে যেনেতেনে যাওঁক।

[সুমিন [illegible]কেহবৰ ঘৰ হাতৰ পৰা হেৰোৱা আৰু খিৰতী গৰু-জনীৰ গোৱালি হেৰোৱাটো একেই কথা। হ'ব হ'ব, পিতৰ ব্যৱসায় গাত লাগিল যেৱে চকু দুটা মুদি তুলসীৰ আগত আগলি কলাপাতত পৰালৈকে নিস্তাৰ নহ'ব। উঠহ'ক বিহানে বিহানে বাহিৰ পাৰিলে দুপৰীয়াতে আজৰি হ'ব পাৰিম—দুৰ্গা-দুৰ্গা।

মানুহজনীয়ে একোকে নক'লে। কাষতে টৌপনিত নিহপাল দি থকা ইন্দ্ৰানীলৈ চালে। জেঠিটোমান-নিগনিটোমানকৈ মাটি এৰাই যোৱা বেৰৰ জলঙাৰে সোমোৱা পোহৰত মানুহজনীয়ে ইন্দ্ৰানীৰ মুখলৈ চাই যেন শিয়ঁৰি উঠিল। লাহে লাহে চকু ভললৈ চি অ্যৰু ভয় খালে। এই ভিকহুৰ ঘৰত তাই কি খাবলৈ পাইছে? ক'ৰ পৰা আহিছে মুখলৈ ইমান তেজ? বুকুত ইমানযোৰ মঙহ কেনেকৈ গোট খাইছে? পকা ঔটেঙাটোমানকৈ ইমান মঙহ ক'ৰ পৰা আহিল? কি আহাৰ আৰু কি সুখত দেহত এই তেজ-মঙহৰ হেন্দোলদোপ?

[ দুই ]

লুথুৰী অকণ খাই ৰামনাথ দেউ ওলাই যোৱাৰ পিচত মানুহ-জনীৰ মনটো চুই দিয়া কেচুসাপ এডালৰ দৰে জিক্‌জাক কৰি উঠিবলৈ ধৰিলে। আজিৰ যিটো দিনত নিজৰ দেহাটোৰেই বাওঁ-হাতে সোঁহাতক বিশ্বাস কৰিব পৰা অৱস্থাত নাই, তেনে সময়তে এজনীকৈ গাভৰু ছোৱালী ন দিন ধৰি ঘৰত নাই। যিটো দিনত আহিম বুলিছিল তাৰ পৰাও ছদিন পাৰ হৈ গ'ল। অথচ বাপেক-টোৱে কথাটোত গুৰুত্বও দিয়া নাই, একোকে চিন্তাও কৰা নাই। ইন্দ্ৰানীয়ে গা ধুই আছে। মুকুল শোৱাৰ পৰা উঠাই নাই। বাহিৰৰ কোঠাটোৰ ভগা মুঢ়াটোত বহি মানুহজনী জলভৰ হৈ আছে।

গাৰ্ৰ্তে ভৱানীয়ে এথন এম-ই স্কুল খুলিছিল। ঘৰৰ পৰা অহাই-যোৱাই কিছু কিলোমিটাৰ চাইকেল মাৰি অহা-যোৱা কৰি

কলেজত পঢ়িছিল। বি-এ পাছ কৰাৰ পিচত তিনি-চাৰি বছৰমান চাকৰি বিচাৰিলে। আগেয়ে আন্দোলনত মৰণ পণ কৰি লাগিছিল যদিও সেই চৰকাৰৰ দিনত চাকৰিৰ নামত কোনো মন্ত্ৰী, এম-এল-এৰ পৰা আশ্বাস এটাকে নাপালেতো নাপালেই অন্যকি ইতিমধ্যে খুলি লোৱা এম-ই স্কুলখনৰ বাবে চৰকাৰী অনুমতি এটাও ল'ব নোৱাৰিলে। প্ৰথমতে গাৱঁৰ নামঘৰটোতে এম্-ই স্কুলখন আৰম্ভ কৰিছিল। ভৱানীৰ মানুহক বুজাব পৰা শক্তি আছিল। তাই বুজাই দিলে যে স্বাধীনতাৰ দুকুৰি বছৰ পাৰ হৈ যোৱাৰ পিচতো এইখন গাৱঁৰ পৰা চাৰি কিলোমিটাৰ খোজ কাঢ়ি গ'লেহে ল'ৰা-ছোৱালীয়ে ইংৰাজী স্কুলত পঢ়িবলৈ পায়। তাই আৰু বুজাই দিলে, বোলে গাৱঁতে চাৰিটাকৈ ল'ৰা-ছোৱালীয়ে বি-এ, বি-এছ-চি, পাছ কৰি ফপৰা কুকুৰৰ দৰে টলৌ-টলৌকৈ চাকৰি বিচাৰি ফুৰিও কতো যোতিয়া পিয়ন চকীদাৰৰ চাকৰি এটাও যোগাৰ কৰিব পৰা নাই—গাৱঁতে কাম কৰো। যাদৱ দোকানীয়ে কথাটোত হয়ভৰ দিলে। তেওঁৰো অৱশ্যে স্বাৰ্থ এটা আছে। গাৱঁৰ ভিতৰত সকলো বস্তু বেছি দামত হ'লেও পাব পৰাকৈ তেওঁৰ এখন দোকান আছে। সেইখন গাৱঁৰে নহয়, ওচৰে-পাজৰে চাৰি-পাঁচখন গাৱঁৰ বাইজ তেওঁৰ দোকানলৈ আহিব লাগিবই। তেওঁৰ ওপৰত মানুহৰ ভৰসা থকাৰ আৰু এটা কথা হ'ল যে এক ফাৰ্লংমান ঠেলা-ঠেলি কৰিলে ষ্টাৰ্ট হোৱা এখন এম্বেছেদৰ গাড়ী আছে। বিয়া, সকাম, ৰোগীক হস্পিটেললৈ নিয়া, গৰ্ভতে উভতি থকা সন্তানৰ গা-ভাৰী মাইকীক চিভিল হস্পিটেললৈ নিয়াৰ নিচিনা কামবোৰ কৰিবলৈ যাদৱৰ এক ফাৰ্লং ঠেলিলে ষ্টাৰ্ট হোৱা গাড়ীখনৰ বাহিৰে কোনো গত্যন্তৰ নাই। তেওঁক মনাৰ সেইটোও এটা কথা। আৰু এটা কথা হ'ল যে চৰকাৰৰ ৰিজাৰ্ভ বেঙ্কতো কেতিয়াবা নগদ ধনৰ অভাৱ হ'ব পাৰে, কিন্তু যাদৱ দোকানীৰ চন্দুক কেতিয়াও খালী নহয়। ধনৰ বিনিময়ত বস্তু দিলে নাইবা বন্ধকত থলে যাদৱ

দোকানীৰ হাত উদাৰ। যাদৱ কাইদেউৰ লগতে বা কোনোবা মাক-বাপেকে 'যাব খুজিছ যদি যাদৱ দাইটিয়েৰৰ লগতে গৈ নাহ কেলেই, সপ্তাহত দুই-তিনিদিন টাউনলৈ গৈ থাকে। ঘৰৰে ল'ৰা তাৰ লগতেতো গৈ ডাক্তৰক পেটটো দেখুৱাই আহিব পাৰ' বোলা গাভৰু ছোৱালীক যাদৱ দোকানীয়ে নিজৰ দৰে লগতে নি ডাক্তৰ-কবিৰাজক দেখুৱাই, চিনেমা-তিনেমা চোৱাই, দুই-একক শাৰী, ব্লাউজ, ব্ৰা আদিও দিহে ঘৰত নমাই দিয়েহি। যাদৱ কাইদেউ বা যাদৱ মামা বা যাদৱ দাইটিৰ লগত যদি কোনোবা ভনী, ভগিনী, ভতিজীয়ে যাবলৈ ইতস্ততঃ কৰে সেইজনী ছোৱালীৰ চৰিত্ৰ বেয়া। তাইৰ চৰিত্ৰৰ বিষয়ে যাদৱ দোকানীয়ে, 'তহঁতে কিটো জান মোক সোধ ?' বুলিব পৰাকৈ জানে আৰু জনায়। সেই ফালৰ পৰা যাদৱ দোকানীয়ে চৰিত্ৰ বেয়া ভৱানীৰ এম-ই স্কুল পতা কথাটোত সমৰ্থন দিব নালাগিছিল যদিও এক দূৰদৰ্শিতাৰ বাবে তেৱেঁইহে এদিন এখন মিটিঙত প্ৰস্তাৱ দিলে, বোলে নামঘৰত স্কুল কৰাতকৈ আমি দেখোন এল্-পি স্কুলখনৰ লগতে বাঁহ-খেৰেৰে ঘৰ এটা সাজি ল'ব পাৰো। নামঘৰত যিকোনো গা-ৰে সদায় সোমোৱাও বেয়া—গতিকে নিজাকৈ ঘৰটো হয় মানে এল্-পি স্কুল-খনতে পুৱা ছয় বজাৰ পৰা চাৰে ন বজালৈকে এম্-ই স্কুলখন হওক, তাৰ পিচত দুকোঠলীয়া ঘৰটো ওলালে তাত নিয়মিতকৈ স্কুল বহক। মই সিদিনা চাৰ্কিট হাউছত এম্-এল-এৰ লগত কথা পাতোতে তাকেহে কলে, বোলে স্কুলে গ্ৰাণ্ট পাবলৈ হ'লে নিজাকৈ ঘৰ-মাটি লাগিবই। মানি ল'লে।

যাদৱ দোকানীৰ দূৰদৰ্শিতাটো হ'ল যে ক্লাছ ছিক্সৰ পৰা বায়েকৰ ঘৰত থাকি পঢ়া যাদৱৰ খুলশালী ছোৱালী এজনী হায়াৰ ছেকেণ্ডেৰী পাছ কৰি বায়েকৰ ঘৰতেই আছে। অলপ মুখ আগলিকা সাহসী মাইকী মানুহে পথাৰত ভূঁই ৰোওতেও আলোচনা কৰে, বোলে বেথাই মানুহ হোৱাৰ এবছৰৰ পিচৰ পৰাই তিনি-ছিয়েকৰ ফালৰ কেবাটাও খহাইছে। অন্যৰ হোৱা হ'লে চেহেৰাও

বেয়া হ'লহেঁতেন, কথাও ফাটি-ফুটি গ'লহেঁতেন, এতিয়া প্ৰতাপী ধনী মানুহ বাবে কোনে ক'ব, কোনে আঙুলি টোৱায়। মানুহে ভবা মতে যাদৱে তাইকো ৰাখিব, কিন্তু বৈণী কৰি নহয়, গাড়ীত থকা স্পেয়াৰ চকাটোৰ দৰেহে। গতিকে যদিহে ভৱানীয়ে পতা স্কুলখনত ৰেখাকো সুমাই দিয়া হয়, তেতিয়া হলে আজীৱন তাই বায়েকৰ লগতে থাকিব লাগিব আৰু কদাচিত বিয়া বাৰু দিবলগীয়া হ'লেও ওচৰে-পাজৰে চাইচিতি দি হাতে ঢুকি পোৱাতে থ'ব পৰা হ'ব। সেইবাবেই যাদৱ দোকানীয়ে এইটো প্ৰস্তাৱ আগবঢ়ালে। অকল সিমানেই নহয়, এমাহমানৰ পিচত যাদৱে স্কুলতে আৰু এখন ৰাজহুৱা সভা পাতি ঘোষণা কৰিলে, বোলে তেওঁৰ মাকৰ নামত স্কুলৰ ঘৰটো আশী ফুট দীঘল, ত্ৰিছ ফুট বহল কৰি তেৱেঁই সাজি দিব। কথা মতে কাম। চাৰি মাহমানৰ মুৰত ঘৰত হেমদা দত্ত এম-ই স্কুলৰ পকাঘৰ উদ্বোধন কৰিলেহি বিধায়ক নৰেন দুৱৰাই। দুৱৰা সেই ৰাতি যাদৱৰ ঘৰতে থাকিলো। থাকিব বুলি জানিয়েই যাদৱে 'দচ কুম্পানী'ৰ পৰা তিনিটা বিলাতীৰ বটল আনি থৈছিল। ৰেখাই আকৌ মুৰ্গি ভাল বনাব পাৰে। তাতে ৰেখা হেমদা দত্ত এম-ই স্কুলৰ এগৰাকী লেখৰ শিক্ষয়িত্ৰীও।

সেই চৰকাৰ ভাগিল যদিও হেমদা দত্ত মধ্য ইংৰাজী বিদ্যালয় ভৱানী দেৱীৰ তত্ত্বাৱধানত চলি থাকিল। যাদৱে এইবাৰ এটা সুবিধা ল'লে। তেওঁ প্ৰচাৰ কৰি ফুৰিবলৈ ধৰিলে যে এইবাৰ আগৰ দৰে চৰকাৰ পাতিব নোৱাৰে আৰু মোহন বড়াহঁতৰ দলেহে চৰকাৰ পতাতো খাটাং। সেইবাবে আমি নেভৌটি পানী সিচিবলৈ ন'লৈ এতিয়াৰ পৰাই মোহন বড়াহঁতক হাতত ৰাখিব লাগে। যাদৱে কেবাবাৰো ভৱানীক মোহন বড়াক লগ কৰিবলৈ টাউনলৈ যাবলৈ লগ ধৰিছিল যদিও ভৱানী নগ'ল। নিমপাতৰ শাৰী যেন চেলাউঁৰিৰ পৰা ওখ বুকুখনলৈ পোনে পোনে চকু নমাই যাদৱে ক'লে, নহয়, তুমি বোৱা হ'লে ভাল আছিল—যিহেতু তুমি

স্কুলখনৰ হেড্‌মাষ্টৰণী হৈ আছো। আৰু মোহন বড়াহঁত এইবাৰ জিকাটো খাটাং।

ভৱানীয়ে অৱশ্যে মোহন বড়াহঁতক বা নবেন দুৱৰাহঁতক খাতিৰ নকৰিলেও হ'ব বুলি ভাবিছিল। ভৱানীৰ ভায়েক মুদুল পাঁচ বছৰমানৰ আগেয়ে এবাৰ চাকৰি বিচাৰি গুৱাহাটীলৈ গৈ বহুত দিনৰ মূৰত ঘূৰি আহিছিল। ঘূৰি অহাৰ পিচত ল'ৰাটো কিছুদিন গুম্ হৈ বহি আছিল। চাইকেল মাৰি মাৰি মাজে মাজে টাউনলৈ গৈছিল। কেতিয়াবা ৰাতি থকাকৈ দুই-এটা ল'ৰাও আহিছিল। ৰাতিৰ ৰাতিটো কথা পাতে। কেইমাহমানৰ পিচত মুদুল কোনিবা গুচি গ'ল। এবছৰমানৰ মূৰত শুকাই-খীণাই মুখত এমুখ দাঁড়ি লৈ ওলালহি। বোলে সি আল্‌ফাত জইন কৰিলে—কাচিনত ট্ৰেইনিং লৈ আহিল। কথাটোত ঘৰখন তিনি দিনমান নিস্তব্ধ হৈ পৰিল, যেন মৰাঘৰীয়াহে। সি গ'লগৈ। মাজে মাজে আহে। এবাৰ মুদুলেই আহি বায়েকক ক'লেহি, বোলে তই স্কুল চলাই থাক, আমি টকা দিম। আমি বছৰেকত তহঁতৰ স্কুলৰ বাবে এক লাখকৈ টকা দিয়াৰ সিদ্ধান্ত লৈছো। তাৰ লগত সেইবাৰ সি 'ছাৰ' বোলা এজনো আছিল। সেই ছাৰ দেখাত মুদুলতকৈ ডাঙৰ আছিল আৰু প্ৰায়োজনতকৈ বেছি গম্ভীৰ আছিল। তাৰ পিছত মাত্ৰ এবাৰহে মুদুল ঘৰলৈ আহিছিল— আৰু নাই অহা। তিনি বছৰ গ'ল—মুদুল অহা নাই। ছমাহ-মানৰ আগেয়ে গোলাঘাটৰ পৰা ভৱানীৰ ডাঙৰ বায়েক শিৱানী আহিছিল। তাইহে ফুচ-ফুচাই ক'লে, বোলে মুদুলক হেনো মাৰি পেলাইছে। ভৱানীয়ে কিছুদিন ধৰি তেনে এটা কথাকে অনুমান কৰি আছিল বাবে তাই বায়েকৰ মুখত কথাটো শুনি চিঞৰ মাৰি নিদিলে। ইন্দ্ৰানীয়ে 'অ' মা' বুলি চিঞৰ মাৰিব খোজোতেই বায়েকে মুখতে হাতৰ তলুৱাৰে সোপা মাৰি ধৰিলে। শিৱানীয়ে ক'লে, বোলে আলফাৰ শীৰ্ষস্থানীয় নেতা এটাই খবৰটো দিছে। হেনো সি সংগঠনৰ ভিতৰতে থাকি সংগঠন

বিৰোধী কাৰ্য-কলাপ কৰিছিল বাবেই তাক সংবিধান অনুযায়ী চৰম শাস্তি দিয়া হ'ল।

মাক-বাপেকৰ পৰা কথাটো গোপন কৰিলে যদিও ভবানী কেৱা নিশাও শুব নোৱাৰিলে। সংবিধান? কি সংবিধান সেইখন? ইমান দুনীতি পৰায়ণ, ধৰ্ষণকাৰী, মদাহী মন্ত্ৰী বিধায়কক সেইখন সংবিধানে ঢুকি নাপায়নেকি? আল্ফাৰ নামত ধন দাবী কৰি ফুৰা, মদ খাই মাতলামি কৰা, ছোৱালীৰ লগত ৰাতি একেখন বিছনাতে শুই বিপ্লৱ কৰা, ব্যক্তিগত আখেজত মানুহ হত্যা কৰা সদস্য সকলক সেই সংবিধানে অনুমোদন দিছে নেকি? সেই সংবিধানৰ কোন দফাত সেইবোৰ কথা আছে? মুদুলেনো কি কৰিছিল? এইবোৰ কামৰ কোনোটোৱেই মুদুলে কৰিছে বুলি তাই বায়েকজনী হৈয়ো ভাবিব নোৱাৰে, সবুৰে পৰাই পাইছে। তেনেহ'লে কি সংবিধান-বিৰোধী কাম কৰিলে? সেই পৰন গগৈ বোলা মন্ত্ৰীটো—যি অনবৰতে মদ খাই লেলেটিয়াই থাকে, যাৰ মুখৰ আগত পৰিলে বুঢ়ী-থেৰি জীয়াৰী-বোৱাৰীয়ে নিস্তাৰ নাপায়,—ক'তা তাৰ গাড়ীতে দেখোন আলফাৰ নেতাবোৰ ফুৰে। তাৰ লগত তোলা ফটো সি নিজেই দেখুৱাই ফুৰে। মুদুলক প্ৰাণদণ্ড দিয়া সংবিধানে কেনেকৈ তাক স্বীকৃতি দিছে? সেই সংবিধানৰ গণ্ডীত থকা নেতাবোৰে কেনেকৈ তাৰ হৈ বাগানে বাগানে গাৱেঁ গাৱেঁ ভোট বিচাৰি ফুৰে? ভবানীৰ টোপনি অহা নাছিল।

সিহঁতে ভাবিছিল মাকে একো কথাকে গম নাপায়। আগেয়ে অহাৰ দৰে সংগঠনৰ ল'ৰা ললিত আৰু মাধৱ আহিছিল ৰাতি থাকিবৰ বাবে। হঠাৎ মাজ-নিশা বিছনাৰ পৰা উঠি আহি মাকে ললিতৰ বুকুত ধৰি বাঘিনীৰ মূৰ্ত্তি ধৰি সুধিছিল, কোৱাচোন, সঁচাকৈয়ে মুদুল জীয়াই আছেনে? মেকুৰীৰ দুপাৰি দাঁতৰ মাজতসোমাই থকা ডালশলীয়াৰদৰে ললিত আৰু মাধৱ থক-থক্কৈ জিকাৰি জিকাৰি কঁপিছিল। সিহঁতে মুখেৰে একোকে ক'ব পৰা-

-নাছিল। গাবু এটা দলি মাৰি দিয়াৰ লগে মাধৱক বিহ্নাশনলৈ ঠেলা মাৰি দি মানুহজনীয়ে মজিয়াত বাগৰি বুকু ভুকুৱাই কান্দিছিল। ভৱানী, ইন্দ্ৰানী, মুকুল আৰু বাপেকে মানুহজনীক ধৰি ৰাখিব পৰা নাছিল। কাষৰ দদায়েকৰ ঘৰৰ মানুহে সাৰ পাইছিল যদিও কোনো অহা নাছিল, কাৰণ তেওঁলোকে দুটা আল্ফাৰ ল'ৰা অহাৰ কথাটো গম পায়।

ললিত নহা হ'ল যদিও মাধৱ প্ৰায়েই আহে। মাহেকত এবাৰ হ'লেও আহে। ভৱানীয়ে আঁৰ চকুৰে চাই এই কথা গম ধৰিব পাৰিছে যে ইন্দ্ৰানীৰ লগত মাধৱে অলপ বেছি হ্লিগলি কৰে। ভৱানীয়ে ভাবিয়েই ল'লে যে মাধৱ কোনো বিপ্লৱৰ কামত সিহঁতৰ ঘৰলৈ নাহে—আহে ইন্দ্ৰানীৰ সান্নিধ্যৰ বাবেহে। ভৱানীয়ে মাকে নুশুনাকৈ ইন্দ্ৰানীক কেইবাদিনো সাৱধান কৰি দিলে। কিন্তু লাহে লাহে পিচলৈ মাধৱৰ স্থান ল'লে প্ৰভাতে। এয়া জানো প্ৰেম। তিনিবাৰ দিও মেট্ৰিকটো পাছ কৰিব নোৱাৰাৰ ইও এটা কাৰণ বুলিও তাই ক'লে। এইবোৰকে দেখি ভৱানীয়ে ভাবি লৈছিল যে কিজানি বিপ্লৱৰ নামত মুদ্ৰলেও ক'ৰবাত এনেবোৰ কামকে কৰিছিল! কিজানি বিপ্লৱৰ নামত জধেমধে টকা তুলিবলৈ লৈছিল—নহ'লেনো তাইৰ স্কুললৈ বছৰেকত এক লাখ টকাকৈ দিয়াৰ প্ৰতিশ্ৰুতি কেনেকৈ দিছিল?

* * *

চ'ৰা ঘৰতে ভগা মুঢ়াটোত আকাশ-পাতাল ভাবি মানুহজনী বহি থাকোতেই ব্ৰজেন ওলালহি। কেতিয়া ক'ত চাইকেলখন থৈ ব্ৰজেন সোমাই আহিল ভৱানীৰ মাকে একো গম নাপালে। ব্ৰজেনে সোমায়েই বহি থকা মানুহজনীক দেখি থত্মত খালে। ঠিক একেদৰেই উচপ খাই উঠিল মানুহজনীও। —মাহী, ভৱানী আহিলনে? সমন্ধত একো নহয় যদিও ব্ৰজেনে মানুহজনীক মাহী বুলি মাতে। ব্ৰজেনৰ একো চাকৰি-বাকৰি নাই—বাতৰি কাকত কেইখনমানৰ স্থানীয় সাংবাদিক। মানুহে ভবা মতে ভৱানীৰ

মনত ব্ৰজেনৰ ভালপোৱা আছে আৰু এই ভালপোৱা বোজে কলেজত পঢ়া দিনৰে। কলেজত ব্ৰজেন ভৱানীতকৈ দুবছৰ আগত আছিল। দিনটো পুৰণা চাইকেলখন লৈ ব্ৰজেনে সংবাদ বিচাৰি ফুৰে। চৰকাৰী মাষ্টৰ সাংবাদিকবোৰৰ দৰে ব্ৰজেনে ন'গৈ পঙ্গাৰ্ৰ বাতৰি নকয়। মাষ্টৰ সাংবাদিকবোৰৰ দৰে ব্ৰজেনে কেৱল বিধায়কৰ দ্বাৰা—মন্ত্ৰীৰদ্বাৰা স্কুলঘৰ উদ্বোধন, সম্বৰ্দ্ধনা গ্ৰহণ, স্বাস্থ্য কেন্দ্ৰ উদ্বোধন, চোৰৰ ঘিট্-ঘিটনি, বনৰীয়া হাতীৰ উপদ্ৰৱ আদি বাতৰি পঠায়েই নিজৰ দায়িত্ব পালন নকৰে; সি সদায় চৰজমিন তদন্ত কৰে আৰু সেইমতে বাতৰি কৰে। এইটো কথাৰ বাবেই সি কেবাবাৰো মাৰ খাবও লগা হৈছে। আল্ফায়ো পিটে, আল্ফাৰ বিৰোধীয়েও পিটে, গণ পৰিষদেও পিটে, কংগ্ৰেছেও পিটে, দালালেও পিটে, পুলিচেও ধৰে। মুঠতে ক'লৈ গ'লে ব্ৰজেনৰ গাত যোৱা সাত বছৰৰ ভিতৰত জীয়া তেজ নাই বুলিবই লাগে। থত্মত খোৱা মানুহজনীৰ ফালে চাই সি আকৌ সুধিলে, ভৱানী আহিলনে ?

—নাই অহা বোপাই। যোৱা সোমবাৰেই অহাৰ কথা, আজি দেওবাৰ পালেহি—এই কেইদিন মোৰ নিচেইকৈ চকুৰ নোমে নোমে লগা নাই। কৈ মানুহজনীয়ে দীঘলকৈ উশাহ সলালে।

—মই মানা কৰিছিলো যাবলৈ। এই এম-এল-এ মোহন বড়া মানুহটো মুঠেই ভাল নহয়। মাইকীৰ ওচৰত ইয়াৰ বৰ বদনাম আছে। কেবাজনীৰো চৰ খাইছে। নামতহে ঘৈণীয়েকজনী ৰাখিছে—বৰ লুচ্ছা স্বভাৱৰ মানুহটো।

—ব্ৰজেনৰ এইটো এটা দোষ। মনৰ কথা খুলি ক'বলৈ সি স্থান-কাল-পাত্ৰ নাচায়। যি ভাবে তাকে কয় মুকলিকৈ।

—তুমি এতিয়া ক'ৰ পৰা আহিলা ?

—সেই ফলগুনিলৈ গৈছিলো, বাতিপুৱাই তাৰ পৰাহে আহিলো। আজিকালি একোখন এম-ই স্কুল গ্ৰান্ট কৰাবলৈ নগদ পঞ্চাছ হেজাৰ টকা লয়। সাধাৰণ এল্-পি স্কুলৰ চাকৰি এটাৰ

বাবে পাচিছৰ পৰা ত্ৰিছ হেজাৰ টকা লয়। ভৱানীকতো আগেয়ে কেইবাবাৰো টকা বিচাৰিছিল। যাদৱে খুলশালীয়েকৰ বাবে ত্ৰিছ হেজাৰ টকা দি থৈছে বুলি মই ভালকৈ জানো। মোক ডি-ই-আয়ে নিজে কৈছে। ফলগুনিলৈ কেলেই গৈছিলো জানে ?—ব্ৰজেনৰ কথাত মানুহজনীয়ে একোকে ন'কৈ তাৰ মুখলৈ দানাৰ চৰিয়া লৈ অহা মানুহজনীলৈ বান্ধি থোৱা গাইজনীয়ে চোৱাৰ দৰে চালে। ব্ৰজেনে মুখখন মোহাৰি ক'লে, ল'ৰাটোৰ নাম দেৱেন, দেৱেন গগৈ। চাপৰিত নিজে পতা স্কুলখনত সাত বছৰ চাকৰি কৰিলে। প্ৰথম প'ষ্টটো আগৰ চৰকাৰৰ দিনতেই ছেংচন হ'ল। আগৰ সেই পৰন ওৰাং নামৰ এম-এল-এটোৰ লগত দহবাৰমান দিছপুৰলৈ গ'ল অনিমা বোৱাজনী। এম-এল-এৰ হোষ্টেলতো থাকে, মন্ত্ৰীৰ লগতো থাকে। মুঠতে তাই ছোৱালী হৈ থকা নাই—বেশ্যা হ'ল। তথাচ তাৰ ওপৰতো দহ হেজাৰ টকা দিলে। তাৰ পিচত চাকৰিটো পালে। কিন্তু দ্বিতীয় প'ষ্টটো অৰ্থাৎ দেৱেন গগৈৰ প'ষ্টটো ছেংচন নহ'ল। এইবাৰ কংগ্ৰেছ আইৰ চৰকাৰ হ'ল। বিধায়ক মহেন্দ্ৰ দত্তই পোনে পোনে ক'লে বোলে টকা ত্ৰিছ হেজাৰ লাগিব। ডি-ই-অ'ক লাগে দহ হেজাৰ। প্ৰথমে বিছ হেজাৰ লাগে। পিচতহে বহুত লগা-মেলাৰ পিচত দহ হেজাৰলৈ নামিল। খেতিৰ দ'মাটি এপুৰা বেচি টকা ত্ৰিছ হেজাৰ ভাগ কৰি দিলে, বাকীখিনি চাকৰিটো হোৱাৰ পিচত দিয়াৰ প্ৰতিশ্ৰুতি দিলে। টকা দিয়াৰ পিচতো দিছপুৰলৈ অহা-যোৱা কৰিবলৈ ধৰিলে। এবাৰ বোলে এপইণ্টমেণ্ট বন্ধ আছে—অমুক তাৰিখৰ পিচতহে খুলিব, এবাৰ বোলে মন্ত্ৰী নাই, এবাৰ বোলে বিধায়ক নাই, মুঠতে অহা-যোৱা কৰোতেও দহ হেজাৰমান গ'ল। শেষত কি হ'লগৈ জানে ? দেৱেনে চাকৰিটো নাপালে—তাৰ দোষ হ'ল সি বোলে আগৰ চৰকাৰ কৰা গণ পৰিষদৰ সক্ৰিয় কৰ্মী। সেইটোৱেই তাৰ দোষ। চাকৰিত জইন কৰিলোহি কাউন্সিলৰৰ ভনীয়েকে। তায়ো কেবাবাৰো দিছপুৰলৈ গৈছিল। জানোৱাৰ ডি-ই-অ'ৰ লগতো

কেবা নিশাও হোটেলত কটাইছে। দেৱেনে চাকৰি নাপালে। এইবাৰ সি দিয়া টকাখিনি ঘূৰাই আনিবৰ বাবে অহা-যোৱা কৰিবলৈ ধৰিলে। পাঁচবাৰৰ মূৰত বিধায়ক মহেন্দ্ৰ দত্তক লগ পালে। তেওঁ ভেকাহি মাৰি উঠিল, তুমি মোক কেতিয়া টকা দিছিলা? টকা দিয়াৰ কিবা প্ৰমাণ আছেনে? আৰু যদি তুমি টকাৰ কথা কোৱা মই পুলিচত চমজাই দিম। কথা শুনি দেৱেন ঠাইতে মাটি হৈ গ'ল। তাৰ ভৰিৰ তলৰ মাটিখিনিও নোহোৱা হৈ গ'ল যেতিয়া সি এম এল এৰ ওচৰতে এসময়ৰ আলফাৰ জিলা সেনাধিনায়ককো বহি থকা দেখিলে। সিহঁত বোলে এতিয়া ঘাঁই সুঁতিত উঠি গৈছে। গুচি আহিল। ঘৰলৈ অহাৰ তিনিদিনৰ মূৰত সি কালি বাৰীৰ আমগছ জোপাত ফাঁচ লৈ মৰিল। মই থানাতে খবৰটো পাই তালৈকে গৈছিলোঁ। পাঁচজনী ছোৱালীৰ ভিতৰত একমাত্ৰ দেৱেনেই পৰিয়ালটোৰ ল'ৰা। তাকো বৰপুত্ৰ। মাক-বাপেকহালক, ভনীয়েককেজনীক পুলিচেও ধৰি ৰাখিব পৰা নাই, গাঁৱৰ মানুহৰ কথা বাদেই দিয়ক। থানালৈ শটো আনিবলৈ নিদিয়ে। গাড়ীৰ চকাৰ আগত পৰি পৰি দিছে। টানি চোচোৰাই এজনীক নিয়ে, অন্য এজনী পৰে, মাকক টানি নিয়ে বাপেকটো পৰে, বাপেকক টানি নিয়ে মাকজনী পৰে। ছেকেণ্ড অফিচাৰটোৰ লগত মোৰ ভাল কাৰণে দেৱেনৰ জেপত পোৱা চিঠিখন তেওঁ মোক দেখুৱালে। এই গোটেইবোৰ কথা সি লিখি থৈ গৈছে। পিছে কি হ'ব, ফাংফুং হ'ব। আজিকালি ধন যিপিনে আইন সেইপিনে—ক্ষমতা যাৰ হাতত আইন তাৰ কাষত। চব মিছা হৈ যাব বুলি একেৰাহে কথাখিনি কৈ ব্ৰজেনে হাতৰ তলুৱাৰে মুৰ-মুখ মোহাৰি ল'লে। তেতিয়াহে সি মন কৰিলে মানুহজনীৰ চকুপানী ওলাইছে ধাৰাসাৰে। ব্ৰজেনৰ অলপ অসহজ লাগিল। অৱশ্যে ৰ'দে ৰ'দে চাইকেল মাৰি তাৰ পিয়াহো লাগিছিল তাতে পৰিস্থিতিটোও সলাবৰ বাবেই সি ক'লে, ইন্দ্ৰানী নাইনে, পানী এগিলাচ খাওঁ। মানুহজনী উঠি গ'ল।

হঠাৎ মানুহৰ গোন্ধ পোৱা গন্ধৰ্মি গছজোপাৰ দৰে ব্ৰজেন জাঙুৰ খাই উঠিল। ইমানপৰে অনৰ্গল লোকৰ কথা কৈ থকাৰ বাবে ভৱানী বা মাকৰ কথাটো তল পৰিল। সি বহাৰ পৰা উঠিল। সি প্ৰায় চোঁ মাৰি যোৱাৰ দৰে ভিতৰলৈ যাওঁতে হাতত পানী গিলাচ লৈ অহা মানুহজনীৰ গাত চুটি পৰ্দাখনৰ সিপাৰে খুন্দা মাৰি দিলে। হাতৰ পানী গিলাচ থেলেংকৈ কেঁচা মাটিৰ মজিয়াখনত পৰি গ'ল। পানীগিলাচ পৰাটো বা মানুহজনীক খুন্দা মৰাৰ কথাটো যেন একো কথাই নহয় সেই ভাবত সি সেইখিনিতে ৰৈ ক'লে, হেৰি কৰিব মাহীদেউ, কাইলৈ ওলাব। এম এল এ ঘৰতে আছে বুলি শুনিছো—তেওঁক লগ ধৰি কথাটো সুধিব লাগিব।

এম এল এ ঘৰতে আছে! মানুহজনীয়ে যেন বৰ অদ্ভুত সংবাদ এটাহে শুনিলে।

—অ' ঘৰতে আছে। ভৱানী যিহেতু তেওঁৰ লগতে গৈছিল, গতিকে তেওঁ ক'ব পাৰিব। ব্ৰজেনে ক'লে।

—নহয় আপোনাৰ লগত ময়ে যাওঁ ব্ৰজেনদা।—ভিতৰৰ পৰা ওলাই আহি মুকুলে ক'লে।

—নাই নালাগে, তুমি যাব নালাগে মাহীদেউকে লৈ যাম; তুমি গ'লে কাম নহ'ব। হেৰি কৰিব, আঠ বজাৰ 'জয়দীপ' গাড়ীখন ধৰাকৈ ওলাই যাব। মই সেইখন বাছতে আহিম। ৰ'দ উঠাৰ আগেয়ে বাট তিনি কিলোমিটাৰ খোজ কাঢ়ি গৈ বেয়া নাপাব। মই এতিয়া যাওঁ। আপুনি নোযোৱাকৈ নাথাকিব। মই তাতে আহিম বুলি ব্ৰজেন ওলাই যাবলৈ ধৰিছিল। পানী এগিলাচ খাই যোৱা।

—অ' দিয়ক।

—ৰ'ব মই চৰবতকে বনাইছো বুলি ইন্দ্ৰানীয়ে অলপ পৰৰ পিচত চৰবত এগিলাচ দিলেহি। কেৰেলুৱাটোৰ দৰে ৰঙা পৰি

যোৱা ব্ৰজেনে কোট কোটকৈ চৰবত্ গিলাচ খাই ক'লৈকো নাচাই কোঁ কোঁকৈ গুচি গ'ল।

ব্ৰজেনে যেন এইমাত্ৰ মানুহজনীক এটা দুঃসম্বাদ দিহে গ'ল। কাৰণ ভৱানী এম এল এৰ লগত যোৱাৰ কথা মাকে জানে। আৰু সেই বাবেই ভাবি আছিল যে এম এল এৰ লগতে ঘুৰি আহিব। কিন্তু ব্ৰজেনে যেতিয়া ক'লে যে এম এল এ ঘৰতে আছেহি তেতিয়া মানুহজনীৰ মনটো এনেহে লাগিল যেন ঘামগাৰ বুলি ভাবি থকা কপালৰ ফোঁহাটো ডাক্তৰে কেন্চাৰৰ বাবে হৈছে বুলিহে কৈ দিলে। লাহে লাহে খোজ খোজকৈ মানুহজনী চোতাললৈ ওলাই গৈ নঙলামুখ পালেগৈ। কপালৰ আগত হাত দি সৰু ঠেক বাটটোলৈ চকু দিলে। ব্ৰজেনক নেদেখিলে।

যদিহে এম এল এ আহিল, ভৱানী কৰ্নি গ'ল ?

## [ তিনি ]

বিধায়কৰ নিজা ঘৰতেই যেতিয়া ইমান মানুহৰ সমাগম, তেনেহ'লে দিছপুৰত মন্ত্ৰীৰ ঘৰত চাগে কিমান মানুহ হ'ব। কিজানি মন্ত্ৰীক এইবোৰ কাৰণতে লগ কৰিব নোৱাৰি ভৱানী আহিব পৰা নাই। যদিহে সেইটোৱেই হয়, তাই ইমানদিন ক'ত আছে। আগেয়েনো ক'ত থাকে। এবাৰ তাই কৈছিল জাহাজ কুম্পানীত কাম কৰা গাৰ্ৰে গজেনৰ পুতেক বীৰেনৰ ঘৰত আছিল। ঘৰটো সৰু—তাতে বীৰেনবো ল'ৰা-ছোৱালী চাৰিটা। তথাপি গাৰ্ৰে বুলি তাইক বৰ আদৰ-সাদৰ কৰি ৰাখিছিল। তাৰ পিচত গৈনো ক'ত ক'ত থাকে মাকেও তেনেকৈ সোধা নাই, তায়ো উপযাচি কোৱা নাই। বোধহয়, বীৰেনৰ তাতে থাকিব পাৰে বা পেহীয়েকৰ জীয়েকৰ লগত নাৰ্ছ হোষ্টেলতো থাকিব পাৰে।

দেউতাকে আহিবলৈ হাক দিছিল, নহা হ'লেও বেয়া নাছিল।

এই দুঘণ্টা পৰ বাহিৰও মানুহটোক লগ ধৰিব পৰা নাই—মানুহৰ প্ৰতাপত। ব্ৰজেনো অতিষ্ঠ হৈছে। সি কেবাবাৰো উঠি উঠি গৈ পৰ্দাখন ফাক কৰি চাই চাই উভতি আহিছে। সি আনকি টকাটো থৈ বাহিৰলৈও পোৱা নাই। সি পৰ্দাখন ফাক কৰি কৰি আচলতে বিধায়কৰ চকুত নিজক পেলাব খুজিছিল যদিও যেন ইচ্ছা কৰিহে বিধায়কে তাক নেদেখে। ব্ৰজেনে ভালকৈ জানে বিধায়ক মোহন বৰাই তাক কেনেদৰে শত্ৰু বুলি ভাবে। কোৱা শুনামতে হাতীমাৰি ৰিজাৰ্ভৰ কাষত পোৱা মৃতা গাভৰুজনীৰ নিউজটো কাগজত ওলোৱাৰ পিচত আৰু তাৰ লগত স্থানীয় বিধায়কৰ সহযোগ আছে বুলিও যেতিয়া প্ৰচাৰ হ'ল তেতিয়া ব্ৰজেনক থিয়েটাৰৰ পৰা আহোঁতে ৰাতি মুখত গামোচা বন্ধা কেটামানে উৰাই ঘূৰাই বগৰাই বগৰাই কোবালে। সেই কেটাও বোলে বিধায়ক মোহন বৰাৰ মানুহ আছিল। দহদিনমান হস্পিটেলত থকাৰ পিচতহে ওলাই আহিব পাৰিছে। আচলতে সিহঁতে তাক মৰিল বুলিয়েই এৰি থৈ গ'ল।

সকলোৱে দেখিছিল যে আত্মসমৰ্পণ কৰা আলফাৰ ৰূপদা গোহাঁই বোলা ছোৱালীজনীক লৈ কাঠৰ মিলৰ মালিক অমৰ তালুকদাৰ আৰু বিধায়ক মোহন বৰা একেখন গাড়ীতে দিছপুৰলৈ গৈছিল। কেইদিনমানৰ পিচত তালুকদাৰ আৰু বৰা ঘূৰি আহিল, কিন্তু ৰূপদা নাহিল। ৰূপদাহঁত যোৱাৰ পাঁচ দিনৰ পিচত হাতীমাৰি ৰিজাৰ্ভৰ মাজত থকা বিলত চোৰাংকৈ মাছ মাৰিবলৈ যোৱা মানুহৰ জালত গেলি উৰ্হি যোৱা শ এটা লাগি আহিল। সিহঁতে ভয়তে কাকো একো নকৈ সন্ধ্যা লগা শটো ট্ৰাঙ্ক ৰ'দৰ কাষতে পেলাই পলাল। অঞ্চলটোত থকা মাষ্টৰ-সাংবাদিক সকলোৱেই বাতৰি কাকতলৈ খবৰটো পঠালে, কিন্তু কোনো অনুসন্ধান নকৰিলে। অনুসন্ধান কৰিলে ব্ৰজেনে। তাইৰ হাতৰ আঙুলিৰ আঙঠিৰ পৰা থানাত মাক-বাপেকে প্ৰমাণ কৰিলে যে সেইজনী ৰূপদা। আৰু তাইক তালুকদাৰ আৰু

বৰাৰ লগত গাড়ীত যোৱাও দেখিছে। তাৰ পিচত পানীত ওফন্দি থকা এটা মৃতদেহো হৈ ৰূপদা হাতীমাৰি ৰিজাৰ্ভৰ কাষত পৰি আছে। এই অঞ্চলৰ যিমানবোৰ সাংবাদিক আছে আটাই-বোৰেই চৰকাৰী চাকৰি কৰা সাংবাদিক অৰ্থাৎ মাষ্টৰ সাংবাদিক। তেওঁলোকে নিজৰ নিজৰ বাৰ্তাৰ কাকতলৈ খবৰ পঠালে যদিও ৰূপদা যে তালুকদাৰ আৰু বৰাৰ লগত গৈছিল সেই খবৰ কিন্তু গোপন কৰিলে। অন্যহাতেদি ৰূপদাৰ মৃত্যুৰ বাবে কিছুমানে আপোচ বিৰোধী আলফাক জগৰীয়া কৰিলে আৰু কিছুমানে ৰূপদাৰ লগৰে আত্মসমৰ্পণকাৰী আলফাকে জগৰীয়া কৰিব খুজিলে। হেনো আগেয়ে সংগৃহীত বহুত টকা ৰূপদাই আত্মসাৎ কৰিছিল। ব্ৰজেনে কিন্তু অনুসন্ধান কৰি বিস্তৃত বিৱৰণেৰে নিজৰ কাগজ দুখনত কেবাটাও সংখ্যা ভৰাই পেলালে। ৰূপদাক তালুকদাৰহঁতে ফুচুলাই লৈ গৈছিল চৰকাৰৰ পৰা পোৱা টকাৰে এখন মাৰুতী ভান কিনি দিবলৈ আৰু নিমখৰ বাবে চৰকাৰী পাৰ্মিট এখন যোগাৰ কৰি দিবলৈ বুলি। সন্ধিয়া লগাত হাতীমাৰি ৰিজাৰ্ভৰ মাজত থকা ফৰেষ্টৰ ডাকবঙলাতে এম এল এ জন, তালুকদাৰ আৰু ৰূপদা থাকিল। তালুকদাৰ আৰু বৰাৰ লগত পূৰ্ব্ব বন্দৱস্তিমতে আৰু চাৰিজন লগ লাগিলহি। আঠ বজামানলৈকে তেওঁলোকে বিলাতী মদ আৰু কুকুৰাৰ মঙহ, কাজু বাদাম খাই মৰততে সৰগ ৰচিলে। ৰূপদাকো তাৰ ভাগ দিলে। ৰূপদাৰ আগেয়েও মদ খোৱাৰ অভ্যাস আছিল বাবে পৰোৱাই কৰা নাছিল। বাকী চাৰিজনৰ ভিতৰত এজন পুলিচ অফিচাৰো আছিল। ডি এছ পি কলিতাই ৰূপদাক এসময়ত আত্মসমৰ্পণ কৰিলে বিয়া কৰোৱাবো প্ৰতিশ্ৰুতি দি থৈছিল। সেইবাবে মাতাল পুৰুষ কেইজনৰ লগত ৰূপদাৰ ভয় লাগিছিল যদিও ডি এছ পি কলিতাক দেখি তাইৰ সকলো শঙ্কা আঁতৰি গৈছিল। তাই আনকি মনে মনে কলিতাৰ লগত এটা কোঠাত অকলে ৰাতিটো কটোৱাৰ কথাও নভবাকৈ নাছিল। কিন্তু ন-বজামানৰ পৰা যেতিয়া

হাতীমাৰি ৰিজাৰ্ভৰ সকলো পশু-পক্ষী শুই নিহপাল দিছিল তেতিয়া গেলা মঙহ লাগি থকা জন্তুৰ ঠেং এটা লৈ এজাক কুকুৰৰ মাজত লগা টনা-আজোৰাৰ দৰে ৰূপদাক লৈ সিহঁতৰ মাজত টনা আজোৰা লাগিল। সিহঁতৰ কাৰো ৰ'বলৈ সময় আৰু ধৈৰ্য্য নাই,- যেন একেলগে এখন নাৱত উঠাৰ দৰে আটাইকেউটাই একেলগে ৰূপদা নামৰ সাতাইছ বছৰীয়া গাভৰুজনীৰ দেহৰ ওপৰত উঠিব। ৰূপদাই চিঞৰিছিল। বেৰ-চালত থকা জেঠি-পইতাচোৰা কেটাৰ বাহিৰে সেই চিঞৰ হাতীমাৰি ৰিজাৰ্ভৰ মাজত আৰু কোনে শুনে! ঘৰটোৰ সত্তৰ মিটাৰমান আঁতৰত থকা চকিদাৰৰ বন্ধ দুৱাৰ খিড়িকীৰ কোৱাটাৰৰ ভিতৰলৈয়ো ৰূপদাৰ চিঞৰ সোমাই গৈছিল আৰু চকিদাৰটোৰ ঘৈণীয়েক জাপ মাৰি বিছনাত বহিছিল। হেমধৰ চকিদাৰে লাইট নুমাই দিলে। ঘৈণীয়েকৰ ব্যাকুলতালৈ লক্ষ্য কৰি হেমধৰে ক'লে, এনে এটা যে ঘটনা হ'ব মই সন্ধিয়াতেই জানিছিলোঁ। সাত বছৰীয়া চাকৰিৰ জীৱনত কিমান এনে নিদাৰুণ চিঞৰ শুনিলো, এনেকুৱা কিমান ঘটনা নিজ চকুৰে দেখিলো—কিন্তু কি কৰিম! ভাগ্য ভাল যে আজি তই বাচি গৈছে। সিহঁতে যদি লগত সেই ছোৱালীজনী নানিলেহেঁতেন আৰু যদি ৰাতিটো ইয়াতে থাকিলেহেঁতেন তেতিয়াহ'লে তোৰ ফালে আধ্যা পৰিলহেঁতেন। সিহঁতক মঙহ লাগিবই। দুৱাৰ ভাঙি তোক উলিয়াই নিলেহেঁতেন। সেইবাবেহে এই ডাঙৰ মানুহ নামৰ জন্তু জানোৱাৰতকৈয়ো অধম জীৱবোৰ মাজে মাজে থকাকৈ অহা এই হাবিৰ মাজলৈ তোক আনিব খোজা নাছিলো। বনৰ জীৱ ভাল—সিহঁতে দুৱাৰ ভাঙি অপকাৰ নকৰে, হুৰাই দিলে আঁতৰি যায়, কিন্তু এইবোৰ জীৱক হুৰাবলৈ গ'লে গাতে জপিয়াই পৰিব। যোৱা সপ্তাহত এই ঘৰটোৰ ভিতৰত হোৱা এনে এটা ঘটনাৰ কথা তোক কোৱা নাছিলোনে? সেইদিনা কোন আছিল জান? স্বয়ং ডি চি নিজেই আছিল। মানুহজনী লৈ অহিছিল ডি চিয়ে নিজে নিজৰ গাড়ীত।

ৰূপদাৰ চিঞৰত যেন বেৰৰ চাল—বেৰবোৰ খহি পৰিব। হেমধৰৰ খণ্ডত কঁপিবলৈ ধৰিলে। সি বেৰত ওলোমাই থোৱা ৰাইফলটোত খামুচি ধৰিলেগৈ। ডিম লাইটৰ পোহৰত হেমধৰৰ ৰূপটো দেখি ঘৈণীয়েক বতাহত কঁপা আগলি কলাপাতৰ দৰে কঁপিছিল। তাই হেমধৰক গবা মাৰি ধৰিলে। হেমধৰে ফুচ্-ফুচাই ক'লে, তই দুৱাৰখনত হুক্ লগাই থ, মই এবাৰ তাৰ পৰা আহোচোন।

—নাই নাই আপুনি নাযাব, নাযাব।—ঘৈণীয়েকে যেন ভৰিতেই ধৰিব।

—ধেৎ হাল্লা নকৰিবি। মইহে নালাগে এতিয়া তাত বাহিৰৰ পৰা মহ এটাও সোমাব নোৱাৰে। এনেয়ে ঘৰটোৰ ওচৰৰ পৰা আহো, তই দুৱাৰখন জপাই হুক মাৰি থ। সাউৎকৈ ঘুৰি আহিম—বুলি হেমধৰ ওলাই গ'ল। বাহিৰত লাইট নুমাই আছিল। হাতত সাৰে ভৰিত সাৰে সি চিৰি কেইটা বগাই দুৱাৰৰ চাবিৰ ফুটাত চকু থৈ ভিতৰলৈ চালে। আপোনা-আপুনি তাৰ চকুটো জাপ খাই গ'ল। ছয়টা মানুহেই উলঙ্গ। কেইটা-মানৰ হাতত গিলাচ। গাভৰু ছোৱালীজনী উলঙ্গ হৈ মজিয়াত পৰি আছে। একেলগে দুটাই তাইক হেঁচা মাৰি ধৰিছে আৰু তাই চিঞৰিছে। তাই যিমানেই চিঞৰিছে সিহঁতকেটাৰ উল্লাস-উত্তেজনা যেন সিমানেই বৃদ্ধি হৈছে। সিহঁতে হাঁহিছে। গাৰ ওপৰত উঠিবলৈ সুবিধা নেপোৱাটোৱে হাউলি তাইৰ গালখনতে কামুৰিছে। হেমধৰৰ মূৰ ঘূৰাবলৈ ধৰিলে। ঢলং পলংকৈ সি আহি নিজৰ কোৱাৰ্টাৰ পাই বন্ধ দুৱাৰখনত ঢলি পৰিল। শব্দত ঘৈণীয়েকে দুৱাৰ খুলি মুধাচফুট দিলে।

এই সকলোবোৰ কথা ব্ৰজেনে নিজৰ কাকত দুখনত বিতংকৈ লিখিছিল। কাকতৰ সম্পাদকে তাক উৎসাহ দিছিল যদিও সাৱধান কৰি দিছিল। হেমধৰে তাৰ ভৰিত ধৰি বধশপত দিছিল তাৰ কথা যা তাক লগ কৰাৰ কথা সি যেন কাকো নকয়। ক'লে চাকৰিটো

যোৱাই নহয় তাক মাৰি পেলাব। মৃত্যু আজিকালি কপালৰ আগত পৰি থকা চুলিডালৰ দৰে। ব্ৰজেনে অৱশ্যে হেমধৰৰ কথা লিখাও নাছিল, কোৱাও নাছিল। পিচত বাতৰি কাকত দুখনেও সেই সম্পৰ্কীয় ৰিপৰ্ট নুলিওৱা হ'ল। ব্ৰজেনৰ বুজিবলৈ বাকী নাথাকিল যে হয় কাকতৰ মালিক বা সম্পাদকক ভয় খুউৱা হৈছে —নতুবা টকা দিয়া হৈছে। তাৰ পিচত এদিন থিয়েটাৰ চাই আহোতে ব্ৰজেনক এনেদৰে মাৰিয়ালে যে মৰিল বুলিহে এৰি থৈ গ'ল। বিধায়কে কিন্তু ব্ৰজেনক সাংবাদিক বুলি জনা নাছিল। কথাটো আঙুলিয়াই দিলে সাংবাদিক অতুল হাজৰিকা, সুবিমল সেন, বুবুল বৰা আৰু প্ৰতাপ কলিতাই। এই আটাইকেউজনেই চৰকাৰী চাকৰিয়াল মাষ্টৰ সাংবাদিক। এওঁলোক ইমানেই সাহসী সাংবাদিক যে বিধায়কৰ কথা দূৰতেই থাকক পুলিচৰ চাৰ্কোল ইন্সপেক্টৰজনেও যদি কেতিয়াবা কিবা এটা সুধিবলৈ এওঁলোকক মাতে এওঁলোকৰ বোলে কানি-কাচুটি তিতি যায়। সিহঁতেই ব্ৰজেনৰ কথা কৈ দিলে। নহ'লে ব্ৰজেন যে দুখন বাতৰি কাকতৰ স্থানীয় সাংবাদিক সেই কথা কোনেও নাজানে। মাষ্টৰ সাংবাদিক-বোৰৰ দৰে নিজকে সাংবাদিক বুলি হওকো নহওকো পৰিচয় দি নুফুৰে বা কাৰোবে পৰা একো সুবিধাও নলয়।

—ইমান মানুহৰ মাজত লগ ধৰিব পাৰিম জানো আজি? মানুহজনীয়ে ক'লে।

—নাই যেনে তেনে লগ ধৰিবই লাগিব, নহ'লে ক'ত কেতিয়া ভুৰুংকৈ উৰা মাৰে ঠিক নাই বুলি ব্ৰজেনে আকৌ এবাৰ পদ্দাখন ফাক কৰি চাওঁতেই বিধায়কৰ চকুৰে চকুৰে পৰিল।

—আহক আহক পূজাৰী—বুলি যেন বিধায়ক মোহন বৰা বহাৰ পৰা উঠিয়েই আহিব। ব্ৰজেনে পাচফাললৈ চাই মানুহ-জনীকো মাতি নিলে। বৰাৰ ওচৰত তেতিয়াও দহজনমান মতাই-মাইকীয়ে মানুহ আছিল। ভূমিকম্পৰ আগজাননী পোৱা চৰাইৰ ভোবোৰা লগা পাখিৰ দৰে কিবা এটা বিপদৰ আগলি বাৰ্তাত যেন

বৰাৰ শৰীৰৰ নোমবোৰ ডাং খাই উঠিল। তেওঁ আগবাঢ়ি যোৱা ব্ৰজেন আৰু মানুহজনীক দেখি কিছু বিমোৰ হোৱা যেন হ'ল। তাৰ পিছত পলকতে তেওঁ স্থিৰ হৈ বহি বা থিয় হৈ থকা মানুহবোৰৰ ফালে চাই 'এক মিনিট' বুলি কৈ ব্ৰজেনক কাষৰ কোঠাটোলৈ আগবঢ়াই লৈ গ'ল। পাচে পাচে ভৱানীৰ মাক। বিধায়ক মোহন বৰাৰ এইটো এটা ৰাজনৈতিক বা সামাজিক গুণ যে ঘোৰ শত্ৰুকো আগত পালে তেওঁ এনেদৰেহে ব্যৱহাৰ কৰিব যেন তেওঁ তেওঁৰ পৰম সুহৃদ আৰু ভালেদিনৰ পৰা তেওঁক লগ পাবৰ বাবেই উৎকণ্ঠিত হৈ আছিল। এখন সৰু টেবুলত টাইপৰাইটাৰ মেচিন এটা আছে আৰু তাৰ ওচৰতে থকা টুলখন টান মাৰি নি নিজেও বহি টিনৰ চকী দুখনলৈ আঙুলিয়াই ব্ৰজেন আৰু মানুহজনীক বহিবলৈ ক'লে।

—কওকচোন, নহা মানুহ আহিল, কিহৰ বাবেনো এই নিঃকিনলৈ আজি মনত পৰিল। বৰাই নিজৰ ৰসিকতাত নিজেই হাঁহিলে, ব্ৰজেন আৰু মানুহজনী গম্ভীৰ।

—এখেত ভৱানীৰ মাক।

—ভৱানী? ভৱানী কৰ আছিল......? মনত পেলাবলৈ চেষ্টা কৰিলে বৰাই।

—কেলেই, খেজুৰবাৰী গাঁৱৰ হেমদা দত্ত মধ্য ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰী।

—অ, আই চি। কওকচোন কি হ'ল?

—তেওঁতো ঘুৰি অহা নাই আজিলৈকে।

—কৰ পৰা?

—কিয় দিছপুৰৰ পৰা। আপোনাৰ লগতযে গৈছিল, আপুনি কেতিয়া আহিলে?

—মোৰ লগত গৈছিল? মইতো অহাই এসপ্তাহমান হ'ল—আৰু মোৰ লগততো যোৱা নাছিল।

—কিন্তু, আপোনাৰ লগতহে বাম বুলি কৈছিল ঃ আপুনিয়েই হেনো লগ লৈছিল ?

—নাই; মই লগ লোৱা নাই। দুমাহমানৰ আগৰবাৰহে মোক দিছপুৰত লগ ধৰিছিল। মই লগ লৈছিলোঁ, কিন্তু মোৰ লগততো তেওঁ নাহিল। তেওঁৰ স্কুলৰ ভালেখিনি কাম আগবঢ়াই দিয়া হ'ল। নতুনকৈ আকৌ বাৰখন স্কুল প্ৰভিন্সিয়েলাইজ্‌ড কৰা হ'ব—তাৰ এক নম্বৰতে হেমদা দত্ত মধ্য ইংৰাজী বিদ্যালয়ৰ নামটো মই এডুকেচন মিনিষ্টাৰক কৈ মেলি ভৰাই দিলোঁ। কি ক'ব আজিকালি বৰ দিগদাৰ। বহুত ফালৰে পৰা প্ৰেছাৰ। এডুকেচন মিনিষ্টাৰে মই লাগি থকাৰ মুৰত তেখেতৰ সমষ্টিৰে স্কুল এখনৰ নাম এইবাৰলৈ কাটি এই হেমদা দত্ত মধ্য ইংৰাজী বিদ্যালয়ৰ নাম ভৰাই থৈছে। কিন্তু, ৰ'বচোন বাৰু কেতিয়া গ'ল ভৱানী ? কিছুপৰ ব্ৰজেন বা ভৱানীৰ মাক কোনেও একো নামাতিলে। অপলক দৃষ্টিৰে চাই থকা ব্ৰজেনৰ চকু দুটালৈ চাই বিধায়কজন যেন কিছু সন্ত্ৰস্ত হৈ পৰিল।

—আজি বাৰ দিন হ'ল যোৱা। —ভৱানীৰ মাকে সৰু মাতেৰে ক'লে।

—বাৰ দিন হ'ল! তাৰ মানে আজি কি তাৰিখ ? সোতৰ তাৰিখ, পাঁচ তাৰিখ মানেই গ'ল। মইতো দহ তাৰিখলৈকে দিছপুৰতেই আছোঁ—, ওঁহো নাই—দেখা। লগ পোৱা নাই। নাই, নাই পোৱা।' —কৈ বৰাই চিন্তা কৰি দেখুৱালে।

—কিন্তু ভৱানীয়ে কওঁতেতো আপোনাৰ লগতে যোৱাৰ কথা কৈছিল! বিঁৰিণাপাৰা এল্‌ পি স্কুলৰ শিক্ষয়িত্ৰী দুগৰাকীৰ লগতে আপোনাৰ লগতে যোৱাৰ কথা কৈছিল। আপুনিয়েই হেনো তাৰিখ ঠিক কৰিছিল। মই কিন্তু যোৱাৰ দুসপ্তাহমানৰ আগৰ, পৰাই লগ পোৱা নাছিলোঁ। মই আগেয়েই কৈছিলোঁ বোলো দিছপুৰলৈ অহা-যোৱা কৰি থকাৰ পৰা লাভ নাই—সেইবাবেই মই আৰু যাবলৈ মানা কৰিছিলোঁ। কিন্তু এইবাৰ বোলে আপুনিয়েই

লগ ল'লে আৰু লৰাঢাপৰাকে তেওঁ গুচি গ'ল। নহয় জানো মাহীদেউ ?

—হয়, দুদিনৰ আগেয়ে তাই ক'লে বোলে ছাৰে লগ লৈছে,- এইবাৰ বোলে অৰ্ডাৰটো হাতে হাতে লৈ আহিব পাৰিব। সেই- বাবেই তাই পুৱাৰ গাড়ীতে শুক্ৰবাৰেই গুচি আহিছিল। দেওবাৰে ঘূৰি আহিম বুলি কৈছিল, কিন্তু আজি এইটো মঙ্গল- বাৰলৈকে নাহিল। —ভৱানীৰ মাকে আৰু কথা ক'ব নোৱাৰিলে।

—নাই নাই মোৰ লগত যোৱা নাই। বিবিৰণাপাৰা এল্ পি স্কুলৰ মাষ্টৰ-মাষ্টৰণীও মোৰ লগত যোৱা নাই। যোৱা সপ্তাহত এদিন ভৱানীক 'ডি ই অ' অফিচৰ সমুখত লগ পাইছিলো হয়। তেতিয়া মই কৈছিলোঁ যে কামটো হৈয়েই থাকিব পায় আৰু মই গ'লে খবৰ কৰি অৰ্ডাৰটো লৈ আহিম। কিন্তু কি কৰিব, দিছপুৰত গৈ এনেকৈ ফ'চি গলো যে কোনো অফিচলৈকে যাব নোৱাৰিলো। চাৰিওফালে ফ্লাড। ফ্লাড চাবলৈ দল এটাৰ লগত যাবলগীয়া হ'ল। তাৰ পিচত চি এম ছাৰে নিজ নিজ সমষ্টিলৈ আহিবলৈ কোৱাত ততাতৈয়াকৈ গুচি আহিলো। আৰু নাই, গ'লেও মিছা, কোনো অফিচতেই কাম হোৱা নাই। সকলোবোৰ ফ্লাড ৰিলিফৰ কামত ব্যস্ত। ইপিনে ডিৰেক্টৰো নাই—এডুকেচন মিনিষ্টাৰৰ লগত কিবা ছেমিনাৰ এটেণ্ড কৰিবলৈ দেল্হিলৈ গৈছে হেনো।

—ৰ'বচোন। ভৱানী আপোনাৰ লগত নাই যোৱা বুলি ক'লে ? ব্ৰজেনে ক'লে।

—নাই, নাই যোৱা। যোৱা হ'লে মই আৰু লগতে লৈ নাহিলোহেঁতননে! কিমান অচিনাকি মানুহক লগত লৈ আহো।

—তেনেহ'লে আপোনাৰ লগত এইবাৰ কোন গৈছিল ?

—মোৰ লগত, মোৰ লগত মানে আপুনি চিনি নাপাব— আঁতিবৰ পাৰ্টিৰ মানুহ দুজন গৈছিল। ছেঃ ছোৱালীজনী ক'ত গ'ল! নহয়, আছে বুইছে—গুৱাহাটীতে আছে। কৈছোৱেই

নহয়, ফ্লাডৰ কাৰণে অফিচত একোকে কাম হোৱা নাই বুলি—সেই-বাবে চাগৈ আকৌ যোৱাতকৈ একেবাৰে অৰ্ডাৰটো লৈ আহিবলৈকে ক'ববাত তাতে আছে। বুইছে চিন্তা নকৰিব গুৱাহাটীতে আছে ক'ৰবাত। একেবাৰে অৰ্ডাৰটো লৈ আহিম বুলি ৰ'ব পায় বুলি বৰাই হাতৰ ঘড়ীটোলৈ চাই, ৰ'বচোন বাৰু টেলিফোন এটাকে কৰো বুলি আকৌ চুকত থকা টেলিফোনটোৰ ওপৰৰ পৰা ঢাকি থোৱা কাপোৰখন আঁতৰাই নম্বৰ ডায়েল কৰিবলৈ লাগিল। যিহেতু সেই শকত পেটুৱা মানুহটোৱে ব্ৰজেনহঁতৰ ফালে পিঠি দি টেলিফোন ডায়েল কৰিছিল গতিকে কি নম্বৰত আঙুলি পকাইছিল ব্ৰজেনে অনুমান কৰিব নোৱাৰিলে। দুই-তিনি ছেকেণ্ডমানৰ পিচতেই বৰাই অলপ চিঞৰিয়েই কথা পাতিবলৈ ধৰিলে, 'হেল্ল' মই এম এঁল এ বৰাই কৈছোঁ, গুড মৰ্ণিং ডিৰেক্টৰ আহিলনে,—কি নাই অহা—বহুত দিন হ'ল দেখোন,—আহি আকৌ গ'ল—মিনিষ্টাৰ, নাই, ডিৰেক্টৰ আকৌ কেতিয়ামানকৈ আহিব—ঠিক তেনেতে ব্ৰজেনে বহাৰ পৰা সাৱধানে থিয় হৈ বৰাৰ কান্ধেদি হেপা মেলি চাই দেখিলে যে বৰাৰ বাওঁ হাতৰ বুঢ়া আঙুলিটোৱে টেলিফোনৰ বুটামটো টিপা মাৰি ধৰি আছে।'—দুই চাৰিদিন লাগিব। হেৰি নহয়, ৰ'ব ৰ'ব হিয়েৰ মি, ডিৰেক্টৰ ক'ব বোলে বড়া ছাৱে সুধিছে এম ই স্কুলৰ তালিকাখন ওলালনে নাই, কি ৰেডি হৈ আছে, চহী হ'লেই হ'ব—ৰ'ব ৰ'ব আৰু এটা কথা শুনক, সেই তালিকাখনৰ, অ' সেই তালিকাখনৰ হেল্ল' হেল্ল' হেল্ল' হুছেইন, বৰ ডিষ্টাৰ্ব কৰিছেহে লাইনটোৱে, শুনক সেই তালিকা-খনৰ এক নম্বৰত হেমদা দত্ত মধ্য ইংৰাজী বিদ্যালয়ৰ নাম আছে—অ' অ', তাৰ হেড্ মিষ্ট্ৰেছ ভৱানী দেৱী, ভৱানী দেৱী, তেওঁ যাব পাৰে, নহয় তেওঁ বোলে গুৱাহাটীতে আছেই, গ'লে—হেল্ল' গ'লে পাৰিলে অৰ্ডাৰটো দি পঠাব আৰু ক'ব—হেল্ল' হেল্ল' হুছেইন—অ' যদিহে ডিৰেক্টৰ অহা দেৰি হয়—ভৱানী দেৱীক গুচি আহিবলৈ ক'ব—অ' গুচি আহিবলৈ ক'ব—ঘৰত চিন্তা কৰি আছে—

শুনিছে, অঁ অঁ থেঙ্ক ইউ থেঙ্ক ইউ—খটংকৈ ৰিচিভাৰটো থৈ বড়াই ব্ৰজেনহঁতৰ ফালে চাই ক'লে—ডিৰেক্টৰ আহি আকৌ গ'ল বোলে। মিনিষ্টাৰো আহি গ'ল। কিবা ছেমিনাৰ আছে। আহিলেই অৰ্ডাৰটো চহী হ'ব। বইছে, ভৱানী গুৱাহাটীতে আছে। ঠিকেই আছে আজি অফিচলৈ গ'লে কবই নহয়। পি এ হুছেইনকতো লগ কৰিবই, হুছেইনে ভৱানীক চিনি পায় আৰু আজি আকৌ নামটো লিখি থৈছে।

ভৱানীৰ মাকৰ কঁপি থকা বুকুখন যেন হঠাত বৈ গ'ল যেন পকাত পৰি জিন্ জিৰ্নানি তুলি বাজি থকা কাঁহৰ বাটি এটাতহে কোনোবাই চুই দি বজাটো বন্ধ কৰি দিলে। কিন্তু বৰাৰ টেলিফোন কৰাৰ কাৰবাৰটো দেখি ব্ৰজেনৰ মুৰৰ ভিতৰত উঁই হাফলুত গচক পৰা মানুহক উঁয়ে বেঢ়ি বেঢ়ি কামোৰাৰ দৰে কিবা কিছুমানে কামুৰিবলৈ ধৰিলে। অলপ পৰৰ আগলৈকে যদিও মানুহটোৰ কথাৰ এক-শতাংশতো বিশ্বাস ৰাখিছিল এতিয়া আৰু দুগুণ অবিশ্বাস হ'ল, যেন সমুখত পানী অনা মাটি কলহটোমান পেটটো লৈ থিয় হৈ থকা মানুহটোও বিধায়ক বৰা নহয়। সিনো কি কোৱা উচিত বা কি সুধিব লাগে, মুহুৰ্ত্ততে সকলো পাহৰি গ'ল। এই নিৰৱতাৰ সুবিধা ললে বিধায়ক বড়াই, বুইছে বাইদেউ—পূজাৰী, আহিব; কিবা কাৰণত দেৰি হৈছে চিন্তা নকৰিব; আহিব। মই বাৰু আজি আকৌ এবাৰ গুৱাহাটীলৈ টেলিফোন কৰি সুধিম। বেয়া নাপায় যদি আপোনালোকক আজিলৈ বিদায় দিওঁ—বাহিৰত কিমান মানুহ পুৱাৰ পৰা বৈ আছে দেখিছেই নহয়। কি কব--কিমান আশা কৰি কিমান কষ্ট কৰি মানুহবোৰ আহে—চবৰে ওচৰলৈ নাযায় নহয়। পূজাৰী আহিব-চোন মাজে মাজে, সময় পালে—আপোনাৰ ৰিপৰ্টিং মই বৰ ভাল পাওঁ। আপোনাৰ নিচিনা সাহসী ৰিপৰ্টাৰ ইয়াত এজনো নাই; ক'লে বোলে আগত শলগা হ'ব, আচলতে দেশতেই মুষ্টিমেয়হে আছে। তেনেহ'লে মই বিদায় দিওঁ—

—ৰ'বচোন এক মিনিট, মই ক'বলৈ হলে ভৱানী আপোনাৰ লগতেই গৈছিল।

—হেৰি আপুনি কি কয়হে। —হাঁহি মাৰি বৰাই ক'লে, গাভৰু ছোৱালীজনীতো এটকীয়া মুদ্ৰা এটা নহয় যোলে আপোনাৰ পকেটৰ পৰা ওলাই গাড়ীৰ ছিটত পৰিল আৰু তাকে মই সাউৎকৈ জেপত ভৰাই থৈ নাই দেখা বুলি কৈছোঁ। চাওক মিঃ পুজাৰী, নাও আই এম ফিফ্‌টি এইট। আৰু ভৱানী মোৰ ডাটাৰ লাইক। তাইক মই লগত লৈ যোৱা হ'লে লগতে লৈ আহিলোহেঁতেন— কেতিয়াও এৰি থৈ নাহো। আজিকালি যিহে মাডাৰ, ৰেপ, চুৰি, ডকাইতি, মই কেতিয়াও এৰি থৈ নাহো, এই ফৰেইনাৰ মুভমেণ্টৰ পিচৰ পৰাই আমাৰ এই পিচ্‌ফুল ৰাজ্যখন বেষ্টলেছ হৈ পৰিল, বাতৰি কাকত মেলিবই নোৱাৰি আজিকালি প্ৰতি পৃষ্ঠাতে ধৰ্ষণ আৰু হত্যাৰ নিউজ বুলি নমস্কাৰ কৰি বৰা ওলাই যাবলৈ ধৰোতেই ব্ৰজেনে আগভেটি ধৰাদি ধৰি ক'লে, ৰ'বচোন আপুনি তেনেহ'লে এতিয়া কি পৰামৰ্শ দিব ?

—কৈছোৱেইতো দুদিনমান বাট চাওক, আহিব, সন্ধ্যা, মই আকৌ এবাৰ টেলিফোন কৰিম। বৰা ওলাই আহিল। পাচে পাচে ব্ৰজেন আৰু মানুহজনী। ব্ৰজেনে দেখিলে ইতিমধ্যে আহি বহি থকা সাংবাদিক সুবিমল সেনে থিয় হৈ বৰাক নমস্কাৰ জনালে। আজিকালি দিনটোৰ ভিতৰত এবাৰলৈ হ'লেও আঠ কিলোমিটাৰ আঁতৰৰ পৰা সুবিমলে এবাৰ বৰাৰ ওচৰলৈ আহি চেলাম থোকোহি আৰু বৰাৰ মাৰুতী গাড়ীত পোহনীয়া এলছে- চিয়ান কুকুৰটোৰ দৰে বহি ঘূৰি ফুৰে। বিধায়কৰ প্ৰতি তেওঁৰ এই অচলা ভক্তিৰ হেতু নথকা নহয়। প্ৰথমতে তেওঁ চৰকাৰী চাকৰি কৰি অবৈধ কাম কৰিছে এজন সাংবাদিক হৈ, দ্বিতীয়তে তেওঁ তেওঁৰ পৰিবাৰৰ বাবে মাষ্টৰণীৰ চাকৰিৰ বাবে লাগি আছে। ইয়াৰ আগৰজন বিধায়কক তাৰ বাবে পোন্ধৰ হেজাৰ আগধন দিছিল যদিও কামত নাহিল। পিচত অৱশ্যে চৰকাৰ ভগাৰ

পিচত সেনক বাৰ হেজাৰ টকা ঘূৰাই দিলে। এইজন বিধায়কক সেইটো উদ্দেশ্যত কিমান দিছে জনা নাযায় যদিও পোহনীয়া কুকুৰটোৰ দৰে কিন্তু লগতে অনবৰতে ঘূৰিয়েই থাকে। সেই সুবিমল সেনক দেখাৰ লগে লগেই ব্ৰজেন পূজাৰীৰ বিষ্ঠা গচকা মানুহৰ দৰে মুখৰ ভিতৰলৈ থুই ওলাই আহিল। ব্ৰজেন কেতিয়াবা বৰ উগ্ৰ হৈ পৰে। এতিয়াও ভিতৰি ভিতৰি তাৰ উগ্ৰতা বৃদ্ধি পালে আৰু তাৰ এনেহে লাগিল যেন মুখৰ ভিতৰৰ থুইখিনি সেন আৰু বৰাৰ তপা মূৰ দুটাৰ ওপৰত পেলাই থৈ যাব।

পকা ৰাস্তা পোৱালৈকে এই এশ মিটাৰ বাটত ব্ৰজেন আৰু ভৱানীৰ মাকৰ মাজত একো কথা-বতৰা নোলাল। পুৱাই খৰখেদাকৈ ওলাই আহোতে নিমখ পিঠা এটাই চাহ এগিলাচে খাই আহিছিল—এতিয়াহে ব্ৰজেনৰ ভোক লাগিল। কিন্তু ব্ৰজেনে ঠিক জানিলে যে এই ব্ৰাহ্মণ প্ৰৌঢ়াই কদাপিও হোটেলত একোকে নাখাব। আঁহত গছজোপাৰ তলতে বৈ সি দুটা ডাব নাৰিকল কিনিলে। মানুহজনীয়ে ল'বলৈ ইচ্ছা কৰা নাছিল যদিও ল'লে। পাইপডাল দুবাৰমান পৰীক্ষা কৰি ব্ৰজেনৰ দৰে হোপা মাৰোতেই চ-চৰুলি খালে। লৰালৰিকৈ ব্ৰজেনে ওচৰৰ হোটেলখনৰ পৰা গিলাচ এটা আনি জাৰটোৰ পানীৰে মানুহজনীৰ সমুখতে দুবাৰমান মোহাৰি মোহাৰি ধুই তাতে ডাবটোৰ পৰা পানী বাকি দি মানুহজনীৰ হাতত দিলে।

ইয়াৰ পিচত কি কৰিব ?

—তেনেহ'লে তাই কাৰ লগত ক'লৈ গ'ল ? ইমানদিনীয়াকৈ তাই কাহানিও ক'তো থকা নাই। —মানুহজনীয়ে কলে আৰু ব্ৰজেনৰ মুখলৈ চালে।

—নাই ভৱানী এম এল এৰ লগতেই গৈছে, এও ফাঁকি মাৰিছে। ব্ৰজেনে ক'লে।

—তেনেহ'লে কি হ'ল ? ব্ৰজেনে এইবাৰ একোকে নামাতিলে।

ব্ৰজেনক নিমাত দেখি মানুহজনী যেন উচাপ খাই উঠিল। মাত থোকা-থুকি হ'ল। মই আগেয়ে কেবাবাৰো কৈছোঁ, আজিকালি দিনকাল ভাল নহয়, বৰকৈ অহা-যোৱা কৰি থাকিব নালাগে, হলে স্কুল হ'ব—নহলে নাই। নাই আজিকালিৰ ল'ৰা-ছোৱালীয়ে মাক-বাপেকৰ কথা শুনিলেহে। এতিয়া পিছে চিন্তাত কোন মৰিছে বুলি মানুহজনীৰ মাত বেছি থোকা-থুকি হ'ল। ব্ৰজেনৰ মনৰ অৱস্থাটো এনেহে হ'ল যেন সি এজন সাধাৰণ ডাক্তৰ আৰু এজন দৰিদ্ৰ পিতৃয়ে আহি কলেহি বোলে মোৰ একমাত্ৰ এইটোৱেই ল'ৰা —তাৰ কেন্সাৰ হৈছে বুলি কৈছে, মই এতিয়া কি কৰিম ডাক্তৰ, মোক এটা উপায় দিয়ক। কাৰণ বৰ্ত্তমান দেশৰ সামাজিক অৱস্থা ভৱানীৰ মাকতকৈ ব্ৰজেনে বেছি ভালকৈ জানে। ধৰ্ষণ, হত্যা, লুণ্ঠন আজিকালি এইখন দেশত প্ৰাতঃস্মৰণীয় সাংস্কৃতিক কথা। ঠগ প্ৰৱঞ্চনা উৎকোচ গ্ৰহণ নিত্য-নৈমিত্তিক স্বীকৃত আচাৰ, আচৰণ, প্ৰশংসনীয় কৰ্ম। কোনে জানে, যদিহে ৰূপদা গোঁহাইৰ নিচিনাকৈ ভৱানীৰো দেহটো ক'ৰবাত পচি উৰ্ঁলি যাবলৈ ধৰিছে চিনি নোপোৱাকৈ। ৰূপদাৰ হাতৰ কাণৰ অলঙ্কাৰে মৃত-দেহাৰ পৰিচয় দিলে—কিন্তু ভৱানীৰ গাত পিন্ধি থকা কাপোৰত বাদে ক'তো অলঙ্কাৰৰ নামত থাৰু এডালো নাই। যদিহে মৰিছে, গাত জানো কাপোৰ-কাণি আছে? গাৰ কাপোৰ-কাণি গাত থাকিবনে? ব্ৰজেনৰ কৰঙনৰ চুকৰ পৰাই ভাবি দুটা মাছে খুটি থকা বৰশীৰ পুঙাৰ দৰে কঁপিবলৈ ধৰিলে। পুলিচৰ আগত মিছা কথা কৈ নিজক লুকুৱাবলৈ চেষ্টা কৰা মানুহৰ দৰে ব্ৰজেনে মানুহজনীৰ আগত নিজৰ দুৰ্বল ভয়াৰ্ত্ত অৱস্থাটো ঢাকিবৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰিবলৈ ধৰিলে। নিজৰ মানসিক অৱস্থাটোৰ ওপৰত ঢাকনী এখন দিবৰ বাবেই সি বাতৰি কাকতৰ দোকানখনৰ সমুখত বৈ এখন বাতৰি কাকত কিনি ল'লে। কাগজখন মেলিয়েই প্ৰথম পৃষ্ঠাতে ফটোসহ গুলোৱা এটা খবৰে তাৰ মনত এনেকুৱা ঘৃণাৰ উদ্ৰেক কৰিলে, যেন কিছুমান মানুহে

তাৰ গোটেই গাত হুক্‌হুক্‌কৈ ঘমি কৰিহে দিলে। ব্ৰজেনৰ এই-টোৱেই অশান্তি। এই বাতৰিটো হয়তো সকলোৱেই প্ৰথমতেই পঢ়িছে, কিন্তু বোধহয় তাৰ দৰে কাৰো মনত কোনো বিৰাক্ৰিয়া হোৱা নাই। এনেকুৱা খবৰবোৰ পঢ়িলে অতি সাৱধানে থাকোতেও সি ক'ব নোৱাৰাকৈয়ে ঘটনাটোৰ লগত জড়িত হৈ পৰে, ঠিক যেন ভাদ মহীয়া ৰাতি প্ৰবল বৰষুণ দি থাকোতে কব নোৱাৰাকৈয়ে বিছনা চাদৰখন গাৰ ওপৰলৈ উঠি আহিছে। খবৰটো পঢ়ি থাকোতেই তাৰ কাণ-মুৰ গৰম হৈ গৈছিল আৰু বোধহয় তাৰ চকু দুটাও ৰঙা পৰি গৈছিল, নহ'লেনো কিয় আখৰবোৰ পানীত তিতি বিয়পি যোৱাৰ নিচিনা দেখিব।......একালৰ ছাত্ৰ নেতা আছিল। পিচত চৰকাৰ হোৱাৰ পিচত গণ পৰিষদৰ নেতা হ'ল। তাৰ পিচত তাত বিশেষ টিফাইট ন'হব যেন দেখি আল্‌ফাত সোমাল। দেশৰ বাবে ধন বিত্‌ অলপ কৰি আকৌ প্ৰফিটেবল বিজিনেছত হাত দিলে, চৰকাৰৰ ওপৰত আত্মসমৰ্পণ কৰি ঘাই-সুতিত উটি গ'ল। বৰ্ত্তমান কংগ্ৰেছৰ ডাঙৰ আৰু লেখৰ গুণ্ডা কৰ্মী, চাহ বাগিচাও খুলিলে, চৰকাৰী মাটিও ল'লে, অনুদানো ল'লে—মুঠতে সৰ্বগুণী লোক। ছাত্ৰ নেতা, গণ-পৰিষদ, আলফা, কংগ্ৰেছ, চাহ খেতিয়ক এই আটাইবোৰৰ পৰা মধু আহৰণ কৰি দেশৰ সুযোগ্য সন্তান হৈ মৌকোঁহ সৃষ্টি কৰি ল'লে। ভিকহু-নিচলা পৰিয়াল এটাৰ এজনী তেৰ বছৰীয়া ছোৱালীৰ ওপৰত তেওঁৰ চকু পৰিল আৰু ভকতীয়া ভাষাত তেওঁৰ 'ইচ্ছা হ'ল'। মাত্ৰ এবছৰহে হৈছিল ছোৱালীজনী ডাঙৰ হোৱাৰ। নাৰীত্বৰ নিয়মিতকৰণ হোৱাই নাছিল। সেই নেতা বিপ্লৱীৰ প্ৰতিদিনৰ বলপুৰ্বক পৰিচৰ্যাৰ ফলত তাই যে লাহে লাহে মাতৃ হ'বলৈ ওলাইছে বেচেৰীয়ে গমেই পোৱা নাছিল। এনে কাৰ্য্যৰ ফলতহে যে সন্তান হয়, তাই জনাই নাছিল। মাক-বাপেক বা শিক্ষক-শিক্ষয়িত্ৰীয়েও ভাবিছিল অস্বাস্থ্যকৰ পৰিবেশত থকাৰ বাবে পেলু হোৱাৰ ফলতহে পেটটো কিছু অস্বাভাৱিক ডাঙৰ হৈছে। শেষত



মৈথুন—৩

তাই এটি সন্তান জন্ম দিলে। ধানখেৰৰ জুই যেনেকৈ ঘপহকৈ জ্বলি বেগেতেই নুমাই যায়, তেনেকৈয়ে এই সংবাদে সৰু চহৰখনত জুই জ্বলাই দিলে। জুই নুমালেও। আকৌ সেই উচ্চ বৰ্ণজাত চাহ খেতিয়ক ঘাইসুতিত উটি যোৱা বিপ্লৱীয়ে মাৰুতীত উঠি নিজৰ বিপ্লৱ চলাই যাবলৈ ধৰিলে সকলোকে বুঢ়া আঙুলি দেখুৱাই, গাড়ীৰ ধূলি উৰুৱাই উৰুৱাই। পাৰিবনে কোনোবাই নোম এডাল লৰাব তাৰ? কাগজত ওলোৱা আজিৰ খবৰটো দ্বিতীয় খবৰহে। ইয়াৰ আগেয়েও তাৰ বাৰ্তাৰ ওলাই গ'ল—আজি প্ৰতিক্ৰিয়াহে প্ৰকাশ পাইছে। পুলিচে কি কৰিলে? প্ৰতিবাদী লোকক ৰাজপথত মৰিয়ালে—প্ৰাণে মৰাৰ ভাবুকি দিছে। যি চৰকাৰেই নহওক ইহঁতৰ নিচিনাবোৰক সদায় ৰক্ষণা-বেক্ষণ দিহে থাকে। সেই গোস্বামী বোলা নেতাটো যেতিয়া ছাত্ৰ নেতা আছিল, যেতিয়া গণ-পৰিষদত আছিল, যেতিয়া আলফাত আছিল তেতিয়া কি তাৰ সেই চৰিত্ৰ নাছিলনে? আৰু এতিয়া সি ঘাইসুতিত উটি যোৱাৰ পিচত কংগ্ৰেছী চৰকাৰে সকলো প্ৰকাৰৰ সহায় কৰিছে, নহ'লেনো এছ পিয়ে তাৰ প্ৰতিবাদত ওলোৱা প্ৰতিবাদীক প্ৰাণে মৰাৰ ভয় খুৱায়নে? চালা তাৰ বৈণীয়েকেই তাক মেখেলাৰে ডিঙিত খোৰোচা লগাই মাৰিব লাগে বুলি ব্ৰজেনৰ মুখৰ পৰা ক'ব নোৱাৰাকৈয়ে কথাষাৰ ওলাই আহিলত সি অধিক সাৱধান হ'ল। থুই কৰি মুখৰ ভিতৰত জমা হোৱা থুইবোৰ উলিয়াই দিলে আৰু ওচৰতে বৈ থকা মানুহজনীলৈ চালে।

—নাই একো নহয়, কিবা বাৰ্তাৰ এটা পঢ়িহে ঘিণ লাগিল। মানুহজনীৰ ফালে চাই ব্ৰজেনে ক'লে। এনেকুৱা বাৰ্তাৰ যদি সি কেতিয়াবা দিবলগীয়া হৈছে তাৰ লগতে সি জনমত সৃষ্টি কৰাৰো চেষ্টা কৰে। অন্য সাংবাদিকৰ দৰে খবৰটো আনন্দেৰে উলিয়াই হাতত বাৰ্তাৰ কাকতখন লৈ মানুহক দেখুৱাই নুফুৰে।

—এতিয়া পিছে কি কৰা? মানুহজনীয়ে সুধিলে।

—বলকচোন এবাৰ থানালৈ যাওঁ।

—থানালৈ ? মই আজিলৈকে থানালৈ গৈয়ে পোৱা নাই। মানুহজনীয়ে কলে।

—আজি বলক বুলি সি এখন ৰিক্সা মাতিলে।

থানাত যেন এখন মেলাহে বহিছে। ইমান প্ৰজা! ক'ৰ পৰা কিহৰ বাবে তাত প্ৰজা গোট খালে! মানুহবোৰে চিঞৰ বাখৰ কৰিছে। পুলিচে লাঠী জোকাৰি জোকাৰি মানুহৰ জুমৰ মাজত জাপিয়াই ফুৰিছে। কি হ'ল ?

—হয়নে হেৰি কি হ'ল ? ব্ৰজেনে এজনক সুধিলে। কনিষ্টবলটোৱে ব্ৰজেনক চিনি পায়।

—ভালেই হ'ল আপুনি আহিলে। এইবোৰ ডাঙৰ মানুহৰ কথা বুইছে। কলেজৰ প্ৰফেছাৰ। ডম্বৰু শৰ্মা। সি কুকুৰে সেই ঘৰত কাম কৰা ছোৱালীজনীক হেৰি কৰি প্ৰেগ্‌নেণ্ট কৰি দিলে। তাৰ পিচত কুকুৰে পৰহি ৰাতি নাটেশৰী ঘৈণীয়েকৰ লগত লগ হৈ ছোৱালীজনীক গাত তেল ঢালি জুই লগাই মাৰিলে। ঘৰত এজনী ধুনীয়া গাভৰু ঘৈণীয়েক আছে। সি কুকুৰে—

—কি ডম্বৰু শৰ্মা ছাৰ!

—অঁ ডম্বৰু শৰ্মা কুকুৰ। ইয়াৰ আগেয়েও বোলে দুবাৰ তাইৰ এবৰচন কৰাইছে। মাৰৰ কোবত কুকুৰে সৈ কাঢ়ি দিছে নহয়। সৈটো গেলা শ তাত পৰি আছে। চিভিল হছপিটেলৰ পৰা বাহিৰে বাহিৰে শ্মশানলৈ পুৰিবলৈ নিছিল। ল'ৰাই ধৰিলে—। খুব পাইছে। জীয়া তেজ গাত নাই তাৰ—বুলি কনিষ্টবলটোৱে লাখুটিডাল ডাঙি জেওৰা ভঙা গৰু খেদাৰ দৰে এফালে খেদি গ'ল মানুহবোৰ।

থানাৰ চোতালত হুলস্থুল কৰি থকা গোটেই মানুহবোৰে যেন ব্ৰজেনৰ মূৰটোৰ ভিতৰলৈ সোমাই গৈ গণ্ডগোল আৰম্ভ কৰি দিছে। সেই ধুনীয়া গহীন গম্ভীৰ, এজনী ধুনীয়া প্ৰফেছৰণী ঘৈণীয়েক থকা প্ৰফেছৰী কৰা মানুহটো ইমান নিকৰুণভাৱে

ৰাক্ষস হ'ব পাৰেনে ? ইমান কদৰ্য্য হ'ব পাৰেনে তেওঁৰ ভিতৰখন ? তেনেহলে ইতিপূৰ্বে তেওঁৰ বিষয়ে ওলোৱা সকলো কথাই সঁচা নেকি ? পৰস্ত্ৰীৰ লগত চোৰ পৰি যে খেদা খাইছিল, মাগিৰলৈ অহা মাইকী মানুহজনীক যে দহ টকা দি কাষৰ কেচুৱা মজিয়াত বহুৱাই থৈ যৌন কৰ্ম কৰা বুলি বু বু বা বা ওলাইছিল স'ৰাৰ মাজত, এই সকলোবোৰ কথা সঁচানে ! সঁচানে !! কি কৰিব লাগে ? এনেকুৱা মানুহক চীন দেশত কৰাৰ দৰে এই মুহূৰ্ত্ততে ৰাজহুৱাভাৱে হয় মৰিয়াই মৰিয়াই, নহয় গুলী কৰি মাৰিব লাগে। কিন্তু হবনে সেইটো ? নহয়। যি চৰকাৰেই নহওক লাগে, তাক ৰক্ষা কৰিবই। এনেকুৱা ঘটনা কাকতত কত ওলাই আছে, ক'ৰবাত কিবা শাস্তি হৈছেনে ? সি দাঁত কৰচিবলৈ ধৰিলে। এবাৰ ঘূৰি চাই সি মানুহজনীক কাষত নেদেখি ডিঙি মেলি চাৰিওফালে চাবলৈ ধৰিলে। আচহুৱা ঠাইত মানুহজনীয়ে বাট হেৰুৱাব পাৰে। তাৰ যিমান দূৰলৈকে চকু গ'ল মানুহজনীক চকুত নপৰিল। তাৰ ইচাত্ বিচাত্ লাগিল। প্ৰথমে বাহিৰে বাহিৰে আৰু তাৰ পিচত মানুহৰ জুমৰ মাজত সোমাই সি মানুহজনীক বিচাৰিবলৈ ধৰিলে। তাৰ ভয় লাগিল। হঠাত মানুহজনী ক'ত হেৰাই থাকিল! মেলা চাই থাকোতে হাতত ধৰি থকা চাৰি পাঁচ বছৰীয়া শিশু এটা হেৰাই গ'লে মাকৰ যেনে এটা অৱস্থা হ'ব ঠিক তেনে এটা অৱস্থাৰেই সি মানুহজনীক ঘূমুটিয়াই বিচাৰি ফুৰিবলৈ ধৰিলে। এবাৰ তাৰ চকু থৰ হ'ল। পাচফালে থানাৰ লেতেৰা বাৰাণ্ডাখনত কাপোৰেৰে ঢাকি থোৱা গেলা গোন্ধোৱা পোৰা মাংসপিণ্ডটোৰ ওচৰত কোনো মানুহেই নাই, অথচ ভৱানীৰ মাকে একেথৰে সেই কাপোৰেৰে ঢকা বস্তুটো চাই আছে। মানুহজনীৰ সৰসৰকৈ চকুপানী ওলাই আছে। ব্ৰজেনে জেপৰ পৰা ৰুমালখন উলিয়াই নাকত সোপা লৈয়ো ওচৰ চাপিব পৰা নাই, অথচ মানুহজনীয়ে চাদৰৰ আচলটোও নাকত নলগোৱাকৈ চাই আছে'।

—মাহীদেউ, মাহীদেউ। ব্ৰজেনৰ মাতত উচাপ্ খাই উঠি সাউৎকৈ ব্ৰজেনৰ ওচৰত বৈ ক'লে. তোমাৰ চিনাকি পুলিচটোক ক'ব নোৱাৰানে, কাপোৰখন অকণমান উদঙাই দিয়ক, মই মুখখন এবাৰ চাওঁ—কিজানি—

—নাই নাই নালাগে। মুখ বুলি কথা নাই, মুখ চকুৰ একো চিন্ নাই পোৱা মঙহ হৈ আছে। আহক আহক—

—নহয়হে কি জানি তাই, তাই কিজানি—কথা কব নোৱাৰা মানুহজনীৰ দৰে ব্ৰজেনো নিৰ্বাক নিথৰ হৈ পৰিল। মানুহজনীৰ দুইখন ভগা গালৰ ওপৰেদি দুটা টোকাপৰুৱা বগাই নমাৰ দৰে দুচকুৰ পৰা পানীৰ টোপাল তললৈ বাগৰি আছে। ব্ৰজেনে বুজি পালে, মানুহজনীয়ে কিজানি পোৱা গেলা এই মাংসপিণ্ডটো নিজৰ জীয়েক বুলিয়েই কেনেবাকৈ সন্দেহ কৰিছে!

[ চাৰি ]

—টান পৰিলে ৰাম, মই এতিয়া কি কৰিব লাগে? ক'লে কথা ওলাই যায়। গাভৰু ছোৱালীক গা ঘেলাই ফুৰিবলৈ দিব। স্কুলৰ কমন ৰুমতো এইবোৰ কথাহে। নিজৰ ভতিজী বুলি ক'বলৈ লাজেই লাগে বুলি ৰামনাথ দেউৰ ভায়েক হাইস্কুলৰ মাষ্টৰ ৰেৱকান্ত শৰ্মা দপ্দপাই উঠিল। ককায়েকে মুখেৰে একোকে মতা নাই। নবৌৱেকেও দেওৰেকৰ মুখলৈ চাই আছে। এই মানুহটোৱে বিয়াৰ আগলৈকে নবৌৱেকক মাকৰ দৰে ভাবিছিল, কিন্তু বিয়াৰ পিচৰ পৰাই মানুহটোৰ ৰূপ সলনি হ'ল। আগেয়ে একোকে নলগা মানুহটোৱে শেষত ঘৈণীয়েকৰ বুধি মতে ককায়েকৰ পৰাও অন্যায়কৈ মাটিৰ ভাগো বেছিকৈহে ল'লে, বোলে মাকৰ সকামত আটাইবোৰ খৰচ হেনো তেওঁৰেই হ'ল। ওচৰতে ঘৰ যদিও ববকৈ আহ-যাহ নাই। কেতিয়াবা নোৱাৰিলেহে আহে। ঘৰ-দুৱাৰ পকা কৰিলে। মানুহটো কংগ্ৰেছীও।

মানুহটো কেতিয়াবা কিবা কাৰণত আহিলেও, ঘৈণীয়েকজনী যে নিচেইকৈ নাহে, যেন কেঁচা মাটিৰ মজিয়াত চেন্দেল পিন্ধা ভৰি দুটা পেলালেও অসুখহে হ'ব। ল'ৰা-ছোৱালীকো আহিবলৈ নিদিয়ে, যদিও কলেজত পঢ়া বাথৰক বাধা দি ৰাখিব নোৱাৰে। সিয়েই দিনটোত এবাৰলৈ হ'লেও আহি বৰদেউতাক, বৰমাকৰ খা-খবৰ কৰি যায়। যোল দিন পাৰ হৈ যোৱাৰ পিচতো যেতিয়া দিছপুৰলৈ যোৱা ভৱানী ঘূৰি আহি ঘৰ নাপালেহি তেতিয়া ককায়েকে কেবাবাৰো খবৰ কৰি কৰি ভায়েকক মতাই আনি কথাটো কৈছিলহে, মাষ্টৰ ভায়েক দাং খাই উঠিল। দাং খাই উঠিব বুলি অৱশ্যে ককায়েকে ভাবিছিলেই কাৰণ ঘৈণীয়েকে কোৱা নিজেই শুনিছে, আমাৰ সেইবোৰ জঞ্জালত মূৰ সুমাব নালাগে।

—বজাৰুৱা মানুহৰ ছোৱালীৰ দৰে নিজৰ গাভৰু ছোৱালীয়ে ক'ত ঘূৰি ফুৰিছে, ক'ত গা ঘেলাই ফুৰিছে, কাৰ লগত কলৈ গৈছে, একো খবৰ নাই, এতিয়া জোৰ পূৰি হাত পালত পুৰিছে বুলি চিঞৰিলে কেনেকৈ হ'ব।' তাই কিমানবাৰ গুৱাহাটীলৈ কাৰ লগত ক'লৈ গৈছে আমাক নকলিহুঁক বুলিয়েই আমি কিবা নাজানোনে? আজিকালি কেনেকুৱা দিনকাল পৰিছে, গাৰ নোমেই শত্ৰু। তেনেস্থলত যাৰে তাৰে লগত ৰাতিৰ গাড়ীত গুৱাহাটীলৈ যায়। স্কুলখন হ'ল যেতিয়া এদিন নহয় এদিন চৰকাৰে ল'বই, তাৰ বাবে ইমান তাঁতবাতি। আজিকালি কাগজ মেলিবই নোৱাৰি, চাৰিওফালে হত্যা আৰু ধৰ্ষণৰ নিউজ। তেনে-স্থলত যোল দিনকৈ ঘৰত গাভৰু ছোৱালী এজনী নাই। কোনো চিন্তা নাই। মোৰ পাৰ্টিৰ মানুহ হলে কি হ'ব—সেইটো এম এল এৰ স্বভাৱ-চৰিত্ৰৰ কথা কোনে নাজানে। লুচ্ছা। কিমান ছোৱালী, কিমান মাইকী মানুহৰ লগত তাৰ বদনাম ওলাইছে তাক কোনে নাজানে। চি এমৰ কাণতো পেলাইছে। সেয়া বুপদা বোলা সেই ছাৰেণ্ডাৰ কৰা ছোৱালীজনীক মাৰি পানীত পেলাই দিলে। দিনে দিনে তাৰ নাৰী কেলেঙ্কাৰীৰ কথা ওলায়; লগত

লালেইনো তাৰ লগত যাব লাগেনে? গাভৰু ছোৱালীয়ে নিজৰ দেহা নিজে চম্ভালি ফুৰিব লাগে—

—কিন্তু মাউৰত যোৱাটোৱে এতিয়া তাৰ লগত নাই যোৱা বুলি কৈছে নহয়। ভায়েকৰ কথাৰ মাজতে মাত দি ৰামনাথ দেউৰে ক'লে।

—কি? কাৰ আগত কৈছে?

—সিদিনা ব্ৰজেনৰ লগত বৌৱেৰ গৈছিল নহয় তাৰ ওচৰলৈ, সি ক'লে যে সি হেনো লগো লোৱা নাই আৰু তাৰ লগত যোৱাও নাই। বহুত দিন বোলে সি তাইক লগেই পোৱা নাই। সি বৌৱেৰৰ আগতে গুৱাহাটীলৈ টেলিফোন কৰি খা-খবৰ ল'লেহে। —ৰামনাথে কথাকেটা কৈ ভায়েকৰ মুখলৈ চালে। চকুৱে-মুখে অলপ হ'হাৰ নিচিনা কৰি ৰেৱকান্ত মাষ্টৰে ক'লে—তেনেহ'লে হৈছে আৰু। সি যদি তাৰ লগত নাই যোৱা বুলি কৈছে তেতিয়াহ'লে মই ক'বলৈ হ'লে তহ'তে ছোৱালীৰ আশা এৰ। ঠিক এই কথাষাৰ শুনাৰ লগে লগেই থিয় হৈ থকা মানুহজনী ঘপহকৈ মাটিতে বহি দিলে। বহি থকা মজিয়াখন যেন কুমাৰৰ চাক এখনৰ দৰে চক্ৰাকাৰে ঘুৰিবলৈ ধৰিলে। তেনে যেন পাই মানুহ-জনীয়ে সোঁহাতেৰে মজিয়াত ভেজা দি ল'লে। কিছুপৰ ৰেৱকান্ত মাষ্টৰ নিস্তব্ধ হৈ ৰ'ল। এবাৰ ককায়েক আৰু নবৌৱেকৰ চকুলৈ চালে। ৰেৱকান্তৰ চকুৰ আগত তেতিয়া ব্ৰজেনৰ ছাঁটো বৈ আছে। এই ব্ৰজেনৰ ওপৰত ৰেৱকান্তৰ এটা খং আছে। ৰেৱকান্ত মাষ্টৰ বৰ প্ৰভুভক্ত। বৰ্ত্তমানৰ বুদ্ধিজীৱীৰ দৰে তেওঁ [illegible] তেওঁৰ ওপৰৱালা হেড্‌মাষ্টৰক সন্তুষ্ট কৰি ৰাখিব খোজে। হেড্‌মাষ্টৰ বলিন দত্তই বিভিন্ন শিতানত স্কুললৈ টকা আনি আত্মসাৎ কৰি আহিছে। তাৰ বাহিৰেও নিজৰ ছাত্ৰীৰ লগতে তেওঁৰ বহুত বদনাম আছে। সেইবাৰ সহকাৰী শিক্ষয়িত্ৰী শ্ৰীলেখা দেৱীৰ লগত বজেনজনাই যোৱাকৈ লেটি-পেটি হ'ল। বলিন দত্তৰ ঘৈণীয়েকে এদিন স্কুলৰ কমন ৰুমতে গৈ লেখাৰ চুলিত ধৰি টাচ

আঁচ চৰিয়ালেও। মূখত ধান পেলাই দিলে আখৈ ফুটাকৈ চোকা লেখায়ো চিঞৰিব চিঞৰিব ক'লে যে হেড্‌মাষ্টৰ-চেড্‌মাষ্টৰ নামানিব, গিৰিয়েক-ঘৈণীয়েকহালকে চাৰিআলিত নাঙঠ কৰাই দিব। এই কথাটোকে থাপ-থুপ কৰিবলৈ সকলোতকৈ আগভাগ লৈছিল বেৰ মাষ্টৰে। কিন্তু ব্ৰজেনে খবৰটো সংগ্ৰহ কৰি 'সপ্তাহ' নামৰ সাপ্তাহিক কাকতখনত বিস্তাৰিতভাৱে উলিয়াই দিলে। সেই কাৰণেই ব্ৰজেনৰ ওপৰত বেৰকান্ত মাষ্টৰৰ খং আৰু ব্ৰজেনে যে ভৱানীহঁতৰ ঘৰলৈ আহি থাকে সেইটোও বেৰকান্তই বেয়া পায়। বেয়া পায় মানে বেৰকান্তৰ ঘৈণীয়েকে চিঞৰি চিঞৰিয়েই কয় বোলে বাঁহি ডেকা ল'ৰাৰ ঘেক্‌চালি, দিন নাই, ৰাতি নাই কেৱল ডেকা ল'ৰাৰ আহ-যাহ, এইখন বজাৰনে ভদ্ৰ বামুণ মানুহৰ ঘৰ মানুহে দেখিলে ক'বই নোৱাৰিব।

—এই ব্ৰজেন বোলা বদ্‌মাইচটোৰ গাতো পাক আছে।— বেৰকান্তই ক'লে। সিও কম বদ্‌মাইচ নহয়। তাৰ কথানো কোনে নাজানে—চৰিত্ৰহীন, লম্পট এটা। সি আকৌ লোকৰ নিউজ উলিয়ায় কাগজত। তাকে ধৰি ভালকৈ আম্‌জাদ অ'চৰ হতুৱাই এখন্দা দিয়াই দিলে চবৰোৰ সৈ কাঢ়ি দিব।

—নাই নাই বোপাই, তাৰ গাত একো পাক নাই। এইকেইদিন খাৱন-শোৱন নোহোৱাকৈ সিৰ্তে অ'ত ত'ত খবৰ কৰি ঘূৰি ফুৰিছে। ৰামনাথে ক'লে।

—হুঁম্‌, তহঁতে মানুহ চিনি পাবলৈ আহিছ। মানুহ আমিহে চিনিব পাওঁ। তহঁতে হেজাৰ ক'লেও মই হ'লে তাৰ গাতহে পাক আছে বুলি কৈছোঁ। আম্‌জাদ অ'চিয়ে এদিনমান লক্‌আপত ৰাখিবলৈ পালে পিচদিনা এখন বাতৰি কাকত ছপাব পৰাকৈ বিৱৰণি উলিয়াই দিব। কৈ বেৰই যিটো হাঁহি মাৰিলে সেই হাঁহিটোৱে যেন ককায়েক-নবৌৱেকৰ বুকুত ওপৰা-ওপৰিকৈ চোকা ব্লেডেৰে কেউটামান ৰেপহে লগাই দিলে। মানুহহালে বহুত পৰলৈকে একোকে কথা ক'ব পৰা নাছিল। ককায়েক-

নবৌৱেকৰ এই মৌনতাৰ সুযোগ গ্ৰহণ কৰি ৰেৰকান্ত মাষ্টৰ বহাৰ পৰা উঠিল।

—যাওঁ, এফালে মিটিং এখন আছে।

—ৰ'বিচোন, তই পিছে এতিয়া কি কৰিবলৈ কৰ—ককায়েকে সুধিলে।

—মই কি কম? ৰোগী মৰাৰ পিচত ঔষধৰ কি ব্যৱস্থা কৰা হ'ব বুলি সোধেনে? যাবলৈ ওলাল। ককায়েকে আগত থিয় হৈ সুধিলে ঃ

—এবাৰ থানালৈকে যাবি নেকি?

—টকা আছে? নিচেই কমেও পাঁচশ টকা নাপালে, থানাই কাগজখনকে নল'ব। থানাৰ অ'-চি, এছ ডি অ,' এছ ডি চি, পুলিচ চি আই সকলোবোৰ এনেকুৱা মানুহ আনি আগৰটো চৰকাৰে ভৰাই দিলেহি যে আটাইবোৰ ঘোৰ বামুণ বিদ্বেষী। গোটেইখন ব্ৰাহ্মণ-শূন্য ৰাজ্য কৰিব এতিয়া। বামুণ বুলি গম পালে টকা নিদিয়াকৈ গোচৰ দিবলৈ হ'লে ঘূৰাই খবৰ দিওঁতাকহে লক্-আপত ভৰাই থব। গতিকে সেইবোৰ জুইত হাত দিবলৈ গৈ লাভ নাই বুলি ৰেৰকান্তই কালৈকো নোচোৱাকৈ বামুণীয়া খোজেৰে ফোঁ ফোঁৱাই ওলাই গ'ল। অব্ৰাহ্মণ ৰাজত্বত সহোদৰ বামুণ ভায়েকটোৱেহে বৰ দয়া দেখুৱালে—নবৌৱেকে মনতে ভাবিলে যদিও ক'ব নোৱাৰিলে।

দক্ষিণা কম পোৱা আক্ৰোহী পুৰোহিতৰ খোজেৰে ৰেৰকান্ত ওলাই যোৱাৰ পিচত কিছুপৰ ডিঙি মুচৰি মৰা পাৰচৰাইৰ দৰে ৰামনাথ দেউ আৰু তেওঁৰ পৰিবাৰ বহাতে আলমোকোটা খাই যেন নিশ্চল নিৰ্বাক হৈ ৰল। এইকেদিন গাওঁখনত সকলো মানুহেই জানিও নাজানিও ভৱানীৰ খবৰ সুধি ঘৰখনক যেনেকৈ বিতত কৰি পেলাইছে ঠিক তেনেকৈ বহুতে বহুতো কাল্পনিক ঘটনা অথবা বহুত ঘটনা কল্পনা কৰি ভূতৰ কাহিনী কৈ ফুৰাৰ

দৰে নানান কথা কৈ ফুৰিছে। হেৰি আপোনালোকৰ ঘৰৰ ভিতৰলৈ সাপ এটা বগাই সোমাইছে বুলি ওচৰৰ ঘৰৰ চোতালৰ পৰা বিৰং মাৰি ক'লে আন্ধাৰ ঘৰটোৰ ভিতৰত শুই থকা মানুহবোৰৰ মনৰ অৱস্থা যেনেকুৱা হ'ব এই কাহিনীবোৰ শুনিও ৰামনাথ দেউহঁতৰ বিশেষকৈ তেওঁৰ পৰিবাৰৰ মনৰ অৱস্থা একেই হৈছে। মানুহজনীৰ টোপনিতো নাই নায়েই, আনকি চকু দুটা কৌতিয়াবা জোৰকৈ জাপ থাব খুজিলেও দুগুণ জোৰকৈ মানুহজনীয়ে মেলি ৰাখিবলৈ চেষ্টা কৰে, জানোচা বেয়া সমাজিক দেখে। ক'ত ভৰসা কৰিব পাৰি আজিৰ পৃথিৱীত। নিজৰ তেজ মঙহৰ সম্পৰ্ক থকা দদায়েকটোৱেও কৈ গ'ল সেইদৰেই। ৰামনাথ দেউৱে নিজৰ চাৰি পাঁচদিন নকটা পকা দাড়িৰে ভোবোকাৰ শুকান ৰুটিৰ দৰে সোপোকা গাল দুখন মোহাৰিবলৈ ধৰিলে। খং উঠিলে মানুহটোৱে নিজৰ গাল দুখন মোহাৰি থকাৰ অভ্যাসটো আগৰে পৰাই আছে আৰু তেতিয়াই ঘৈণীয়েক সাৱধান হয়, যেন বতাহধুমুহা আহোঁ আহোঁ হওঁতে দুৱাৰ খিৰিকীহে বন্ধ কৰি দিয়ে। কিন্তু এতিয়া গিৰিয়েকে গাল দুখন মোহাৰি থকা দেখিও মানুহজনী বহাৰ পৰা নুঠিল। মানুহজনীয়ে কৰিব কি, কাৰণ তেওঁ বিভোৰ হৈ থকাদিহে আছে, কোনোবাই মাতিলেও গাত হাত দি হেচুঁকি দিলেহে গম পাব। সেই মুহূৰ্ত্তত মানুহজনীৰ মূৰটোৰ ভিতৰত সেই থানাত কাপোৰেৰে ঢাকি থোৱা পোৰা মাংসৰ লদাটোহে ওলাই আছে। কিজানিবা সেইজনী প্ৰফেছৰৰ ঘৰত বন কৰা ছোৱালী নহয়, কিজানি তাই—তাই……। ৰেৱকান্তই যে কৈ গ'ল, এই ব্ৰজেনৰ গাত পাক আছে বুলি। ব্ৰজেনৰ গাত কি পাক থাকিব পাৰে? পাঁচ মাইল আঁতৰৰ পৰা নিতৌ চাইকেল মাৰি মাৰি আহি সি খবৰ লৈছেহি, অলৈ ত'লৈ গৈছে, খবৰ আনিছে—খবৰ কৰিছে…, মানুহ ইমান কপটীয়া হ'ব পাৰেনে? তাইক কোনে কি কৰিব পাৰে? সৰু থাকোতে বা বোৱাৰী কালতেই ধৰ্ষণ বোলা কথাটো শুনিছিলনে বাৰু। বুঢ়ী

হ'লহি, এই শব্দটো কাহানিও কাৰো মুখতে শুনোই নাছিল।' আগেয়ে এইবোৰ কামেই নাছিল নে, শব্দই নাছিল!

—জীৱনটোত সুখৰ মুখ নেদেখিলো,—এদিনলৈয়ো যদি সুখ বোলা বস্তুটো পালোহেঁতেন অন্ততঃ মৰিলে যমৰ আগত ক'ব পাৰিলোহেঁতেন—বুলি ৰামনাথ দেউৰে ভাওনাৰ অপেণত ভাৱৰীয়াই কৰা স্বগতোক্তিৰ দৰে কথাকেটা কওঁতেই চোতালৰ তাঁত শালৰ খুটাটোতে চাইকেলখন আওঁজাই হাতত খবৰ কাগজ-এখন লৈ সোমাই আহিল ধহমহাই মুকুল আৰু বাখৰ। হাতত কাগজখন লৈ সিহঁতে কিছুপৰ ফোপাই ফোপাই চাৰিওফালে চালে। যদিও খবৰটো চিধাই নোকোৱাৰ সিদ্ধান্তই দুয়োটাই কৰি আহিছিল তথাপি মুকুলে সিদ্ধান্ত পাহৰি উত্তেজনাৰে ক'লে, ইয়াত খবৰ এটা আছে!

—খবৰ মানে, ইয়াৰ নহয়—কৃষ্ণাবৰৰ—বাখৰে ক'লে। ক'ৰবাত কিবা কৰি থকা ইন্দ্ৰানীও আহি সিহঁতৰ ওচৰত ৰ'লহি। তাই কাগজখন টান মাৰি ল'ব খোজোতেই মুকুলে ক'লে, ৰহ মই পঢ়ি দিছোঁ। কৃষ্ণাবৰৰ নিজা বাতৰি দিওঁতাৰ পৰা।

—তই বাতৰিটো পঢ়িব নালাগে, মোটামোটি মই কথাটো কৈ দিওঁ বহ বুলি বাখৰে কওঁতেই ৰামনাথ দেউৰে ক'লে, নালাগে হাতত আছে যেতিয়া সবিশেষ বাতৰিটোকে পঢ়ি দেচোন।

—মই পঢ়োঁ দে, ইন্দ্ৰানীয়ে ক'লে। ঠিক তেনেতে এখন গাড়ী অহাৰ শব্দ হ'লত আটাইবোৰ হুৰমুৰকৈ দুৱাৰমুখলৈ ওলাই গ'ল। গাড়ী আহি ৰেৱকান্ত মাষ্টৰৰ গেটৰ ওচৰত ৰলহি আৰু চাৰিজন মানুহ তাৰ পৰা নামি গ'ল। পাৰ্টিৰ মানুহ। ৰামনাথ দেউৰে মানুহ-কেইজনক লগ ধৰি কথাটো আলোচনা কৰিবনেকি এবাৰ ভাবি চালে। ভৱানীৰ মাকে ভাবিছিল কিজানিবা গাড়ীত ভৱানীয়েই ক'ৰবাৰ পৰা আহিছে। এইবাৰ দুৱাৰমুখৰ পৰা আটাইকেউটা আকৌ ভিতৰলৈ সোমাল আৰু কেনেবাকৈ ভায়েকৰ হাতৰ পৰা খবৰ কাকতখন হাত কৰি ইন্দ্ৰানীয়ে মনে মনে পঢ়িবলৈ ধৰিলে। বাপেকে-

ডাঙৰকৈ পাঢ়িবলৈ কও'তেই চোতালত আহি চাইকেলৰ পৰা বেঙা মেলি নামিলহি ব্ৰজেন। ব্ৰজেনক দেখিলে আগেয়ে ৰামনাথ দেউ বা তেওঁৰ পত্নীৰ যি উৎফুল্লিত আগ্ৰহী মানসিকতা এটা হয়, এই মুহূৰ্ত্তত কিন্তু নহ'ল। বোধহয় বেৰকান্তই অলপ আগেয়ে ব্ৰজেনৰ ওপৰত দি যোৱা মন্তব্যও এটা কাৰণ হ'ব পাৰে। ৰামনাথ দেউৰ মনত হঠাতে এটা আগেয়ে নেখেলোৱা কথাই ডেও দিবলৈ ধৰিলে। অথনি যে বেৰেই কৈ গ'ল অব্ৰাহ্মণ এছ ডি অ' অ' চি', এছ ডি চি আৰু এছ ডি অ'ৰ অফিচৰ বৰকেৰেণী পৰ্য্যন্ত অব্ৰাহ্মণ মানুহ হোৱাৰ বাবে এইখন গোটেই অব্ৰাহ্মণ ৰাজত্ব হ'ল—কিন্তু সহোদৰ ভাইটোৱেনো কি হিতটো চিন্তা কৰিলে? নিজৰে ভতিজী ছোৱালী মানে নিজৰে জীয়েকৰ নিচিনা নহয়নে? ক'তা দদায়েকটোৰ মনততো লেশমানো চিন্তা দেখা নগ'ল। গতিকে বিপদীয়া মানুহৰ কি বামুণ-অবামুণ, হিন্দু, মুছলমান, দেশী-পৰদেশী, সহোদৰ-নিলগৰ আছে? এই ক্ষেত্ৰত সেই বাক্যষাৰহে খাটে—সাঁতোৰ সাঁতোৰ নিজ বাহুবলে, সাঁতুৰিব নোৱাৰিলে যা ৰসাতলে।

—হেৰি নহয়, এতিয়া দহ বাজিছে, মোহা ওলাওক কৃষ্ণাবৰৰ পৰা আহোঁ। ব্ৰজেনৰ কথাত আটাইবোৰে ব্ৰজেনৰ মুখলৈ চালে।

—সেই কাগজত থকা বাতৰিটোৰ কাৰণে কৈছা নহয়; ছেঃ বাতৰিটো পঢ়া হোৱাই নাই নহয়, ৰামনাথ দেউৱে ক'লে।

—নালাগে পাঢ়িব বলক, ওলাওক। বাট পঞ্চাছ মাইলহে; ঘূৰি আহি সন্ধ্যাৰ আগে আগে পাই যামহি।

—কিন্তু হাতত—

—হ'ব হ'ব। মোৰ হাতত পইচা আছে। মই পইচাৰ যোগাৰ কৰি আহিছোঁ। বাতৰি চাতৰি বাদ দিয়ক, মুঠতে কাপোৰ পিন্ধক বুলি ব্ৰজেনে খৰখেদা লগালে। ব্ৰজেনৰ মুখলৈ চাই মানুহজনী জ'য় পৰি গ'ল।

## [ পাচ ]

ব্ৰজেনে ভাবিছিল যে থানাত লোকে-লোকাৰণ্য হৈ থাকিব কিন্তু কৃষ্ণাবৰ থানাত তেনেকৈ মানুহ বিশেষ নাই। মোচ থকা তপা অ' চিটোৱে চুৰট হুপি হুপি বহি আছে আৰু মাজে মাজে একোবাৰ টেবুলৰ কাগজ আৰু একোবাৰ বাহিৰলৈ চায়। ব্ৰজেন আৰু ৰামনাথ দেউ সোমাই গৈ তপামুৰীয়াৰ ওচৰত থিয় হৈ আছে, অথচ সি বহিবলৈ কোৱা নাই, অথবা একোকে সোধাও নাই। তাৰ টেবুলত তিনিকোণীয়া কাঠৰ টুকুৰাটোলৈ ব্ৰজেনে চালে; ইংৰাজীত লিখা আছে—ঈশ্বৰ চন্দ্ৰ মহন্ত বি-এ, অ' চি কৃষ্ণাবৰ পুলিচ থানা।

—আপোনাক লগ পাবলৈ আহিছিলো।—ব্ৰজেনে ক'লে।

—ক'ৰ পৰা আহিছে—এই এই কলীয়া ( অবাইচ মাত ) চাহ কি হ'ল? হামি আহিছে ( অঃ মাঃ ) এতিয়ালৈকে চাহ একাপ দিব পৰা নাই!

—নাই ছাৰ, কোনো অহাই নাই—চাহ ক'ৰ পৰা দিওঁ।—বেৰখনৰ সিফালৰ পৰা কলীয়াই ক'লে।

—(অঃ মাঃ) কোনো অহাই নাই বুলি চাহ একাপ নোখোৱাকৈ থাকিমনে? ( অঃ মাঃ ) চববোৰ ময়েই ব্যৱস্থা কৰি দিব লাগে,—অ' কওকচোন ক'ৰ পৰা আহিল!

—আমি খাজুৰীবাৰীৰ পৰা আহিলো।

—খাজুৰীবাৰী, খাজুৰীবাৰী ক'ত আছিল?

—গোলাঘাট মহকুমাত।

—অ আই চি, মনত পৰিছে। চাওঁ টকা দহটা দিয়কচোন, ৰাতিপুৱাৰে পৰা চাহ খোৱা নাই,—ঐ কলীয়া ( অঃ মাঃ ) হেঁ—চাহ আনগৈ।

ব্ৰজেন বা ৰামনাথ দেউৱে একো তৰ্কৰ নোৱাৰোতেই হাতত ফ্লাস্ক এটা লৈ কলীয়া হাজিৰ হ'লহি। যন্ত্ৰবৎ ব্ৰজেনে জেপৰ পৰা টকা দহটা উলিয়াই দিলে। কলীয়াই হাত পাতি ল'লে।

—ঐ চুৰট কেইটামানো লৈ আহিবি।

—ছাৰ পইচাই নাটিব নহয়।

—চাওঁ কিমান দিছে ? আৰু পাঁচ টকা দিয়ক। কথামতে এইবাৰো ব্ৰজেনে টকা পাঁচটা দিলে।

কওকচোন কিয় আহিল ইমান দূৰৰ পৰা ?

—মানে এই নিউজটোৰ কাৰণে আহিলো—বুলি ব্ৰজেনে হাতত ভাজ কৰি থোৱা বাৰ্তাৰ কাগজখন মহন্তৰ আগত মেলি ধৰিলে। থাপ মাৰি কাগজখন লৈ মহন্তই পঢ়িবলৈ ধৰিলে। পঢ়ি শেষ কৰি মহন্তই চিঞৰিবলৈ ধৰিলে ঐ ঐ আহমদ ( অঃ মাঃ ) ঠেলাৰ নাম বাবাজী। সেই সাংবাদিকে ভাল নিউজ দিছে। শুনিছনে নাই —ভাৰপ্ৰাপ্ত আৰক্ষী বিষয়াই অতি তৎপৰতাৰে ঘটনাটোৰ অনুসন্ধান কাৰ্য হাতত লোৱাত স্হানীয় ৰাইজে সন্তোষ প্ৰকাশ কৰিছে।

( অঃ মাঃ) একে ধমকত কাম হ'ল। বুইছে সাতবাৰৰ মূৰত কুকুৰে এম-এ পাছ কৰিছে। হায়াৰ ছেকেণ্ডেৰীৰ প্ৰিন্সিপাল। পুলিচৰ বিৰুদ্ধে নিউজ দিয়ে। থানালৈ মাতি আনি এক ধমক দিলত বেচেৰাৰ পেন্ট তিতি গ'ল। সি আৰু ( অঃ মাঃ ) পুলিচক জোকাবলৈ সাহস নকৰিব। অ' এতিয়া কওকচোন কি হ'ল আপোনালোকৰ।

—আমি শটো এবাৰ চাবলৈ বিচাৰোঁ—মানে এখেতৰ ছোৱালী এজনী আজি ষোল দিন হ'ল—গুৱাহাটীলৈ গৈছিল তাৰ পিচত নাই।

—হয়নেকি ? শটো নাই নহয়। প'ষ্ট মৰ্টেমৰ কাৰণে সদৰলৈ পঠোৱা হ'ল নহয় ; অলপ আগে আগে, মানে ধৰক দুঘণ্টামানৰ আগেয়ে পঠালো।

—আমি তেনেহ'লে চাবলৈ নাপামনেকি ?—ৰামনাথ দেউৰে সুধিলে।

—কেতিয়া আহে ঠিক নাই নহয়। চৰতে পইচাৰ খেলা

বহুইছে। [ অঃ মাঃ ] টকা নহ'লে ডাক্তৰে শটোৰ কাপোৰখনো নগুচায়। কেনেকুৱা আছিল আপোনালোকৰ ছোৱালীজনীৰ চেহেৰা-পাতি ? বয়স কিমান ?

—বয়স ত্ৰিছমান হৈছে।

—কি পিন্ধিছিল ?

—জানো শাৰীয়েই পিন্ধিছিল নে মেখেলা চাদৰেই পিন্ধিছিল! তাই দুয়োটাই পিন্ধে।—ৰামনাথে ক'লে।

—আজিকালি অসমীয়া ছোৱালীয়ে [ অঃ মাঃ ] ক'ত মেখেলা চাদৰ পিন্ধিব, শাৰী পিন্ধিব। কি নাম আছিল আপোনাৰ ছোৱালীৰ ?

—ঘৰত আমি মাকু বুলি মাতিছিলো—ভাল নাম ভৱানী দেৱী।

—তাৰ মানে আপোনালোক বুলি কওঁতেই টেবুলত থকা টেলিফোনটো বাজি উঠিলত বাওঁ হাতেৰে ৰিচিভাৰটো লৈ ক'লে—হেল্ল' অ' চি মহন্ত স্পিকিং। কোনে কৈছে ? অ' কওঁক ছাৰ। হয় ছাৰ, মানে ছাৰ হাবিত থকা লুৰিবলৈ যোৱা মানুহে খবৰ দিলেহি, কঠ এটাৰে মেৰাই থোৱা আছিল ছাৰ হয়, হয়..., হয়..., ফুলিবলৈ আৰম্ভ কৰিছে, চাৰিদিনমান হ'লনেকি মৰা—হয় ছাৰ, দেখাত ডিঙি চেপি হত্যা কৰা যেন লাগিছে, হয় ছাৰ; ৰেপ কেঁছ, গোটেই গাত দাঁতৰ দাগ—হয় ছাৰ, অনুমান কৰা মতে চাৰি-পাঁচটামান মানুহে ৰেপ কৰিছে, হয় ছাৰ কাপোৰ-কাণি দেখি কোনোবা হোটেলত বা ঘৰত হৈছে যেন লাগে ঘটনাটো, বোকা চোকা নাই, তেজ লাগি আছে...নাই নাই অকল পেটিকোটটো গাত মেৰাই থোৱা আছে, অন্য কাপোৰ-কাণি নাই, হয় ছাৰ, হয়, হয়, নাই, নহয়, চেহেৰাটো দেখিলে জনজাতীয় ছোৱালী যেন লাগে, নাই, নহয়, নহয়, বামুণ বা বৰ্ণ হিন্দু নহয়....নহয়, আহিছে, আহিছে বহুত মানুহে চাই গৈছে, নাই, চিনি পোৱা নাই—কালিৰে পৰা বিমানবোৰ মানুহে চালে, হয় ছাৰ...মই এতিয়াহে বুজিছো বহুত

মানুহৰ গাভৰু ছোৱালী হেৰাইছে তাৰ মানে, নাই পোৱা, নাই পোৱা, দুজন বহিয়েই আছে, আপোনালোকৰ তাৰে, হয় ছাৰ আপোনাৰ সমষ্টিৰে, ৰ'ব—কি নাম ক'লে আপোনাৰ বুলি মহন্তই ব্ৰজেনলৈ চালে। ব্ৰজেনে যেন গোটেই কথাটোত কিবা এটা গোন্ধ পালে। ৰামনাথ দেউৰে মুখ মেলাৰ আগেয়েই ব্ৰজেনে টপৰাই ক'লে বোধেশ্বৰ গোস্বামী, —ছাৰ, ছাৰ, হেল্ল' হেল্ল' হয় ছাৰ বোধেশ্বৰ গোস্বামী তেখেতৰ নাম, হয় ছাৰ, হ'ব ছাৰ, কাগজত দিয়াৰ দৰেই জোৰ তদন্ত চলাইছো, হ'ব ছাৰ, হ'ব, নমস্কাৰ ছাৰ গুড আফটাৰনুন বুলি অ' চি মহন্তই ৰিচিভাৰটো থেকেচা মাৰি থৈ স্বগতোক্তি কৰিলে, চালা বাষ্টাৰ্ড', নিজৰ গাড়ীত অনবৰতে ছোৱালী থাকেই, হোষ্টেল-হোটেল ক'তো মাইকী নহ'লে [অঃ মাঃ] অকলে শুবই নোৱাৰে কুকুৰে, আকৌ কৈছে বোলে যোৱাটো চৰকাৰৰ দিনৰ পৰা হেনো ৰেপ কে'ছ বাঢ়িল। দোষীক কৰায়ত্ত কৰিবলৈ জোৰ তদন্ত চলাবলৈ কৈছে। [ অঃ মাঃ ] এই এম এল এ মন্ত্ৰীগালক ধৰি আনি যদি আমাক কোবাবলৈ দিয়ে [ অঃ মাঃ ] মই অকলেই সিহঁতৰ চব কথা নিজৰ মুখেৰেই উলিয়াই দিয়াম। [ অঃ মাঃ ] বুইছে, তিনি চাৰিটামান বাদ দি সকলোবোৰৰে মাইকীৰ লগত কাৰবাৰ। বুঢ়া-ডেকা কথা নাই, আপুনি ধৰিয়েই ল'ব পাৰে, প্ৰতিটোৱেই নিচেই কমেও চল্লিছ পঞ্চাছ জনী মাইকীক বেইজ্জতি কৰিছে। কিমান এম এল এ মন্ত্ৰীয়ে কিমান ছোৱালী মাৰিছে বা মৰাইছে আমিহে জানোঁ। ক'লে চাকৰি যাব। সি কুকুৰে আকৌ মৰেলিটীৰ কথা কয় বুলি অ' চি মহন্তই প্লেট-খনৰ পৰা ৰসগোল্লা দুটা একে কোবেই মুখত ভৰাই মোকমোকাই ক'লে, ঐ ঐ কলীয়া, এখেত সকলক চাহ নিদিলি কিয় ?

—নাই চাহে নাটিলে।

—হ'ব হ'ব আমাক চাহ নালাগে। সেয়া কোনে ফোন কৰিছিল ?

—এই ৰাছকেলটো, আপোনালোকৰ তাৰ এম এল এ মোহন

ৰো [ অঃ মাঃ ] মাইকী বুলিলে পাগল। [ অঃ মাঃ ] ৰাতিৰ কাগজত পুৰা খবৰটো পঢ়ি হেনো বৰ বেজাৰ পাইছে। কোনে জানে কিজানি [ অঃ মাঃ ] সিহঁতেই ক'ৰবাত বেইজ্জতি কৰি মাৰি পেলালে। শটো পোৱাৰ বাবে ভয়তে সবিশেষ খা-খবৰ আগতীয়াকৈ লৈ লৈছে। [ অঃ মাঃ ] ইহঁতেই দেশখন খালে। আগৰ সেই সোণৰ অসম কৰা জাকে যেনিবা তপত খোলাত ভাজিলে, ইহঁতজাকে [ অঃ মাঃ ] তপত তেলত ভাজিছে। মই কৈ দিলোঁ চাব—বি জে পি আহি আছে। মই কিন্তু এইবাৰ বি জে পিক ভোট দিম। ঐ ঐ ভৰত সৈ মাৰোৱাৰীটোৱে বস্তুটো দিলেনে নাই ?

—নাই, বোলে অহাই নাই।

—[ অঃ মাঃ ] ফাঁকি মাৰিবলৈ আহিছে। এছ ডি অ' বাপেকক [ অঃ মাঃ ] ৰাতি দহ বজাতো দিছে, ঐ তাক মাতিছে বুলি কৰি। সৈ কপাটিডৰ বৰানে ফৰা সেই মুখ-পোৰা ছেক্রেটৰীটোৱে চেনি দিয়াৰ কথা আছিল নহয়। আনিলিনে ?

—আনিলো, ঘৰত বাইদেউৰ হাতত দি আহিলো।

—ডেকা ল'ৰা পালে আকৌ বায়েৰে চুপতি মাৰে নহয়। [ অঃ মাঃ ] এবেলাপৰ চাগে চুপতি মাৰি আহিলি ?

—হেৰি নহয়, আমি বাৰু চিভিল হছপিটেললৈ গ'লে লাচটো চাব পাৰিমনে ? —ব্রজেনে সুধিলে।

—ইয়াৰ পৰা চিভিললৈ তিনি মাইল। আপোনালোক যায় যায় মানে যদি গুচি আহে ?

—বাৰু ৰ'বচোন, আপুনি ছোৱালীজনী জনজাতীয় ছোৱালী বুলি ক'লে নহয় ?

—নহয়, মানে দেখাত তেনেকুৱা লাগিছে। ফুলি আছেতো ধৰিব নোৱাৰি। তথাপি বড়ো বা কছাৰী ছোৱালীৰ নিচিনাহে লাগিল। ওচৰে-পাজৰে নহ'ব—আঁতৰৰ। ক'ৰবাত মাৰি আনি ৰাতি ইয়াত পেলাই দিছেহি। এই মানে হাবিখনত বহুত আঁতৰৰ

পৰা আনি লাচ পেলায়হি কিয় জানে? এই হাবিখনত কিমান শিয়াল আছে পৃথিৱীত বোধহয় সিমান শিয়াল [অঃ মাঃ] একেলগে ক'তো নাই। তাতে হাবিখনো [ অঃ মাঃ ] আলিৰে পৰাই আৰম্ভ হৈছে। শিয়ালো আছে, এটা লাচ নেফানেফ কৰি শেষ কৰিবলৈ খুব বেছি একঘণ্টা লাগে। কিন্তু আজি এ সপ্তাহমান ধৰি শিয়াল নাই। ক'ৰবাৰ পৰা কুকুৰ নেচীয়া বাঘ এটা আহি সোমালহি। [ অঃ মাঃ ] শিয়াল পলাই পত্রং। সেই বাবেহে আমি লাচটো পালো—ন'হলে [ অঃ মাঃ ] হাড়মূৰো নাপালোহেঁতেন।

—তেনেহ'লে আমি যাওঁ।

—যাওক। ৰ'বচোন আপোনালোকৰ ছোৱালীজনী ক'লৈ গৈছিল বুলি ক'লে?

—দিছপুৰলৈ।

—কিবা চাকৰিৰ বাবে হ'বলা?

—হয়।

—কিমান দিন হ'ল?

—ওঠৰ দিন হৈ গ'ল। —ৰামনাথ দেউৰে ক'লে।

—তেতিয়া হ'লে ছোৱালী গ'ল। গ'ল বুলিয়েই ধৰি লওক। [অঃ মাঃ] আজিৰ তাৰিখলৈকে যোৱা সাত বছৰত কিমান ছোৱালী চম্পট হ'ল আমিহে জানো। আৰু ( অবাইচ মাত ) ক'লে চাকৰি যাব-তাৰ বেছি ভাগেই এই এম এল এ-মন্ত্রী-চৰকাৰী দালালবোৰৰ হাতত জাহ গৈছে। ছোৱালী বুলিলে সিহঁতে বাঘে গৰু খোৱাদি খায়।

একো উত্তৰ নিদি ব্রজেন আৰু ৰামনাথ দেউ ওলাই আহিল। চোতালৰ ফ্লেগ প'ষ্টডালৰ ওচৰ পাওঁতেই অ' চিয়ে কাৰোবাক কোৱা তেওঁলোকৰ কাণত পৰিল—ঐ [ অঃ মাঃ ] এই বুঢ়াৰো এজনী হেৰাল।

ইমান সুন্দৰকৈ সলসলিয়াকৈ প্রতিটো শব্দৰ লগতে ইহঁতে অচিনাকি মানুহৰ আগতো ইমান অশ্লীল অবাইচ মাত মাতিব

পাৰে! এজনী গাভৰু ছোৱালী সন্ধানহীন হোৱাটো যেন সিহঁতৰ বাবে শৌচ-পেচাবৰ দৰে সহজ সাধাৰণ প্ৰাকৃতিক কথাৰ দৰে হৈছে। সন্মুখত কন্যাহাৰা এজন পিতৃ বহি আছে অথচ আদবয়সীয়া মানুহটোৰ অকণো অনুকম্পা নাই! তাৰ ঘৰত তাৰ পুত্ৰ কন্যা নাইনে বাৰু? সি আকৌ বি জে পিত ভোট দিয়ে!...ব্ৰজেনৰ কাণ-মূৰ গৰম হ'ল। চাকৰৰ আকৌ গৃহস্থৰ বাছ-বিচাৰ—পানীৰ পাত্ৰৰ বাছ-বিচাৰ!

পকা আলিত উঠি ৰামনাথ দেউৱে ভগা মাত এটাৰে সুধিলে, এতিয়া পিচে কি কৰা? চিভিললৈকে গৈ আহোনেকি। আহিলো যেতিয়া? একেবাৰে মনৰ খুদুৱনিটো মাৰি আহো। মাকে সুধিলে ক'বলৈকে হ'ব। ৰামনাথ দেউৰ কথাত ব্ৰজেনে কিছুপৰ একোকে নক'লে। তাৰ মূৰৰ ভিতৰত যেন এখন কুৰুক্ষেত্ৰ যুদ্ধ অবিৰাম চলিব ধৰিছে। আচলতে তাৰ বিবেক একো কাম কৰা নাই। সি আনকি এই জীয়া বাতৰিটোকে তাৰ কাকতলৈ লিখি পঠাব পৰা নাই। লোকৰ কথা লিখোতেই তাৰ কাণ-মূৰ গৰম হৈ যায়। এতিয়াতো ক'বলৈ গ'লে এয়া নিজৰে কথা।

দীঘল বাটটোৰ যিমান দূৰলৈকে চকু যায়, সিমান দূৰলৈকে দৃষ্টি পেলাই ব্ৰজেন থিয় হৈ আছে। হঠাৎ সি মুখেৰে এটাও শব্দ খৰচ নকৰি নগাৱঁৰ ফালে অহা মেটাডৰখন হাত দাঙি ৰখালে। ব্ৰজেনে ৰামনাথ দেউৰ ফালে চাই ক'লে, উঠক। একেবাৰে হুছাঁপিটেলত লাচটো চাই আহো।

বুঢ়াই বহিবলৈ পালে। বাৰত ধৰি মূৰটো হলাই ব্ৰজেন থিয় হৈয়েই গ'ল।

[ ছয় ]

যদিও হাতত দুখন চাইকেল আছিল। তথাপি দুয়ো ক'বলৈ গ'লে চাইকেল দুখন টানি টানি খোজ কাঢ়িহে আহি আছিল।

মুকলি বাট পালে চাইকেলত উঠে আৰু অলপ অসুবিধা পালে নামি যায়। জোনাক ৰাতি। গাড়ীৰ পৰা নামোতেই চাৰে আঠ বাজি গ'ল। গাড়ীৰ পৰাও এই এঘাৰ কিলোমিটাৰ ৰাস্তা। ওচৰা ওচৰিকৈ ব্ৰজেন আৰু ৰামনাথ দেউ গৈ আছিল, অথচ বিশেষ একো কথা বতৰা পতা নাই। ব্ৰজেনৰ ঘৰৰ ফালে সোমাই যোৱা গো বাটটোৰ মূৰ পাওঁতেই ৰামনাথ দেউৱে ক'লে, ব'লা, তুমিও আজি আমাৰ ঘৰতে থাকিবা। মোৰ অকলে যাবলৈ মনটো চেবাইছে। কিবা মূৰটো ভাল লগা নাই। ঘৰত চিন্তা নকৰে নহয় চাগৈ। আগে-পিচে ৰাতি বিয়লি ঘৰৰ পৰা আঁতৰি থাকা নহয় চাগৈ ?

—হ'ব, ব'লক। আচলতে ব্ৰজেনে বুঢ়াৰ লগত একোকে কথা পাতিবলৈ মন কৰা নাই। মানুহটোৰ ওচৰত ব্ৰজেনৰ নিজকে যেনেকৈ দোষী দোষী লাগিছে ঠিক তেনেকৈ পিতৃ হিচাপে মানুহটোৰ অক্ষমতাত ব্ৰজেনৰ মাজে মাজে পুতৌৰ ভাব এটাও হৈছে। হাতত বন্দুক লৈ দেশ স্বাধীন কৰিবলৈ ওলাই যোৱা ডাঙৰটো পুতেক বন্দুকৰ আগতেই উৰি গ'ল। সিনো কি এনে সংগঠন-বিৰোধী কাম কৰিলে যে প্ৰাণদণ্ডই আচল শাস্তি হ'ল। টকা পইচাকে যদি আত্মসাৎ কৰিছিল তেনেহ'লে ক'তা পাকঘৰটোৰ খেৰৰ চালি দুখন নতুন কৰিবলৈও দেখোন বাৰীৰ বাঁহকেটাহে বাপেকে বিক্ৰী কৰিবলগীয়া হ'ল। একেবাহে কেবাদিনো সকাম-নিকাম কৰিবলৈ নাপালে লঘোণেই হয় প্ৰায়ে। তেনেহ'লে আত্মসাৎ কৰা টকাবোৰনো সি ক'ত থলে! নে কোনোবাই আত্মসাৎ কৰা টকাৰ খবৰ কৰাটোৱেই তাৰ সংবিধান বিৰোধী কাম হ'ল!

সাধাৰণতে গাৱঁৰ মানুহবোৰ ফুট গধূলিতেই শোৱে—কেৱল চাকৰি বাকৰি কৰা বা ঘৰত লাইট থকা কেইঘৰহে, বিশেষকৈ বামুণ কেইঘৰহে শোওঁতে কিছু পলম হয়। এতিয়া কিন্তু লিটাৰত টকাকৈ কেৰাচিন তেল কিনিব নোৱাৰি মানুহবোৰে বেলি পৰো নপৰোতেই ৰাতিৰ সাজ ৰান্ধে আৰু নামঘৰত সন্ধিয়াৰ চাকি

জ্বলাই ডবাত কোব মৰাৰ পিচতেই খাই প্ৰায় শোৱেই। সেই বাবেই এই এঘাৰ কিলোমিটাৰ ৰাস্তাত যিমানবোৰ গাওঁ ব্ৰজেন-হঁতে পাৰ হৈ আহিল, ক'বলৈ গ'লে সেইবোৰ প্ৰায় মৰিশালিয়েই হৈ আছে। ক'ৰবাত দুই এঘৰত লাইট জ্বলি আছে। লেম্প-চাকি জ্বলি থকা ঘৰ কিন্তু ক'তো নাই।

নগাওঁ চিভিল হস্পিটেলৰ মৰ্গত বহুত পৰলৈকে ৰামনাথ দেউৰে অপৰিচিতা গাভৰুৰ লাচটো তন্ময় হৈ চাই আছিল। তেওঁলোক গৈ পোৱালৈকে কোনো-কোনো ডাক্তৰ বা কোনো এটা ছুইপাৰো লাচটোৰ ওচৰলৈ অহা নাই। বাৰাণ্ডাতে কনিষ্টবল দুটা বোন্দাপৰ দি বহি আছে। মাজে মাজে এটাই চিভিল ছাৰ্জন বা ডাক্তৰক লগ ধৰিবলৈ দৌৰা-ঢপৰা লগায় আৰু ইটো বহি থাকে চাদা মোহাৰি মোহাৰি। ব্ৰজেনে লাচটো বেছিপৰ চাব নোৱাৰিলে। লাচটোৰ ওচৰতে ফটা ছিটা কলপতীয়া ৰঙৰ তেজৰ চেকা লগা পেট্ৰিকোট এটা পৰি আছে। আচলতে পুলিচে এইটো থানাতে ৰাখিব লাগিছিল। ব্ৰজেনে বেছিপৰ লাচটো চাই থাকিব নোৱাৰাৰ কাৰণটো হ'ল যে আবেগে তাক চোচোৰাই টানি নিয়ে। এই যে লাচ হৈ পৰি থকা গাভৰু ছোৱালীজনী কাৰ যে সন্তান আছিল, কিমান চাগৈ আশা আছিল! কোনে চাগৈ তাইক চাকৰিৰ বাবে ফুচুলাই নি দকচি দকচি চোবাই খাই কুঁহিয়াৰৰ চোবা থুই কৰি পেলাই দিয়াৰ দৰে পেলাই দিলে। ভৱানীৰো চাগৈ এনেকুৱাই হ'ল! এই লাচটোৰ মাক-বাপেকেও চাগৈ ৰামনাথ দেউ বা তেওঁৰ পত্নীৰ দৰে হাৰমাও কাঢ়ি নিজৰ ছোৱালীক বিচাৰি ফুৰিছে। নিশ্চয় এই লাচটোৰো পৰিয়ালটোৰ আৰ্থিক অৱস্থা শোচনীয়ই হ'ব। ধনী মানুহৰ ছোৱালীক কেতিয়াও চাকৰিৰ প্ৰলোভনেৰে ধৰ্ষণ কৰি হত্যা কৰিব নোৱাৰে। এনেবোৰ অসংলগ্ন ভাবে ব্ৰজেনক পৰুৱাই টানি নিয়া মৰা মাখি এটাৰ দৰে চোচোৰাই লৈ যায় বাবে সি লাচটোৰ ওচৰত বেছিপৰ ৰ'ব নোৱাৰিলে। কিন্তু ৰামনাথ দেউৰে এলাই পেলাই টোপনি যোৱা প্ৰথম সন্তানক একান্ত মনে

মাকে চাই থকাৰ দৰে চাই আছে। চোতালৰ দুৰৈৰি ফলৰ মাজেদি ফ' ঠাইলৈ লিক্‌ লৈ বৈ যোৱা বৰষুণৰ পানীৰ দৰে ৰামনাথ দেউৰ কেবাদিনো নকটা পকা দাড়িবোৰৰ মাজেদি চকুপানী বৈ আছে।

এটা এটা ডাব নাৰিকলৰ পানী আৰু দুটা দুটা মালভোগ কলৰ বাহিৰে তেওঁলোকৰ পেটত দিনটো একো আহাৰেই পৰা নাছিল। অৱশ্যে ভোকো পেটত নাছিল। খোৱাৰ কথা মনত পৰিলেহে পেটটোত পাক মাৰি ধৰে—এনেয়ে নাই।

চাইকেলখন টানি টানি নি থকা ৰামনাথ দেউক পাচফালৰ পৰা দেখি ব্ৰজেনৰ দেশৰ আটাইতকৈ নিঃস্ব, নিঃসহায় আৰু দুখিত মানুহজন এইজনেই যেন লাগিল। ব্ৰজেনে মনতে ভাবিলে, কিবা এটা খবৰ পাবলৈ উৎকণ্ঠিত হৈ থকা ভৱানীৰ মাকক বাৰু সিয়েইনো কি ক'ব বা গিৰিয়েকেইনো কি ক'ব! অৱশ্যে এটা কথা ভাল হ'ব যে লাচটো চিনি নাপালো বুলি ক'লে মানুহজনীৰ মনত এটা দেখ-নেদেখ ক্ষীণ আশাই বেঙণি এটা পেলাই থাকিব, —কিজানি ওলাবহি!

লাহে লাহে ৰামনাথ দেউহঁত ঘৰৰ ওচৰ পালেহি। জোনাকত আঁতৰৰ পৰাই দেখিলে যে নঙলামুখত এখন গাড়ী ৰৈ আছে। গাড়ীখন দেখি ব্ৰজেন আৰু ৰামনাথ দেউৱে মুখেৰে একো নোকোৱাকৈ দুয়ো চকুৱে চকুৱে চালে। যেন কিবা এটা আশা। কিন্তু গাড়ীখনৰ ওচৰ পাই যেতিয়া দেখিলে যে সেইখন এখন নতুন মাৰুতী ভানহে, ঘপহকৈ চাইকেলখন গুলচ ফুল জোপাত আওঁজাই ৰামনাথ দেউ গুলচ ফুল জোপাৰ তলতে বহি দিলে। প্ৰথমতে বৃজেনে বুঢ়াই প্ৰস্ৰাৱ কৰিবলৈ বহিছে বুলিহে ভাবিছিল, কিন্তু বহুত পৰলৈকে নুঠা দেখি ওচৰ চাপি গ'লতহে ৰহস্যৰ ভেদ ভাগিল। শব্দ নোহোৱাকৈ ৰামনাথ দেউৱে কান্দিছে। গাটো বৈ বৈ জোকাৰ খাই জোকাৰ খাই আছে। এই বুঢ়া মানুহটোৱে কন্দা দেখি বৃজেন বিবুধিত পৰিল। সি ৰামনাথ দেউৰ কান্ধত হাত দি ক'লে, মোহা, আপুনি কান্দিছে দেখোন।

বহুত পৰ উচুঁপি উচুঁপি ৰামনাথ দেউৱে ক'লে,—মই মাকজনীক এতিয়া কি সংবাদ দিম ?

ভালহে হৈছে, লাচটো ভৱানীৰ হোৱা হ'লে আপুনি কোন সতেৰেনো ক'লেহেঁতেন মাহীদেউক—সেই কথাটো ?

মাৰুতী ভানখনৰ কাষেদি ব্ৰজেন আৰু ৰামনাথ দেউ সোমাই গৈ চোতালত চাইকেল দুখন তাঁতৰ খুটাত আওঁজাই থৈ বন্ধ হৈ থকা দুৱাৰখনৰ ওচৰত ৰ'লগৈ। জোনাকৰ পোহৰত তেওঁলোকে মন কৰিলে বেৰকান্তৰ ঘৰৰ বাৰাণ্ডাত যেন কোনোবাই মনে মনে এইফালে চাই ৰৈ আছে। দক্ষিণফালে চায়ো সেই একেটা ঘটনাকে দেখিলে, মহেশ্বৰৰ ঘৰৰ পাচফালেও কোনোবা ৰৈ আছে। বন্ধ হৈ থকা কোঠাটোৰ ভিতৰত কোনোবাই জোৰেৰে কাৰোবাৰ লগত তৰ্ক কৰাৰ চেষ্টা কৰিছে। গাড়ীখন দেখি ব্ৰজেনে ধৰিব পৰা নাছিল যদিও ৰামনাথ দেউৱে ধৰিব পাৰিছিল যে সেইখন আত্মসমৰ্পণ কৰা আল্ফা প্ৰভাতৰ নতুন গাড়ী। ইয়াৰ আগেয়ে এইখন গাড়ী লৈ সি দুবাৰ আহিছে বাবে ৰামনাথ দেউৱে চিনি পালে। ৰামনাথ দেউৱে বন্ধ পুৰণা কাঠৰ দুৱাৰখনত হেঁচা দিলে। কেৰ্কেৰণি শব্দ এটা কৰি দুৱাৰখন খোল খালে। বিছনাখনত বহি থকা ডেকা দুটা, কাঠৰ চকীখনত বহি থকা ভৱানীৰ মাক আৰু বেৰত আউজি মূঢ়াত বহি থকা মুকুল, ৰামনাথ দেউ আৰু ব্ৰজেনক দেখি কিছুপৰ স্তব্ধ হ'ল যেন ৰঙোলি চলি থকা অৱস্থাত হঠাতে কাৰেণ্ট গ'ল। সোমায়েই ৰামনাথ দেউ ভিতৰলৈ গ'ল। ভিতৰত চোলাটো খুলি আলনা ডালত ওলোমাই থবলৈ যাওঁতে লেম্পৰ শেঁতা পোহৰত দেখিলে ইন্দ্ৰানীয়ে বিছনাত পৰি উচুঁপি উচুঁপি কান্দিছে। মানুহটোৱে একোকে নকৈ গামোচাখন হাতত লৈ পাচফালৰ নাদটোৰ ওচৰলৈ গ'ল।

ব্ৰজেনে যদিও এই বহি থকা ল'ৰা দুটাক চিনি পায়, তথাপি সিহঁতৰ লগত কাহানিও কথা পতা নাই। কৌতিয়াবা পাতিলে-

হ'তেন যদিও এইযে ছাৰেণ্ডাৰ কৰিলে তাৰ পিচৰ পৰাই সিহঁতৰ মুখ দেখিলেও ব্ৰজেনৰ ঘৃণাত থু ওলায়। সিহঁতক সেইদৰে বিমূঢ় অৱস্থাত দেখিয়েই ব্ৰজেনে বুজি পালে যে ইতিমধ্যে কিবা এটা ঘটিছে ঃ ব্ৰজেনে জানে যে এই প্ৰভাত নামৰ ল'ৰাটোৱে আগেয়ে বহুতবাৰ পুলিচ মিলিটেৰীৰ ভয়ত এইখন ঘৰত আশ্ৰয় লৈ থাকে, অথচ এই ঘৰত সোঁশৰীৰেৰে সি আজিহে তাক লগ পালে। প্ৰভাতহঁতৰ চাল-চলন, কথা-বতৰা, স্বভাৱ-চৰিত্ৰৰ বিষয়ে যি জানে সেই সকলোবোৰ ব্ৰজেনে ইতিমধ্যে বহুতবাৰ ভৱানীক কৈছিল। ভৱানীয়েও 'সকলো জানো' বুলি কোৱাৰ পিচতো কিয় সিহঁতক থাকিবলৈ দিছিল ব্ৰজেনে বুজি পোৱা নাছিল। পিচলৈ সি আৰু একো কোৱা নাছিল। ব্ৰজেনে ভালকৈ জানিছিল যে দেশখনক এই অৱস্থাৰ পৰা মুক্তি দিবৰ বাবে যদি সঁচাকৈয়ে কোনোবা সংগঠনে দেহে-কেহে লাগিছে, সেই সংগঠনৰ মাজত প্ৰভাতৰ দৰে ল'ৰাবোৰ কেন্সাৰাছ গ্ৰ'থ। ইহঁতে সাৰ্বভৌম স্বাধীনতাৰ কথা কয় অথচ সাৰ্বভৌম শব্দটোৰ অৰ্থকে নাজানে। মাৰপিট, হত্যা, টকা আদায়, দম দিয়া, হিৰ'হুন্দা, মাৰুতী গাড়ী আদিকেই ইহঁতে সশস্ত্ৰ বিপ্লৱৰ বুনিয়াদ বুলি ভাবে। এইবোৰ আহৰণকে প্ৰাথমিক কৰ্তব্য -জ্ঞান কৰে। সেই বাবেই প্ৰভাত আৰু নৰক দেখি ব্ৰজেনৰ দিনটোৰ ভাগৰবোৰ খং আৰু ঘৃণালৈ পৰিৱৰ্তিত হ'ল আৰু তাৰ ইমানেই বিৰক্তি লাগিল যেন এই ল'ৰা দুটাক চুলিকোছাত ধৰি ঠাঁচ ঠাঁচকৈ চৰ মাৰি বগৰাই লৈ গোটেই গাতে ধুৰাবলৈ পালেহে মানসিক শান্তি পাব। সমুখৰ চকীখনত যেতিয়া ব্ৰজেন বহিল তেতিয়া বিছনাত বহি থকা প্ৰভাতহঁত যাবলৈ উঠিল। ভৱানীৰ মাকে ক'লে, ৰ'বা।

ল'ৰা দুটা যেন কোচ খাই গ'ল চুই দিয়া কেৰেলুৱাটোৰ দৰে। ব্ৰজেনে চাই আছে। মানুহজনীয়ে য'তেই যি কৰি নাথাকক, গিৰিয়েক ক'ৰবাৰ পৰা অহাৰ লগে লগে সকলো কাম এৰি মুখ-হাত ধুবলৈ যতনাই দিয়া অথবা খোৱা-বোৱাৰ ব্যৱস্থা কৰি

দিয়াৰ নিয়মটো আজি অত বছৰে পালন কৰি আহিছে যদিও আজি এই মুহূৰ্তত ভিতৰলৈ উঠি নাযাওঁতেই ৰামনাথ দেউৰে বুজিছিল যে ক'ৰবাত কিবা এটা সাংঘাতিক ঘটনা ঘটিছে। ৰামনাথ দেউৰে মুখ-হাত ধুই কান্ধত গামোচাখন লৈয়েই ওলাই আহিল। ব্ৰজেনে মানুহজনীলৈ চাই ক'লে, সেইটো নহয়, কোনোবা জনজাতীয় ছোৱালীহে সেইজনী। কোনেও এতিয়ালৈকে চিনাক্ত কৰিব পৰা নাই। কথাষাৰ শুনি ভৱানীৰ মাকে এটা হুমুনিয়াহ ছাৰিলে আৰু খোলা দুৱাৰখনেদি বাহিৰলৈ একেথৰে চাবলৈ ধৰিলে। সেইটো সুযোগতে প্ৰভাতহঁতে বহাৰ পৰা উঠি ক'লে, আমি এতিয়া যাওঁ। পিচত আহিম।

—নহয় ৰ'বা। এতিয়াই যাব নোৱাৰা বুলি মানুহজনীয়ে দৃঢ়তাৰে ক'লত ব্ৰজেন আৰু ৰামনাথ দেউৰে এবাৰ থিয় হৈ থকা প্ৰভাতহঁতলৈ আৰু এবাৰ টান মাত দিয়া মানুহজনীলৈ চালে।

—তোমালোকে মানুহবোৰক আভুৱা ভাবিলা। ঠগিলা। দেশৰ কাৰণে বুলি কৈ তোমালোকে ধন-জন হানি কৰিলা। আৰু এতিয়া তোমালোকে চৰকাৰৰ ঘৰৰ পৰা ধন ধান লৈ গাড়ী লৈ ঘূৰি ফুৰিছা। মোৰ ল'ৰাটোক কিয় তোমালোকে মাৰিলাগৈ? মোৰ এই টোকোনা ঘৰখনত কিয় তোমালোকে জুই লগালা? দেখৰ মানে গাভৰু ছোৱালী থকা ঘৰত তোমালোকে ৰাতি আশ্ৰয় লোৱাহঁক। চৰিত্ৰহীন ক'ৰবাৰ বুলি মানুহজনীয়ে আৰু কিবা ক'ব খুজিছিল যদিও ডিঙিত যেন মাতটো লাগি গ'ল। তেনেকৈ কেইছেকেণ্ডমান বৈ আকৌ ক'লে, আৰু এতিয়া পলাব খুজিছা! মোৰ ঘৰত জুই দি পলাব খুজিছা!

—তেনেকৈ নক'ব। আমি বহুত সহ্য কৰিছোঁ। অথনিৰে পৰা আপুনি আমাক কমথন গালি পৰা নাই। —প্ৰভাতে ফোপাবলৈ ধৰিলে। সিহঁত উঠি যাব খোজোতেই ঘপহকৈ মুকুলে গৈ দুৱাৰখনত আগ ভেটি ধৰিলে।

—মাহীদেউৰে কি মিছা কথা কৈছে? কি মিছা কথা কৈছে?

আপোনালোকে দেশৰ নামত চৰকে প্ৰৱঞ্চনা কৰিলে। মানুহ মাৰিলে, ধন, টকা-পইচা তুলিলে আৰু তাৰ পিচত নিজৰ সুবিধাৰ বাবে ছাৰেণ্ডাৰ কৰিলে।—ব্ৰজেনে চিঞৰি ক'লে।

—চৰকাৰৰ আহ্বানতহে আমি ছাৰেণ্ডাৰ কৰিলোঁ—মনত ৰাখিব।

—হুঁম। চৰকাৰৰ আহ্বানত ছাৰেণ্ডাৰ কৰিলে? বিপ্লৱ কৰিবলৈ ওলাই যাওঁতে আপুনি চৰকাৰক সুধি গৈছিল নেকি? কথাও ক'ব নাজানে। চৰকাৰৰ বিৰুদ্ধে বিপ্লৱ কৰিবলৈ গৈ আকৌ চৰকাৰে ক'লতেই আঠু ল'লে। আপোনালোকৰ কি সংবিধান, নেতা এইবোৰ চব এই চৰকাৰটোতকৈ বেয়ানে যে চৰকাৰে ক'লতে আঠু কাঢ়ি সেৱা কৰিলে। কি কাৰণে তেনেহ'লে মানুহ মাৰিছিল? কি কাৰণত তেনেহ'লে ধন তুলিছিল? আচলতে কথা সেইটো নহয়। কথা হ'ল, যেতিয়া হাতত প্ৰচুৰ টকা হ'ল, তেতিয়াই আপোনালোকে দেখিলে যে ছাৰেণ্ডাৰ কৰিব লাগে—ভুল হওক, শুদ্ধ হওক।

—আপুনি—

—ৰ'ব, মোক ক'বলৈ দিয়ক। আপোনালোকৰ এচামে হাবিয়ে-বননিয়ে হাতৰ মুঠিত জীৱন-যৌৱন, আশা-ভাৰসা লৈ ঘুৰি ফুৰিছে আৰু আপোনালোকে ধন-টকা-পইচা গোটাই, চৰকাৰী ধন লৈ এতিয়া মাৰুতী ভান লৈ ফুৰিছে। আপোনালোকেই একালৰ সতীৰ্থসকলক এতিয়া পুলিচ মিলিটেৰীৰ হাতত ধৰাই মৰাইছে। —ব্ৰজেনৰ কথা শেষ নহ'লেই মানুহজনীয়ে হুক-হুকাই কান্দিবলৈ ধৰিলে। পৰিবেশটো তল পেলাবৰ বাবেই হয়তো প্ৰভাতে চিঞৰি উঠিল, আপুনি কিন্তু আমাক বৰ বেয়াকৈ ক্ৰিটিচাইজ কৰিছে, ইয়াৰ বিজাল্ট ভাল নহ'ব—

—কি কৰিব? গুলীয়াব? হাতত টকা আছে, কঁকালত পিস্তল আছে, বেকত চৰকাৰ আছে যেতিয়া ৰ'বই নালাগে, এই মুহূৰ্ততে আপোনালোকে আমাৰ আটাইকেউটাকে গুলীয়াই মাৰি থৈ যাব পাৰে। বৰ্তমানৰ কোনো আইনে আপোনালোকক

ধৰিব নোৱাৰে। সেই বুলিয়েই সদায় আমি মুখ বন্ধ কৰি ৰাখিম বুলিছেনে ?

—তাৰ বাহিৰেও এই কুকুৰটোৱে আৰু এটা ডাঙৰ সৰ্বনাশ কৰিলে বুলি মানুহজনীয়ে হাওঁ হাওঁকৈ কান্দিবলৈ ধৰিলে। চুই দিয়া কেচু সাপটোৰ দৰে প্ৰভাত জাঙুৰ খাই উঠিল। সি ফোঁ ফোঁৱাই ওলাই যাব খোজোঁতেই ব্ৰজেনে আগভেটি ধৰিলে। প্ৰভাতে সোঁহাতেৰে ব্ৰজেনৰ বুকুৰ চোলাত খামোচ মাৰি ধৰি জোকাৰিবলৈ ধৰিলে আৰু প্ৰতিটো জোকাৰত ব্ৰজেনৰ গাৰ ঘামত তিতি থকা গেঞ্জি চোলাটো চেৰেক চেৰেককৈ ফাটি গ'ল। আগবাঢ়ি প্ৰভাতৰ ডিঙিত ধৰিবলৈ মুকুল উদ্যত হৈছিল যদিও লগত থকা নৱ বোলাটোৱে জেপৰ পৰানে কংকালৰ পৰা পিষ্টল এটা উলিয়াই ব্ৰজেন আৰু মুকুলৰ ফালে টোৱাই 'খবৰদাৰ' বুলি ক'লত দুয়োটা কোচ খাই গ'ল।

—মোৰ ওপৰত মিছা বদনাম দিবলৈ আহিছে। ই যে সদায় সদায় আহি ৰাতিয়ে-দিনে ইয়াত থাকেহি, মই কৈছোঁ ইয়েই দায়ী। চালা পুলিচে চোচোৰাই নিলে গম পাবি বুলি ব্ৰজেনক ঠেলা মাৰি দি প্ৰভাতহঁত গাড়ীত উঠি গ'লগৈ।

কংকালত মাৰ মাৰি দিয়া চুক ভেকুলী এটাৰ দৰে কিছুপৰ ব্ৰজেন ঠৰ্ মৰ্ খাই ৰ'ল। ৰামনাথ দেউ, তেওঁৰ পত্নী আৰু বৈ থকা মুকুলেও বহুত পৰ একোকে কোৱা নাছিল। কিবা এটা খবৰ শুনিবলৈ উৎকণ্ঠাৰে বাট চাই থকা মানুহৰ দৰে ৰামনাথ দেউৰে ঘৈণীয়েকৰ মুখলৈ চাই আছে। বিছনাত বহি মানুহ-জনীয়ে চাদৰৰ আগেৰে মুখখন মোহাৰিবলৈ ধৰিলে। হঠাৎ মানুহজনীয়ে যুঁজ কৰিবলৈ আগঠেং দুটা দাঙি সাজু হোৱা ছাগলীৰ দৰে মুৰটো দাঙি গিৰিয়েকৰ ফালে চাই ক'বলৈ ধৰিলে কেনেকৈ আজি কিছুদিন ধৰি মানুহজনীয়ে ইন্দ্ৰানীৰ বঙচুৱা হৈ পৰা চেহেৰাটোলৈ গোপনে লক্ষ্য কৰি আছিল, কেনেকৈ পাকে প্ৰকাৰে যথা সময়ত তাইৰ মাহেকীয়া হৈ আছেনে নাই খবৰ কৰি

আছিল, কেনেকৈ আজি দ্পৰীয়া ভাতৰ পাতত বহি তাই ভাত খাব নোৱাৰি ওকালিয়াই আছিল আৰু পাচফালৰ পিৰালিত বহি বমি কৰিছিল, আৰু তাৰপিচত কেনেকৈ ডাবি ধমক দি সোধাৰ মূৰত তাই সৈ কাঢ়িছিল আৰু চোৰ এই কুলাঙ্গাৰ প্ৰভাত বুলি কৈছিল—এই সকলোবোৰ কথা অনৰ্গল মানুহজনীয়ে কৈ গৈছিল। এবাৰ মানুহজনী বহাৰ পৰা উঠিল আৰু চিকাৰৰ নিগনিটো ধৰিবলৈ যোৱা মেকুৰী এজনীৰ দৰে চোঁ মাৰি ভিতৰলৈ গৈ বিছনাত পৰি থকা ইন্দ্ৰানীক পকা ধাননিত পৰা গৰু মৰিওৱাদি মৰিয়াবলৈ ধৰিলে আৰু মুখেৰে উচ্চস্বৰে গালি পাৰিবলৈ ধৰিলে। মানুহজনীয়ে নিমিষতে পাহৰি গ'ল যে তেওঁ ইন্দ্ৰানীৰ মাক আৰু এইটো কথাও পাহৰি গ'ল যে লোকৰ বেয়া এটা শুনিবলৈ কাণ উনাই থকা ওচৰ চুবুৰীয়া প্ৰকাশ্যে চোতালত জুম বান্ধিছেহি। মাক আৰু জীয়েকৰ ওপৰা ওপৰি চিঞৰ-বাথৰত ব্ৰজেনৰ কাণত ইন্দ্ৰানীৰ এটা কথাই বাৰে বাৰে মনত পৰিছিল যে প্ৰভাতে তাইক বিয়া কৰাই নিম বুলি প্ৰতিশ্ৰুতি দিছিল। মাকে চিঞৰি চিঞৰি ক'বলৈ ধৰিলে, পৈয়েৰে এতিয়া মিছা মাতিলে কিয়? কিয় পৈয়েৰে এতিয়া নিনিলে? মোক জীয়াই জীয়াই তহঁতে জুইত পেলাই মাৰিলি। বিয়া হোৱাৰ দিন ধৰি সুখ নেদেখিলো আৰু এতিয়া কাচি কাচি খাৰণি ছটিয়াই তহঁতে দপ্‌দপীয়া জুইত পেলাই মাৰিলি,....... বুলি মানুহজনীয়ে চিঞৰি চিঞৰি ইন্দ্ৰানীক মৰিয়াবলৈ ধৰিলে। ধহমহাই সোমাই আহিল বেৰকান্ত মাষ্টৰ। তেওঁ সোমায়েই চিঞৰি চিঞৰি ক'বলৈ ধৰিলে, সংসাৰৰ বহু ডেকা ল'ৰাক দিনে-ৰাতিয়ে ঘেকচালি মাৰিবলৈ দি এতিয়া ছোৱালী মৰিয়াই ওচৰ চুবুৰীয়াৰ শান্তি-ভঙ্গ কৰিলে কি হ'ব। বাহিৰৰ পৰা ব্ৰজেন উঠি গ'ল আৰু ইন্দ্ৰানীৰ গাৰ ওপৰৰ পৰা মানুহজনীক টানি আনিলে। বাহিৰৰ মজিয়াত পৰি এইবাৰ মানুহজনীয়ে বিছনাৰ পৰা বাগৰি মজিয়াত পৰা শিশু এটাৰ দৰে হাত-ভৰি আছাৰি কান্দিবলৈ

ধৰিলে। চাৰি আলিটোত অলেখ ঘটনা ঘটি থাকিলেও একো প্ৰতিক্ৰিয়া প্ৰকাশ কৰিব নোৱাৰা থিয় হৈ থকা পাহাৰৰ গান্ধী মূৰ্তিটোৰ দৰে এই গোটেই সময়কণ ৰামনাথ দেউ থৰ হৈ বৈ আছিল। তেওঁ যেন চাৰিআলিৰ গান্ধী মূৰ্তিটোহে।

[ সাত ]

ক'বলৈ গ'লে যোৱা দুদিন ৰামনাথ দেউৰ ঘৰখন এটা জীৱন্ত কবৰ হৈ আছে। চাৰিটা জীয়াই থকা মৰাশ যেন কবৰটোৰ ভিতৰত সোমাই আছে—মাত-বোল একো নাই, কেৱল উশাহ-নিশাহ লৈ আছে। ইন্দ্ৰানী বিছনাৰ পৰা উঠাই নাই। শৌচ-পেচাব কৰিবৰ বাবেহে মাত্ৰ তাই বাহিৰলৈ ওলাই যায় আৰু বাহিৰৰ পৰা ঘূৰি আহোতে ঠাণ্ডাপানী এসোপা খাই আহে। এবাৰ আঁৰ চকুৰে মাকে তাইক চাই দেখিলে যে গাল, কপাল, পিঠি সকলোতেই ক'লা ক'লা দাগ আৰু তেজ বিৰিঙি থকা ঘাঁ। এইবোৰ দেখিও কিন্তু মাকৰ বুকুখন মোচৰ খাই নুঠিল কাৰণ তাইৰ শৰীৰৰ তেজপানী গ্ৰহণ কৰি গৰ্ভত যিটো বদনামে গঠন লৈছে সিয়েই গোটেই পৰিয়ালটোক এদিন মুখ মেলি গিলি পেলাব। সেই কথাটোৱেহে তিনিকুৰি বছৰীয়া মানুহজনীক যেন চোবাবলৈ ধৰিছে।

দেহ-মন ভাল নাই বাবে যাবলৈ ইচ্ছা নাছিল যদিও ৰামনাথ দেউ প্ৰবোধ ইঞ্জিনীয়াৰৰ বাপেকৰ শ্ৰাদ্ধ কৰাবলৈ পুৱাই চাইকেল মাৰি গ'ল। তেওঁ মনতে এটা শঙ্কা কৰি আছে যে ইন্দ্ৰানীৰ কথাটো যেতিয়া সদৰি হ'ব, তেতিয়া জানো 'ৰামনাথ দেউ'ক কোনোবাই সকাম-বিধিত লগাব! চাইকেলত জাপ মাৰি উঠোতেই তেওঁ চকুৰে ধোঁৱা-কোৱা দেখিছিল বাবে ঘপহকৈ নামি অকণমান দম লৈ আকৌ চাইকেলত উঠি গুচি গ'ল। আজিকালি যজমানি কৰা বামুণৰ অভাৱ হৈছে বাবেহে বাৰ কিলোমিটাৰ আঁতৰৰ পৰাও তেওঁক পুৰোহিত মাতিছে।

এই দুদিন তেওঁলোকৰ ঘৰলৈ ওচৰ চুবুৰীয়া বা গঞা গিয়াতি কোনোৱেই খা-খবৰ কৰিবলৈ অহা নাই। মাত্ৰ মাজে মাজে বেৰকান্তৰ ঘৈণীয়েকেহে দুই এটা কথা কাণত পেলাই আছে।

ভৱানীৰ মাকৰ আচলতে এই দুদিন মুৰটো আছেনে নাই নিজেই অনুভৱ কৰিব পৰা নাই। মাত্ৰ মাজে মাজে তালুখনত ভমভমনি উঠিলে ঠাণ্ডাপানী তালুখনত দিওঁতেহে গম পায় যে মুৰটো আছে। মুকুলে দিনে ৰাতিয়ে বলিয়াৰ দৰে ক'ৰবাত ঘুৰি ফুৰিছে, লগত বেৰকান্তৰ পুতেক বাথৰ আছে। চোতালত ঘটংকৈ চাইকেলখন আওঁজাই ব্ৰজেন সোমাই আহিল। থমথমকৈ বহি থকা মানুহজনীক দেখি সুধিলে, মোহাদেউ আছেনে ?

—নাই—, সকাম কৰাবলৈ গৈছে ক'ৰবাত।

—তেনেহ'লে আপুনিয়েই ওলাওক। বেগেতে ওলাওক, গাড়ীখন তিনিআলি পাবলৈ এঘণ্টাহে আছে। আপোনাক ওলাই মেলি খোজ কাঢ়ি যাবলৈ এঘণ্টা লাগিবই। মই এজাহাৰ দুখন লিখি আনিছোঁ, আপুনিয়েই চহী দুটা কৰি থানাত দি আহিব লাগিব। ওলাওক, ওলাওক—পলম নকৰিব। বাছখন গ'লে বিপদ হ'ব।

—কি লাভ হ'ব থানালৈ গলে ? —কওঁ নকওঁকৈ মানুহজনীয়ে ক'লে।

—নহয়, লাভ হওক নহওক থানাত দিবই লাগিব। ওলাওক ওলাওক—বুলি ব্ৰজেনে প্ৰায় ৰিমট কণ্ট্ৰলেৰে কৰাৰ দৰে কথাৰেই মানুহজনীক ভিতৰলৈ ঠেলি পঠাই হাতত অনা বাতৰি কাকতখন সাৱধানে মেলি ল'লে। সিয়েই পঠোৱা ভৱানী সন্ধানহীন হোৱাৰ খবৰ আৰু আত্মসমৰ্পণকাৰী আলফাৰ লম্পটালিৰ খবৰ দুটা আজি দৈনিক কাকতখনৰ প্ৰথম পৃষ্ঠাতেই ওলাইছে। আজি-কালিৰ কাগজৰ প্ৰতিযোগিতাৰ দিনত গুৱাহাটীৰ পৰা বা যোৰহাটৰ পৰা নিজৰ গাড়ীৰে কাকত দি যায় কাৰণে আঠ বজাৰ ভিতৰতে দৈনিক কাকত মানুহে পঢ়িবলৈ পায়। আগৰ দৰে আগদিনাৰ কাকত পিচদিনা পঢ়িবলগীয়া অৱস্থা নাই।

বৰ লৰালৰিকৈ মানুহজনী ওলাল। মানুহজনী ওলাই আহিলত সি চুৰি কৰিব খুজি ধৰা পৰা ল'বাৰ দৰে খৰখৰকৈ বাতৰি কাকতখন জাপি ললে। প্ৰায় তিনি কিলোমিটাৰ বাট বাছলৈ বুলি খোজ কাঢ়ি আহি থাকোতেও ব্ৰজেনে ভুলতো এবাৰো নক'লে যে বাতৰি দুটা আজিৰ কাকতত ওলাইছে।

বাছৰ পৰা নামিয়েই মানুহজনীৰ হাতত কাগজ দুখন দি দুয়ো থানাৰ ফালে আগবাঢ়িল। থানাৰ মুখত কেবাখনো গাড়ী ৰৈ আছিল। তাৰ মাজতে ব্ৰজেনে এখন মাৰুতী ভান চিনি পালে—এইখন প্ৰভাতৰ গাড়ী। অনুমান সত্য। প্ৰভাত, নৱ আৰু আন দুটা অ' চি আমজাদ খানৰ সমুখত বহি আছিল। অ' চি খানৰ কোঠাৰ সমুখত ব্ৰজেনহঁতক বোৱা দেখি প্ৰভাতহঁত ওলাই আহিল। ব্ৰজেনহঁতে সোমাই গৈ দেখিলে খানে তেওঁৰ মুখৰ আগৰ টেবুলত কাগজখন মেলি প্ৰথম পৃষ্ঠাৰ বাতৰি দুটাকে পঢ়ি আছে। বোধহয় প্ৰভাতহঁতেই আনি বাতৰি কাকতখন খানক দিলেহি। কাগজৰ পৰা মূৰ তুলি মুখৰ আগত থিয় হৈয়ে থকা ব্ৰজেনহঁতক দেখি অ' চি খানে ক'লে, কি হ'ল ?—ব্ৰজেনে মানুহজনীৰ হাতৰ পৰা কাগজ দুখন লৈ খানৰ মুখৰ আগত মেলি দিলে। অলপ চকু ফুৰায়েই অ' চি আমজাদ খানে সুধিলে, এই দৈনিক পেপাৰত নিউজ আপুনি দিছিল ?

—হয়।

– কিয় দিছিল ?

—মই সেইখন কাকতৰ ৰিপৰ্টাৰ।

—আপুনি এম্ এল এ ছাবৰ কথা কিয় লিখিছিল ? ছাবে পুৱাই টেলিফোন কৰিছে, মই আপোনাক বিচাৰি যোৱাৰ কথাই আছিল।

—সঁচা কথা বাবে লিখিছিলো। —ব্ৰজেনৰ দৃঢ় কণ্ঠস্বৰত অ' চি খানে কেইমুহূৰ্তমান স্তব্ধ হৈ ব্ৰজেনক চাই ৰ'ল।

অস্বস্তিকৰ মুহূৰ্তটোৰ পৰা হাত সাৰিবৰ বাবেই বাহিৰলৈ চাই ব্ৰজেনে দেখিলে যে প্ৰভাতহঁত মাৰুতী ভানখনৰ ওচৰত সিহঁতৰ ফালে আঙুলিয়াই আঙুলিয়াই কিবা কথা পাতি বৈ আছে। অ' চি আমজাদ খানে এইবাৰ টেলিফোনটো মুখৰ আগলৈ আনি ডায়েল পকালে। ...গুড মৰ্নিং ছাৰ, মই অ' চি খানে কৈছোঁ, হয় ছাৰ, আছে আছে ছাৰ বাহিৰতে আছে ; ছাৰ কাল্‌প্ৰিটটো আহিছে চাৰ, হয় ছাৰ, লগত ডেট অ'ল্ড ওৱমেন, হয় ছাৰ—দিছে, দুখন এজাহাৰ দিছে ছাৰ, হয় ছাৰ, আছে আছে নিউজত দিয়াৰ দৰে এজাহাৰতো ছাৰ আপোনাৰ নাম দিছে বুলি খানে কাগজখন ভালকৈ চকুৰ আগত মেলি ল'লে। হয় ছাৰ, হয়, হয়,....হয় ছাৰ, হয়নেকি ছাৰ বুলি খানে ব্ৰজেনলৈ চালে। ভাল ছাৰ, হ'ব হ'ব ছাৰ, ছাৰ প্ৰভাতহঁতেও তাকেই কৈছে, হয় ছাৰ, হ'ব—হ'ব—, ভাল ছাৰ—মই আধাঘণ্টামানৰ পিচতেই গৈছোঁ, হ'ব ছাৰ, নাই, নাই অহা—হ'ব হ'ব ছাৰ—নমস্কাৰ। ৰিচিভাৰটো থব খুজি খানে আকৌ কাণত লগাই ক'লে, ছাৰ—, হ'ব হ'ব ছাৰ, ৰাতি দহ বজাৰ পিচত ছাৰ সি পদ্য গোৰাদি গাই দিব ছাৰ, মোৰ আগত ছাৰ সি গাখীৰ ক'লা বুলি কৈ দিব, গোবৰ বগা বুলি কৈ দিব, জানো ছাৰ জানো ছাৰ, মুঠতে দহ বজাৰ পিচত পদ্য গোৰাদি গাই দিব, হ'ব ছাৰ, নমস্কাৰ বুলি আমজাদ খানে ৰিচিভাৰটো থৈ ব্ৰজেনলৈ ট টকৈ চাই চিঞৰি মাতিলে,

—ঐ ঐ বোধেশ্বৰ, বোধেশ্বৰ।

—ছাৰ। মোচাল কনিষ্টবল এটা থিয় হ'লহি।

—এইটোক তাত ভৰাই থ' বুলি অ' চি খানে ব্ৰজেনলৈ আঙুলিয়াই দিলে।

—কি মোক? উচপ খাই উঠিল ব্ৰজেন। ইমানপৰে নীৰৱে থকা মানুহজনীৰ গাৰ গোটেই নোমবোৰ এনেকৈ দাংখাই গ'ল যে কাপোৰৰ তলত মানুহজনীক বেজীৰে বিন্ধাদি বিন্ধিবলৈ ধৰিলে। ব্ৰজেনৰ ওচৰলৈ বোধেশ্বৰ আগবাঢ়ি গ'ল।

—কিন্তু মোক—মোক কিয় ?

—টাডাত। আলোচনা বিৰোধী আল্‌ফাৰ লগত তোমাৰ যোগাযোগ আছে, এখেতৰ জীয়েক ভৱানীক তুমি গুৱাহাটীলৈ নি সন্তানহীন কৰিছা, এখেতৰ সৰুজনী জীয়েকৰ লগত অবৈধ যৌন সম্পৰ্ক কৰি কনচিভ কৰাইছা—প্ৰভাতক হত্যাৰ ভাবুকি—

—আপুনি এইবোৰ কাক কি কথা ক'বলৈ আহিছে খান ? প্ৰাণটোকি চিঞৰিলে ব্ৰজেনে। অ' চিয়ে কোনো প্ৰতিক্ৰিয়াকে প্ৰকাশ নকৰিলে।

—আপুনি এই ল'ৰাটোৰ ওপৰত এইবোৰ কি মিছা কথা কৈছে ?

ক'পা অথচ খঙৰ সুৰত ভৱানীৰ মাকেও চিৎকাৰ কৰি উঠিল।

—সঁচানে মিছা কাইলৈ আপুনি গম পাই যাব। ৰাতি দহ বজাৰ পিচত এই অ' চি আমজাদ খানৰ আগত ই সকলোবোৰ কথা পদ্য গোৱাদি গাই দিব নহয়। ঐ লৈ যা তাক বুলি ধমক দিলত বোধেশ্বৰ মোচালে ব্ৰজেনৰ হাতত ধৰি টানি নিলে। আপুনি এই মাত্ৰ খোৱা পানী গিলাচত বিহ মিহলি আছিল বুলি ক'লে পানী খাওঁতাজনৰ মনৰ যি অৱস্থা হ'ব চকীখনত ধৰি বৈ থকা ভৱানীৰ মাকৰো সেই একেই অৱস্থা হ'ল।

—ঐ, ঐ আনিচ, আনিচ—

—ছাৰ বুলি এ এছ আই আনিচউজ জামান থিয় হ'ল।

—এই এখেতক চি আই ছাৰৰ গাড়ীতে নি ঘৰত থৈ আহগৈ।

—কিন্তু মই ল'ৰাটো নিনিয়াকৈ নাযাওঁ। —মানুহজনীয়ে ক'লে।

—তেনেহ'লে আপোনাকো ভৰাই থ'ব লাগিব। অৱশ্যে আপোনাকো ভৰাই থ'বলৈহে নিৰ্দেশ আছিল, বুঢ়ী মাইকী বুলিহে আপুনি বাচি গ'ল।

* * *

এম্বুলেন্সত লৈ যোৱা অৰ্ধচেতন ৰোগীৰ দৰে মানুহজনীয়ে

কাৰ গাড়ীত কাৰ লগত ক'লৈ আহি আছে একো ক'ব নোৱাৰে। আলি কেক্‌ৰিটো ঘূৰি গাড়ীখনে মোৰ সলালত দুৰৰ পৰাই ঘৰৰ চোতালত মানুহৰ সমাগম দেখি মানুহজনী জিকাৰ মাৰি উঠিল। মুহূৰ্তমানৰ পিচতে নগুলামুখত পুলিচৰ গাড়ীখন ৰ'ল। এতিয়া গাড়ীৰ পৰা মানুহজনী নামিব নোৱাৰা হ'ল, যেন গাড়ীৰ ছিটৰ লগত মানুহজনীক শাল মাৰি লগাইহে থৈছে। মানুহজনীৰ বুকুখনত কোনোবাই নেগেৰাহে বজাইছেনেকি,—উশাহ ল'ব পৰা নাই দেখোন!

বেৰকান্ত আৰু মহেশ্বৰৰ ঘৈণীয়েক দুজনীয়ে গাড়ীৰ ওচৰলৈ আগবাঢ়ি আহি মানুহজনীৰ বাহু দুটাত ধৰি নমাই নিলে। পিৰালিৰ চুকত মাটিতে মুকুলে আঠু দুটাৰ মাজত মূৰ গুজি বহি আছে— ; কাষত বাখৰ। দুফালে দুটা বাহুত মানুহজনীক ধৰি আনি থাকোতে গোট খোৱা মানুহবোৰৰ মুখৰ গুণ্ গুণনি নোহোৱা হ'ল। ঘৰটোৰ প্ৰথম কোঠাটোৰ মজিয়াত ভৰি দিয়াৰ লগে লগেই বেৰকান্ত আৰু মহেশ্বৰৰ ঘৈণীয়েকৰ হাত কেইখন মানুহজনীৰ বাহুৰ পৰা আপোনা আপুনি এৰাই গ'ল আৰু চাবি দিয়া পুতলাৰ দৰে মানুহজনী পোনে পোনে ভিতৰলৈ সোমাই গ'ল।

শোৱনি কোঠাৰ দুৱাৰমুখত মানুহজনী বৈ গ'ল। চকু দুটা যদিও মেল খায়েই আছে তথাপি সমুখত যেন একো দেখাই নাই, তেনে ভাবত গাৰ সমস্ত শক্তিৰে চকু দুটা মেলি দিলে। তাৰ পিচত এবাৰ খোজ খোজকৈ গৈ ইন্দ্ৰানীৰ ক'কালত সাৰট মাৰি ধৰিবলৈগৈ। ইন্দ্ৰানীৰ ক'কালৰ পৰা তল ডোখৰ গুৰে মুতে লেটি পেটি হৈ আছে। এইবাৰ ইন্দ্ৰানীৰ মাকে বাঁহৰ চাঁতত গৰু-পঘাৰে চিপ্‌লৈ ওলমি থকা ইন্দ্ৰানীৰ ক'কালত দুয়োটা হাতেৰে জোৰেৰে সাৰটি ধৰি চিঞৰ মাৰি দিলে। ওলমি থকা ইন্দ্ৰানী মাকৰ আজোৰত ঢলংপলংকৈ ৱালক্লকৰ দোলকৰ দৰে দুলিবলৈ ধৰিলে। পোৱালি বিচৰা বাঘিনীৰ দৰে মানুহজনী দৌৰি বাহিৰ পালেহি।

দুৱাৰ মুখত বৈ থকা পুলিচ এ এছ আই আনিচউজ্জক বুকুত ধৰি চোচোৰাই ভিতৰলৈ লৈ গ'ল। হঠাৎ এ এছ আইৰ বুকুৰ পৰা হাত এৰুৱাই মানুহজনীয়ে এইবাৰ ওলমি থকা ইন্দ্ৰানীৰ কংকালত সাৰটি ধৰি নিচেই সৰু সৰুকৈ ক'বলৈ ধৰিলে, "মোৱা দুদিনে ছোৱালীজনীয়ে কেৱল চেঁচা পানীকে আহাৰ কৰিলে। মোক ঘুৰাই দে—মানুহজনীয়ে হঠাৎ ইমান জোৰেৰে চিঞৰিবলৈ ধৰিলে যে ডিঙিৰ সিৰবোৰ ইন্দ্ৰানী ওলমি থকা গৰুৰ পঘা-ডালৰ দৰে ফুলি উঠিল। মোক ঘুৰাই দে, মোক মোৰ সন্তান তিনিটা ঘুৰাই দে, ঘুৰাই দে, ঘুৰাই দে মোক মোৰ তিনিটা সন্তান—প্ৰতিটো চিঞৰত যেন ডিঙি ফাটি গৈছে, চকু দুটা যেন বাটলগুটি উফৰি পৰাদি উফৰি পৰিব এতিয়া। 'মোক ঘুৰাই দে মোৰ সন্তান তিনিটা—আঃ - আ—আ—আ—'।

ইন্দ্ৰানীৰ ওলমি থকা কংকালটোৰ পৰা প্ৰতিটো চিঞৰত মানুহজনীৰ হাতৰ খামোচ ঢিলা হৈ আহিবলৈ ধৰিলে আৰু একোবত গুৰি কটা কলগছ এজোপাৰ দৰে মানুহজনী মজিয়াৰ ফালে ঢলি গ'ল। বৈ থকা মানুহবোৰো শৱ দেহালৈ ৰূপান্তৰিত হ'লনেকি!

ঠিক সেই মুহূৰ্ততে ৰামনাথ দেউ আহি শোৱনি কোঠাৰ দুৱাৰমুখত থিয় হৈছিলহি;—তেওঁ হাত মেলি ধৰিবলৈ নৌ পাওঁতেই মানুহজনী তেওঁৰ চকুৰ আগতে ঢলি আহি আছে। ৰামনাথ দেউৰেও সমুখৰ একো বস্তুকে নেদেখা হ'ল, তেওঁ অস্ফুট স্বৰেৰে চিঞৰিলে—দুৰ্গা, দুৰ্গা।

এই যে ওলমি থকা ইন্দ্ৰানীৰ মাক এই মাত্ৰ গুৰি কাটি দিয়া কলগছ এজোপাৰ দৰে মাটিত পৰি যাব, তাৰ পিচত মানুহজনীয়ে কেতিয়া সাৰ পাব বাৰু? সাৰ পাবনে? আৰু যদি সাৰ পাই প্ৰত্যেকৰে ডিঙিত ধৰি ধৰি চিঞৰিবলৈ ধৰে, 'মোক মোৰ সন্তান তিনিটা ঘুৰাই দেহঁক, তহঁতেই মোৰ সন্তান তিনিটা চোবাই খালিহঁক; ঘুৰাই দে, ঘুৰাই দে মোক মোৰ সন্তান' তেতিয়া ??

# আচল

কালী গোসাঁনীৰ হাতৰ মুঠিত থকা ছিগা মানুহৰ মূৰটোৰ চুলিকোছাৰ দৰে পৰাগৰ হালি থকা মূৰটোৰ দীঘল চুলিকোছাত খামোচ মাৰি ধৰি দাঙি লৈ চি-আই অৰ্থাৎ পুলিচৰ চাকোল ইন্সপেক্টৰ ৰোহিত গোস্বামীয়ে তাৰ মুখত এক ঘোচা মাৰি দিলে। তাৰ মূৰটো পকা বেৰখনত ঠেকা খাই এনেকৈ উফৰি আহিল যেন সৰু ল'ৰা এটাই পকা বেল এটা ফালিবলৈ বেৰলৈ মাৰোতে আকৌ উফৰি আহিছে। পৰাগৰ নাকেদি দুডাল কেৰেলুৱা বগোৰাদি তেজ ওলাবলৈ ধৰিলে। বান্ধি থোৱা হাত দুখন পৰাগে দাঙিবলৈ চেষ্টা কৰিলে। সি বোধহয় তেজবোৰ মোহাৰি লব খুজিছে। বাওঁ নাকেদি ওলোৱা তেজৰ ধাৰটো ওঠখনৰ চুকতে বৈ গ'ল যদিও সোঁ-নাকৰ ফুটাইদি ওলোৱা ধাৰটো ওঠৰ ওপৰেদি তাৰ অলক্ষিতে মেলখাই থকা মুখখনত সোমাল। তেজৰ লুণীয়া স্বাদ যেতিয়া তাৰ জিভাত লাগিল সি মুখখন বন্ধ কৰিবলৈ চেষ্টা কৰিলে যদিও ব্যৰ্থ হ'ল কাৰণ ওঠ দুখন ইমান ফুলি উঠিছিল যে ওঠ দুখনৰ ঠাইত যেন দুডাল কুমজেলেকুৱাহে লগাই থোৱা আছে —গধুৰ আৰু অসাৰ যেন লাগিল। সি পাৰ্যমানে চেষ্টা কৰিলেও ওঠ দুখন লগ লগাব নোৱাৰিলে আৰু ওঠখন এম্বেছেদৰ গাড়ীৰ দাঙি থোৱা বনেটখন অথবা পষ্ট অফিচৰ চিঠিৰ ঢোলটোৰ সাফৰখনৰ দৰে দাং খাই থাকিল। আচলতে তেজৰ সোঁত বব লাগিছিল আৰু তেজৰ ধাৰ পোনে পোনে মুখৰ ভিতৰলৈ সোমাব লাগিছিল কিন্তু মুখৰ ডাঢ়িবোৰে স্বাভাৱিক গতিক বাধা দিলে আৰু অন্যহাতেদি ধাৰাষাৰে ওলাবলৈ পৰাগৰ গাত তেজ নাছিলেই। যোৱা চাৰি দিনত তাৰ গাত থকা তেজবোৰ মৰা

তেজ হ'ল আৰু বোধহয় ভিতৰতে গোট মাৰিলে। খোৰা-বোৱা স্বাস্থ্যৰ পৰাহে শৰীৰত তেজৰ উৎপত্তি হয়। যোৱা তিনিবছৰত সেই এটা কাৰণো তাৰ দেহত ঘটা নাই বাবে তেজৰ উৎপাদন এনেয়েও কমিয়েই আহিছিল।

পৰাগক আজি আবেলিহে থানাত চমজাই দিয়া হৈছে। তাৰ আগতে তিনিদিন সৈন্যৰ চাউনিত আছিল। এতিয়াও চমজাই নিদিলেহেঁতেন যদিহে পৰাগৰ বায়েকে কৰ্টৰ পৰা নটিচ নানিলেহেঁতেন। তেতিয়াও আৰ্মীৰ মেজৰটোৱে কেয়াৰ কৰা নাছিল —সি হিন্দীতে উচ্চস্বৰে কৈছিল বোলে কৰ্ট-চৰ্ট আইন-চাইন সি নামানে। তাৰ কাম নোহোৱালৈকে সি ৰাখিবই। পিছে কি ভাবি জানো আজি আবেলি আনি থানাত চমজাই দিলে। কেম্পৰপৰা পিঠিত ধানৰ বোবা লৈ ট্ৰাকত দলিয়াই দিয়াৰ দৰে পৰাগকে দুটাই দাঙি বা চোচোৰাই আনি ভানখনত ঠেকেচকৈ পেলাই দিছিল। তাৰ হাত-ভৰি কট্‌কটীয়াকৈ বন্ধা আছিল আৰু নাবান্ধি মুকলিকৈ ৰাখি গুচি যা বুলি ক'লেও সি দৌৰ মৰাটো দূৰৰে কথা নিজাববীয়াকৈ খোজ দুটাও দিব নোৱাৰিব তথাচ তাৰ আগে পিছে ছটাই ৰাইফল টোৱাই ৰখি আছিল। আনকি গাড়ীত পেলাই দিয়াৰ পাছতো বন্দুকধাৰীকেটা একেই দৰে থাকিল। পৰাগে ভিভাখনত খিচ্‌খিচিয়া বালি বালি অনুভৱ এটা কৰিলে কিন্তু তাৰ ভাবিব পৰা শক্তি তেতিয়া নাছিল বাবে সি ধৰিব নোৱাৰিলে কিহৰ বাবে সেই অনুভৱ হৈছে। আচলতে কোনো অনুসন্ধানী দৃষ্টি নিদিয়াকৈয়ে দহে দেখিলেই কৈ দিব পাৰিব যে ভানখনৰ মজিয়াত তললৈ মুখ কৰি পৰি আছে বাবে আৰু নাকেৰে উশাহ লব নোৱাৰাৰ কাৰণে মেলা মুখেৰে উশাহ-নিশাহ লওঁতেহে প্ৰতিটো উশাহতে ভানখনৰ মজিয়াৰ পৰা ধূলি-বালি মুখৰ ভিতৰলৈ সোমাই গৈছে। ভানখনত বহি থকা দুটাই বোধহয় আৰাম পাবৰ কাৰণেই চিনেমা চাই থাকোতে কোনো দৰ্শকে আগৰ ছিটত ভৰি তুলি থোৱাৰ দৰে পৰাগৰ পিঠিৰ ওপৰত ভৰিকেখন

থ'লে। পথৰ বুটজোতা পিন্ধি আছিল যদিও জীয়া মগুহৰ পিঠিত ভাৰিকেথন থ'বলৈ পাই সিহঁতে আৰাম অনুভৱ কৰিবলে। আৰ্মী কেম্পটোৰ পৰা থানালৈ সাত কিলোমিটাৰ হ'ব। এই সাত কিলোমিটাৰ বাট তেনেকৈয়ে আনি সিহঁতৰ দুটাই চোচোৰাই আনি অ' চি আব্দুল আলিৰ টেবুলৰ তলত পেলাই দিলেহি। তিনি-চাৰি বছৰীয়া শিশুকেটামানৰ মাজত আধামৰা ডালশলীয়া এটা পেলাই দিলে যেনেকৈ বিভিন্ন আকৃতিৰ এচাৰি আৰু মাৰিৰে খোচে বা টুকুৰিয়ায় অথবা লাৰি-চাৰি চায় ঠিক তেনেকৈ কেইটামানে হাতৰ চুটি লাঠিৰে নাইবা বন্দুকৰ নলীৰে পৰাগৰ গাত খুচি খুচি চালে। তাৰ পাছত আৰ্মীৰ কেম্পৰ পৰা অহাকেটাই যথাৰীতি চেলুট দি অ' চি আব্দুল আলি আৰু চি-আই ৰোহিত গোস্বামীৰ হাতত কিবা কাকত দুখনমান দিলে, চহী কৰিলে আৰু দুখনমান এৰি দুখনমান পুনৰ জেপত ভৰাই দিলে। এটাই আহি মোনা এটাও অ' চিৰ টেবুলৰ তলত দলি মাৰি থলেহি। তাৰ পাছত সিহঁত গুচি গ'ল। যাওঁতে অৰশ্যে দুটামানে ধেমালিৰ চলেৰে পৰাগৰ মূৰটোত দৰ্শকৰ মাজলৈ উফৰি অহা বলটোত ভৰি লগোৱাদি ভৰিৰে টুকুৰিয়াই গ'ল।

—এইটোৰ গাত কিবা সাৰসিকতি আছে জানো? এইটো জীয়াই আছেনে? বুলি চি-আই ৰোহিত গোস্বামীয়ে সেৱা কৰাৰ দৰে পৰি থকা পৰাগৰ ফালে চাই সুধিলে। অ' চি আলিয়ে বহাৰ পৰা উঠি ভৰিৰে পৰাগৰ মূৰটো উবুৰিয়াই থকা কলপতুৱাৰ খোল এটা লুটিয়াই চোৱাৰ দৰে ঘূৰাই চালে। ডিঙি মোচাৰি মৰা পাৰ চৰাই এটাৰ মূৰটোৰ দৰে পৰাগৰ মূৰটো প্ৰায় হাউলি আছিল।

—হেৰি কৰক আলি, ডাক্তৰ নহালৈকে ইয়াক একো চৰ্চাৰ নকৰিব। মই 'কল' দিছো, আৰ্মীৰ ডাক্তৰ বেনাৰ্জী অলপতে আহিব। তাৰ পাছতহে ইয়াৰ লগত কথা হ'ব। গোস্বামীয়ে কৈ হুপি থকা চুৰটটোৰ জুলি থকা আগটো ধেমালিতে পৰাগৰ

মূৰটোত লগাই দিলে আৰু লগে লগে ফুট ফুট শব্দ হৈ চুলিবোৰ গোন্ধাবলৈ ধৰিলে।

পৰাগৰনো গাত হুচ থাকিব কৰ পৰা! চাৰিদিনৰ আগতে তাক কেম্পলৈ অনাৰ পৰা তাৰ পাঁচফুট এঘাৰ ইঞ্চিয়া দেহটোত অবিৰাম অত্যাচাৰ চলিছে। হাত দাঙি দিয়াৰ পাছত ধৰাৰে পৰা গাড়ীখনলৈ বাট এশমিটাৰ আনোতে তাৰ দেহ জালুকখোৱা অৱস্থা কৰিলে। দাঙি দিয়া হাত দুখনত দুটাই দুমাৰ দিহে নমাই দিলে। লগে লগে চাৰিওফালৰ পৰা ৰাইফলৰ নলীবোৰে তাৰ গোটেই গাত খুন্দিয়াবলৈ ধৰিলে। দুটাই ধৰি হাত, ভৰি আৰু কঁকালত এনেদৰে শকত ৰচিৰে বান্ধি পেলালে যেন এটা বনৰীয়া হাতীৰ ভৰিতহে ফাঁই লগাইছে। তাৰপৰা চোচোৰাই অনাদি আনি ওখ গাড়ীখনত এনেদৰে গটা মাৰি পেলাই দিলে যেন নাদলৈ ঠেলামাৰিহে শহাটোৱে সাধুকথাৰ সিংহটোক পেলাই দিলে। তেতিয়াই পৰাগৰ দাঁতৰপৰা তেজ ওলাইছিল। তাৰ পাছত তাক নি মেজৰ মাথুৰৰ ওচৰত নিলে। মাথুৰে তাৰ মূৰৰ পৰা ভৰিলৈকে চাই বান্ধবোৰ খুলি দবলৈ নিৰ্দেশ দিলে। লগে লগে বান্ধ খুলি দিয়া হ'ল। মাথুৰে চকীখনত বহিবলৈ ইঙ্গিত দিলে। পৰাগৰ বহিবলৈ অকণোকে মন নাছিল যদিও ভৰি-হাতবোৰ এনেদৰে বিষাই অৱশ অৱশ লাগিছিল যে নোকোৱা-হ'লেও কিজানি থপচকৈ নিজেই বহিলহেঁতেন। সি বহাৰ পাচত প্ৰায় আঠৈকুৰি বছৰীয়া মাথুৰে তাক মূৰৰ পৰা ভৰিলৈকে চাবলৈ ধৰিলে যেন গাটোত চকলা-চকল বান্ধিছে বুলি কোৱা ৰোগী এজনকহে ডাক্তৰে প্ৰথমে চকুৰেই পৰীক্ষা কৰিছে। পৰাগৰ গাটো শিয়ঁৰি উঠিল—এই চোৱাৰ অৰ্থ কি? তৎক্ষণাত মাথুৰে তাৰ ফালে এটা দামী চিগাৰেট আগবঢ়াই দি লাইটাৰটো নিজেই জ্বলাই দিলে। পৰাগে মূৰ জোকাৰিলে। কিছুপৰ মাথুৰে পৰাগলৈ নতুন বেটেৰীৰ টৰ্চ মৰাদি ধৰ দৃষ্টিৰে চালে। চাই দুকাপ চাহ আনিবলৈ ক'লে। এটাই ফ্লাস্কৰ পৰা দুকাপ

চাহ বাটি আনি টেবুলত থ'লেহি। পৰাগৰ ডিঙিটো শুকাই আছিল আৰু চাহ দুকাপ দেখি একে সোহাই পী খাব যেন লাগিল যদিও মুখ-চকুত সেই অভিব্যক্তি সি প্ৰকাশ নকৰাৰ চেষ্টা কৰিলে। মাথুৰে হিন্দীতেই তাক চাহ কাপ খাবলৈ অনুৰোধ কৰিলে। হঠাতে ভিক্ষাৰী এটালৈ পঞ্চাশ টকীয়া নোট এখন আগবঢ়াই দিলে। ভিক্ষাৰীটোৱে যেনেকৈ ল'বলৈ হেহোঁ-নেহো কৰিব ঠিক তেনেকৈ পৰাগে কিছুক্ষণ হেহোঁ-নেহো কৰি চাহৰ কাপটো হাতত লৈ এসোহা মাৰিলে। তাৰ মুখৰ ভিতৰখন চেক্‌চেকাবলৈ ধৰিলে আৰু বিষাবলৈ আৰম্ভ কৰিলে। সি আৰাম পাব বুলি ভাবি আকৌ এসোহা মাৰিলে। মাথুৰে দুসোহা মাৰোতেই তাৰ কাপ চাহ শেষেই হ'ল। তাৰ পাছত অতি ভদ্ৰলোকৰ দৰে মাথুৰে তাৰ লগত কথা পাতিবলৈ আৰম্ভ কৰিলে। তাৰ নামটোৰ পৰা আৰম্ভ কৰি মাথুৰে ইটোৰ পিছত সিটো যিমানবোৰ প্ৰশ্ন কৰিবলৈ ধৰিলে সি কিন্তু এটা প্ৰশ্নৰো মুখেৰে উত্তৰ নিদিলে। সি মুখেৰে এটাও শব্দ নকৰা দেখি মেজৰ মাথুৰে যেন অলপ সন্দেহ কৰিলে—কিজানি এই ডেকাটো বোবা! এইবাৰ তেওঁ চকীৰ পৰা উঠি পৰাগৰ কান্ধত হাত দিলে। মাথুৰৰ হাতৰ হেঁচাটো গাত পৰিলতহে সি অনুভৱ কৰিলে যে তাৰ গাটোত বিষ। সি জিকাৰ মাৰি উঠিল। এইবাৰ মাথুৰে তাৰ মূৰত হাত দি চুলিবোৰ অলপ টানি দিলে—যদিও এনে কৰিলে সি আৰামহে পাব লাগিছিল তথাচ তাৰ যন্ত্ৰণাহে হ'ল কাৰণ গাড়ীলৈ আনোতে দুটাই তাৰ চুলিত খামোচ মাৰি ধৰিহে টানি আনিছিল। তাৰ ডিঙিটো পিছফালে হলাই লৈ মাথুৰে তাৰ মুখলৈ পোনে পোনে চাই সুধিলে, 'কি তুমি কথা নকবানেকি?' সি তেতিয়াও একো নক'লে। এইবাৰ মাথুৰ তাৰ মুখৰ আগৰ টেবুলখনৰ চুকটোত বহি তাৰ বুকুৰ চোলাটোত খামুচি ধৰিলে। খামোচটোত তাৰ বুকুৰ নোম একোচাও সোমাইছিল বাবে সি দুখো পালে আৰু গোটেই গাটো এনেদৰে জ্বাৰ লাগি

গাৰ নোমবোৰ থিয় হ'ল যেন গাৰ্ড অৱ অনাৰ দিবলৈ থিয় হোৱা এজাক সৈনিকহে। তাক বুকুত ধৰি মেজৰ মাথুৰে তাক বহাৰ পৰা দাঙি দিলে। এনেয়ে পৰাগে চাৰিফালে চকু ফুৰাই চাওঁত দেখিলে যে তাৰ চাৰিওফালে এজাক বন্দুকধাৰী। কেইটামানলৈ চাই মাথুৰে কিবা এটা ক'লে আৰু তাক ঠেকেচা মাৰি চকীখনত বহুৱাই দিলে। খন্তেকতে তাক চকীখনৰ পৰা কেইটামানে চোচোৰাই নিয়াদি নি লোহাৰ গড়াল এটাত ঠেলা মাৰি দিলেগৈ। তাত আৰু কোনো নাছিল যদিও এখন ত্ৰিপাল পৰা আছিল আৰু এখন পুৰণা গৰম ৰাগ পাৰি আছিল; দেখিলে এনে লাগে যেন ৰাগখন গাৰ পৰা কোনোবা এটাই পেলাই থৈহে ওলাই গৈছে।

ৰাতি তাৰ ওচৰত থাল এখনত শুকান ৰুটি দুখনে ভাজি অলপে থোৱা হৈছিল। তাৰ খাবলৈ একেবাৰে ইচ্ছা নাছিল যদিও ৰুটিকেখন দেখিহে যেন পেটটোৰ ভিতৰত মাগুৰ মাছ এসোপা জীয়াই থোৱাৰ দৰে কলমলনি উঠিবলৈ ধৰিলে তেনে লাগিল। পেটটো খামোচ মাৰি মাৰি ধৰিছে আৰু কাঁউট কাঁউট মাতিছে। প্ৰবল অনিচ্ছাৰে সি ৰুটি এখন হাতত লৈ কামোৰ মাৰিব খুজি দেখিলে যে দাঁতবোৰত প্ৰচণ্ড বিষ। লৰাব নোৱৰাকৈ দাঁতবোৰ বিষাইছে। তাতে ৰুটিও ফটা ঢোলৰ চামৰাৰ দৰে টান। সি ভাজিখিনিকে চেলেকি চেলেকি খালে। পানী মগ কোটকোটকৈ পী সি ৰাগখন গাত লৈ শুলে। ইমান যন্ত্ৰণাৰ মাজতো তাৰ টোপনি আহিছিল যদিও কাৰোবাৰ আজোৰত সাৰ পাই গ'ল। দুটাই তাক টানি টানি গড়ালৰ পৰা উলিয়াই আনিলে। সিও গৈ থাকিল। তাক কেম্পৰ পিচফালে নিয়া হ'ল। তাৰ গাৰ পৰা সকলো কাপোৰ-কানি খুলি পেলোৱা হ'ল একমাত্ৰ জাঙ্গীয়াটোহে তাৰ কংকালত লিপিত খাই লাগি থাকিল। খুটি থকা বৰশীৰ পুঙাৰ দৰে জাৰত সি থকথককৈ কঁপিবলৈ ধৰিলে। তাক ঘেৰাও কৰি থকাকেটাৰ মুৰৰ পৰা ভৰিলৈকে ক'তো অনাবৃত জেগা নাই কেৱল নাক, চকু আৰু ওঠ দুখনহে ওলাই আছে। সিহঁতৰ

ভাবিলৈকে পাৰি থকা গৰম ওভাৰকোটবোৰ দেখি পৰাগৰ বৌছিকৈ জাৰ লাগিল। তাৰ টিকাটোত এমাৰ মাৰি মানুহটোৱে হুটা মাতেৰে হিন্দীতে সুধিলে, 'ক তোৰ লগৰ কেটা ক'ত আছে ?' সি নিমাত। সিহঁতে উপৰ্যুপৰি প্ৰশ্ন কৰিছে আৰু সি নিমাতে আছে। 'ক ক'ত কিমান টকা থৈছ ? অস্ত্ৰশস্ত্ৰবোৰ ক'ত লুকাই থৈছ ? এতিয়ালৈকে তই কিমান মানুহ গুলিয়াই মাৰিলি ?' এইবোৰেই আছিল সিহঁতৰ তাৰ প্ৰতি প্ৰশ্ন। সি মুখ মেলা নাই। তাৰ এই নিৰৱতাই যেন তাৰ দেহলৈ যন্ত্ৰণাবোৰ বোজা-বোজে কাঢ়িয়াই আনিলে। এইবাৰ এটাই মদৰ গিলাচত শোহা মাৰি লৈ আৰু এগিলাচ তালৈ আগবঢ়াই দি ক'লে, 'মদ খাবি মদ! খা—মদ খালে গাটো ভাল লাগিব; দুঃখ-যন্ত্ৰণা পাহৰি যাবি। তোৰ চৌদ্ধ পুৰুষে এনেকুৱা মদ দেখা নাই। খা বিপ্লৱী—পেট পুৰাই মদ খালে বিপ্লৱ কৰিবলৈ জোৰ পাবি, মানুহ মাৰিবলৈ সাহ পাবি—খা-খা বুলি সি মদৰ গিলাচটো পৰাগৰ মুখলৈ ছাটি মাৰি দিলে। তাৰ চকু দুটা পুৰিবলৈ ধৰিলে। হাত দুখন দাণ্ডি চকু দুটা মোহাৰিবলৈয়ো উপায় নাই —হাত দুখন পিচফালে কট্‌কটীয়াকৈ বন্ধা আছে। চুলি আৰু ডাঢ়িৰ মাজেদি পৰুৱা বগোৱাদি মদবোৰ বগাই আহি তাৰ উদং গাটোৰ ওপৰত পৰিবলৈ ধৰিলে। গাৰ উত্তাপত মদৰ টোপাল-বোৰ কুহুমীয়া হৈ গাৰ ওপৰত পৰে যদিও পিচ মুহূৰ্ততে জিকাৰ মাৰি গাটো জাৰ লাগি যায়। মাজত জুই একুৰা লৈ পোৰা মঙহ চোবাই চোবাই চাৰিওফালে জঁপিয়াই জঁপিয়াই নচা পাহাৰী জনজাতীয় লোকনৃত্য কৰা মানুহৰ দৰে তাক মাজত লৈ দহোটামানে চাৰিওফালে যেন নৃত্যহে কৰিব লাগিছে। পুহমহীয়া শীতৰ নিশা বাৰ বজাত মুকলি আকাশৰ তলত উলঙ্গ হৈ আছে পৰাগ। তাৰ পোন হৈ থকা গাৰ নোমবোৰে তাক আকুপাকচাৰ কৰা ৰোগীক বিন্ধাদি গোটেই দেহত বিন্ধিবলৈ ধৰিলে। গাঁৱৰ চিৰা খুন্দা ঢেকীৰ দৰে তাৰ দাঁত দুপাৰি কট্‌কট্‌কৈ লাগিছে

বাজিবলৈ ধৰিলে। সিহঁতৰ কিন্তু প্ৰশ্নৰ অন্ত নাই। শেষলৈ সিহঁতৰ প্ৰশ্নবোৰ পৰাগৰ কাণতেই নপৰা হ'ল—বোধহয় জাৰত কাণ তাল মাৰি ধৰিছে। এইবাৰ মেজৰটোৱে হাঁহি হাঁহি ক'লে, 'আৰে বাবা বহুত বিপ্লৱী দেখিলো—কাশ্মীৰত দেখিলো, পঞ্জাৱত দেখিলো, অন্ধ্ৰত দেখিলো, চীলনত দেখিলো—গাত চাঁৰিয়াই চাঁৰিয়াই উতলা পানী ঢালিলেও মুখ খোল নাখায় কিন্তু তহঁতৰ অসমত যিবোৰ বিপ্লৱী এতিয়ালৈকে লগ পালো, ধৰিলো, শুদা মগ এটা লৈ এয়া উতলা পানী মুৰত ঢালিম বুলি ক'লেই ফৰাফৰ সঁচাই মিছাই কৈ যায়। চৰ এটা মাৰিলেতো কথাই নাই—তই কি জাত এৰা আচামী বিপ্লৱী ওলাইছ বে' বুলি ওচৰতে থকা ঠাণ্ডা পানীৰ বাল্টিটো লৈ তাৰ গাত ঢালি দিলে। পৰাগৰ গাৰ গোটেই ছালখন টানি টানি কোচ খাই যাবলৈ ধৰিলে আৰু সেই কোচ খাবলৈ টনা-আজোৰা কৰোতে যেন টানিলে ফটা পঁচা কাপোৰৰ দৰে চেৰেক্‌চেৰেক্ ফাটি যাবলৈ ধৰিছে এফালৰ পৰা—তাৰ তেনে লাগিল। তাৰ মাজতে জিন্‌জিনাই থকা মূৰটোত মনালিচাৰ হাঁহিটোৰ দৰে যেন পোহৰৰ ৰেখা এডালে মনটো জোকাৰি গ'ল—সেই যে মেজৰটোৱে ক'লে যে সিঁহতৰ গাত উতলা পানী ঢালিলেও মুখ নোখোলে। কথাষাৰ শুনি পিয়াহত অণ্ঠ-কণ্ঠ শুকাই থকা মানুহে পানী খোৱাৰ নিচিনা লাগিল পৰাগৰ। আছে। নাইকিয়া হোৱা নাই, আছে। মানুহে কথাই -কথাই কোৱা কথাটো তাৰ মুহূৰ্ততে উপলব্ধি হ'ল যে গোটেই গাটোৰ মাজেদি যেন গৰম নতুন তেজ এসোতা উজাই ভটিয়াই ব'বলৈ ধৰিলে। ৰক্তক্ষয় হোৱা ৰোগীক বাহিৰৰ পৰা ৰক্তৰ যোগান ধৰিলে গাটো যেনেকুৱা লাগে পৰাগৰো তেনেই লাগিল। সি এইবাৰ মূৰ তুলি পোনে পোনে চালে। মূৰৰ ওপৰত জ্বলি থকা দুশ পাৱাৰৰ বাল্বটোৰ পোহৰত তাৰ সমুখত বৈ থকাটোৰ চকু দুটা আধাপকা বকুল দুটাৰ দৰে ৰঙচুৱা হৈ থকা দেখিবলৈ পালে। চকুত

লাইটৰ পোনে পোনে পোহৰ পৰিলে থৰ হৈ থকা জন্তুৰ চকুৰ দৰে মেজৰটোৰ চকু দুটা তাৰ চকুত থৰ হৈ আছে। তাৰ চকুৰে চকুৰে পৰাগে মেজৰ মাথুৰে চকুৰেই তাক সকলো কথা কৈ যাবলৈ ইঙ্গিত দিলে। সি অলৰ-অচৰ। কিছুক্ষণ তেনেকৈ থকাৰ পাচত মাথুৰে বীৰস্বৰে এটা এটাকৈ ক'বলৈ ধৰিলে, 'তই কৈ দে। তোৰ লগৰ চববোৰেই চব কথা কৈ দিলে। অকল তইহে ধৰা পৰিছো বুলি নাভাবিবি। তহঁতৰ আঠৈকুৰিমান আমি ধৰিলোঁ। তোৰ নিচিনা লীডাৰো চাৰিটা ধৰিলো। তোৰ বাহিৰে বাকীবোৰে এচৰ এচৰ পায়েই কৈ দিলে। এতিয়া তই ক' বুলি সি ওচৰত বৈ থকাটোৰ ফালে হাত মেলিলে। বৈ থকাটোৱে তালৈ এগিলাচ মদ আগবঢ়াই দিলে। সি দুঢোকমান খাই পৰাগৰ ফালে চাই ক'লে, 'দেখ বেটা—তোৰ নিচিনা মোৰ ঘৰত তিনিটা ভাই আছে। তোকো মোৰ ভাই বুলিয়েই ধৰিছোঁ। এইটো বয়সত এইচব কৰি কি লাভ ক? পাৰিবি জানো ইণ্ডিয়ান আৰ্মীৰ লগত যুদ্ধ কৰিব? এটম বোমা প্ৰস্তুত কৰি থোৱা পাকিস্তানে সাহস কৰা নাই তহঁত কেইশ আছ যুঁজিবলৈ? এইচব তহঁতে ভুল কৰিছ। সময় থাকোতেই ঘূৰি আহ' বুলি মাথুৰে নাটক কৰাৰ দৰে হাতত মদৰ গিলাচটো লৈ পৰাগৰ চাৰিওফালে ঘূৰিবলৈ ধৰিলে। পৰাগৰ ভয় লাগিল আকৌ যদি সি তাৰ চকুলৈ গিলাচৰ মদখিনি মাৰি পঠিয়ায়! ভাবিলতে তাৰ চকু দুটা পুৰিবলৈ ধৰিলে। সি মূৰটো ইকাটি সিকাটি কৰি মাথুৰক চাবলৈ চেষ্টা কৰিলে। ডিঙিটোও লৰাব নোৱৰাকৈ বিষাইছে। এইবাৰ মাথুৰ তাৰ মুখৰ আগত মাত্ৰ এহাতমান আঁতৰতে থৰ হৈ ৰ'ল। অলপ গহীন মাতেৰে সি ক'বলৈ ধৰিলে, 'তোক মই ধন্যবাদ দিছোঁ।' এই ছঘণ্টা সময়ৰ ভিতৰত তই এটা শব্দও নকলি। কিন্তু কি নাম আছিল—অচ্যুত বেজবৰুৱা। এই তহঁতৰ লীডাৰ অচ্যুত বেজবৰুৱা। তাক পৰহি দিনা ঘৰ ঘেৰাও কৰি ধৰিলো। পিচদিনা কি হ'ল জান? তাৰ

কৰ্টত কাম কৰা ককাই, বাপেক, ভাই চববোৰ আহি কেম্প পালেহি। এম্ এল্ এও আহি গ'ল, সিহঁতে এম্ এল্ এ চাহাবৰ হাতত লেখি চহী কৰি দিলে পাৰ্টীত আমি আগৰে পৰা আছোঁ আৰু আগলৈয়ো থাকিম বুলি। সেইটো তহঁতৰ ডাঙৰ লীডাৰ অচ্যুত বেজবৰুৱা—সিও চহী কৰি দিলে। এম্ এল এ চাহাবে চাহ মিঠাই খুৱাই দিলে। এম্ এল্ এ চাহাবৰ গাড়ীত উঠি গুচি গ'ল। আৰে ভাই আজিকালি চবদিন আহে মদ আৰু টকা নিবলৈ। মই ভাই চাকৰি কৰিছোঁ যদিও তোক ক'বলৈ বেয়া পাইছোযে সি দিয়া খবৰমতেই এতিয়া তহঁতক ধৰিব পাৰিছোঁ। টকা খৰছ হৈছে। সি বহুত টকা নিছে। আৰে ভাই বিপ্লৱীয়ে পোন্ধৰশ টকীয়া জোতা পিন্ধা ক'ত দেখিছ ৰে? ...শটকীয়া চেণ্ট লগোৱা ক'ত দেখিছ! ডিঙিত ডাঙৰ ঠিকাদাৰৰ দৰে সোণৰ চেইন পিন্ধা বিপ্লৱী ভাই অসমতে দেখিছো। সেই তহঁতৰ জিলাৰ সেনাধিনায়ক বিজয় ঠাকুৰ সি এতিয়া ক'ত থাকে জান! দিছপুৰৰ চৰকাৰী দালালৰ লগত। কোনোবা ভাই মন্ত্ৰী, এম্ এল্ এৰ লগত থকা হ'লেও ক'বলৈ নাছিল থাকে দালাল ভোগেশ্বৰ গোহাঁইৰ লগত। তই কৈ দে। আমাৰ চি আই ডিৰ ৰিপোৰ্টমতে তোৰ হাতত টকা নাই সেইবাবে তোক আমি টকাৰ কথা সোধা নাই; কিন্তু তই তহঁতৰ চেয়াৰমেনৰ খবৰ জান, তহঁতৰ চি ইন চিৰ খবৰ জান। বহুত আৰ্মছ তই ৰাখিছ। আৰু বহুত নেতাৰ কথা তই জান। তোক কথা দিছো আমি এইচব বাহিৰত ডিচক্লজ নকৰো—চিক্ৰেট ৰাখিম। টকা লবি। যিমান লাগে টকা লবি। আৰু গভৰ্ণমেণ্টে তোৰ নিচিনা ল'বাৰ বাবে আৰ্মীত অফিছাৰৰ চাকৰি দিবলৈ বন্দৱস্ত কৰিছে। চান্সটো লৈ ল' বুলি মাথুৰে মুখস্থ থকা বচন মতাদি কথাখিনি কৈ তাৰ মুখৰ আগত বৈ পোনে পোনে তালৈ চালে। মানুহটোৰ চকু দুটা বনৰীয়া ম'হৰ চকুৰ দৰে লাগিল পৰাগৰ। মাথুৰে লগৰ এটাক কিবা এটা ইঙ্গিত দিলে। সি গৈ এটা ফটোৰ এলবাম আনি মাথুৰৰ হাতত

দিলে। মাথুৰে এটা এটাকৈ পাত লুটিয়াই পৰাগক ফটোবোৰ দেখুৱাই গ'ল।

—দেখ ভাই, এই ৰঙা চিঞাহীৰে টিক দিয়াবোৰ ধৰা পৰিছে। অসমৰ চব ঠাইতে ধৰা পৰিছে সিহঁত। এতিয়া তই এইকেটা ল'ৰাৰ কথা ক' বুলি মাথুৰে ডটপেনটোৰে ফটো কেইখন টুকুৰিয়াই গ'ল। পৰাগে চাই গ'ল। সি মুখেৰে একো শব্দ নকৰিলে। তাৰ পাচত মাথুৰে এলবামটোৰ ফটোবোৰত টুকুৰিয়াই ক'লে, 'তেজপুৰত এইটো ধৰা পৰিছে— যোৰহাটৰ এইটোৱে ক'লে তাৰ কথা। লক্ষীমপুৰত এইটো ধৰা হ'ল— ডিব্ৰুগড়ৰ এইটোৱে ক'লে তাৰ নিউজ। দেখ এইটোৰ কথা এইটোৱে ক'লে ; এইটো তোৰ ফটো হয়নে ? হয়। তোৰ কথা কোনে ক'লে চা—এইটোৱে' বুলি মাথুৰে ফটোখনত আঙুলিটো থৈ পৰাগলৈ চালে। ফটোখন দেখাৰ লগে লগেই পৰাগৰ গোটেই গাটোত যেন এসোপা কোদোৱে বিন্ধিবলৈ ধৰিলে তাৰ তেনে লাগিল। গৰম তেলৰ কেৰাহীত পকৰী ভজাৰ দৰে যেন তাৰ মুৰটো কোনোবাই ছিঙি নিহে গৰম তেলৰ কেৰাহীত পেলাই দিলে। প্ৰচণ্ড শীতত তাৰ এনেয়েও দাঁতে দাঁতে কট্‌কট্‌কৈ লাগি আছিল এতিয়া কিন্তু তাৰ আপোনা-আপুনি দাঁত কৰচনি উঠিল। গোপাল নামৰ এই ল'ৰাটোৰ ওপৰত সন্দেহ কৰিবলৈ তাক কেবাটায়ো বহুতদিন ধৰি কৈছিল যদিও পৰাগে মুঠেই কথাটোত সন্দেহ কৰা নাছিল। থানেশ্বৰে পৰাগক যুক্তি দিছিল যে চা— গোপালৰ বাপেক উঠিছে অগপৰ পৰা আৰু ককায়েক উঠিছে কংগ্ৰেছৰ পৰা আৰু দুয়োটাই জিকিছে। এটা দিল্লীলৈ গৈছে এটা ইয়াতে আছে। আচ্ছা গোপালে কংগ্ৰেছী বুলি চোৰাংচোৱা বুলি সেই মণ্ডল কংগ্ৰেছৰ সম্পাদক বোধেশ্বৰ বড়াক হত্যা কৰিলে, কিয় যদিহে কংগ্ৰেছীবোৰ দেশৰ শত্ৰুৱেই তেনেহ'লে দিল্লীলৈ এম্‌পি হৈ জিকি যোৱা ককায়েক কৃপাল দুৱৰাক নামাৰিলে কিয় ? নামাৰে কিয় ? তাৰ ককায়েক কাৰণেই অৰ্থাৎ আমাৰ সংগঠনৰ

সদস্যৰ ককায়েক বুলিয়েই সি ধোৱা তুলসী পাতৰ দৰে শালেগ্ৰামৰ ওপৰত দিয়া চন্দন লগোৱা পৰিত্ৰনে ? সেইযে একেঘৰৰে দুটা মানুহ ভোটত উঠিল তাত যে বহুলাখ টকা খৰছ কৰিলে—ক'ত পালে সেই টকা ? মাষ্টৰ প্ৰফেছাৰৰ চাকৰিৰে ইমান লাখ টকা খৰছ কৰিব পাৰেনে ? মই যদি কওঁ গোপালেই আমাৰ সংগঠনৰ নামত টকা তুলি বাপেক ককায়েকক ভোট খেলিবলৈ দিছে। আৰু আমাৰ সংগঠনে ইলেকছনটো ভুৱা বুলি কৈছোঁ, শোষণৰ মাধ্যম বুলি কৈছোঁ কিন্তু সংগঠনৰ নেতাৰ বাপেক-ককায়েকো একেঘৰৰ পৰা দুটাকৈ দুটা দলৰ পৰা উঠিছে। উঠিছেও উঠিছে দুয়োটা জিকিছেও। মই যদি কওঁ গোপালে বা বাপেক অথবা ককায়েকে আমাৰ সংগঠনৰ নাম ব্যৱহাৰ কৰি ভোটৰ কেনভাচ কৰিছে তেতিয়া তই কি কৰিব ?...।' থানেশ্বৰৰ এই কথাখিনি পৰাগৰ মনলৈ আহিল। আৰু মাথুৰে যেতিয়া গোপালৰ ফটোখনলৈ আঙুলিয়াই ক'লে, 'এইটো ল'ৰাই তোৰ খবৰ দিছে' বুলি পৰাগৰ গোটেই গাটো জলকীয়াৰ ৰসত জোবোৰা মাৰি গা ধোৱাৰ দৰে ৰম্ ৰম্ কৈ পুৰিবলৈ ধৰিলে। সেইবাবেই গোপাল এতিয়ালৈকে ধৰা পৰা নাই। কিন্তু সি সকলোকে দেখুৱাই বৰ আতঙ্কিত হৈ ফুৰে। যেন আৰ্মী বা পুলিচে তাক ধৰিব পাৰিলেই টুকুৰা-টুকুৰ কৰি পেলাব। গোপাল এনেকুৱা স্বভাৱৰ ল'ৰা যে ক'ৰবাত মৰাঘৰীয়াৰ খবৰ কৰিবলৈ গ'লেও সি জেপত পিষ্টলটো লৈ যায় আৰু সুবিধা পালে পিষ্টলটো দেখুৱায়ো। হিৰ'হুণ্ডা আৰু মাৰুতী নাপালে সি এখোজো কেনিও লৰচৰ নকৰে। ইস্ত্ৰী কৰা চোলা-কাপোৰো মাত্ৰ এদিনহে পিন্ধে। ভৰিতো বাৰশ টকীয়া জোতা, হাততো পাঁচহেজাৰ টকীয়া ঘড়ী আৰু ডিঙিটো সাত হেজাৰ টকীয়া সোণৰ চেইন। অলপ আগতেযে মাথুৰে ক'লে ক'তো বিপ্লৱীয়ে সোণৰ চেইন পিন্ধি ফুৰা দেখা নাই এই গোপালৰ কথাকে ক'লেনে ? মাজতে আৰ্মীয়ে গোটেইখন টহলং কৰি ফুৰা অৱস্থাত গোপাল নিখোজ হৈছিল। গোপালৰ আপোন

মানুহে বিতত্ হৈ দেখুৱালে—গোপাল যেন হেৰাই গ'ল। কিন্তু প্ৰমোদে কোৱা কথাটোৱেই সত্য, গোপাল আছিলগৈ দিল্লীত এম্-পিং ককায়েক কৃপালৰ লগত। সেই সময়ত দিল্লীত গোপালক দেখা মানুহ ওলাইছে নহয়। কোনোবা গাৰ্লফ্ৰেণ্ডৰ লগত অ'ল্ড দিল্লীৰ শিৱাজী পাৰ্কত নিজচকুৰে দেখা মানুহ ওলাইছে।

—তই কি ডিচিছন ল'লি? তই ফাকি নামাৰিবি—তই এইকেটা ল'ৰাৰ শেহতীয়া খবৰ জান। তাৰ বাহিৰেও তোৰ হাতত বহুত অস্ত্ৰ-শস্ত্ৰও আছে। গতিকে কৈ দে। তই নক'লেও আমি বিচাৰি উলিয়াম তবে দেৰি হ'ব। ইউ চি ব্ৰাদাৰ, য'তে ত'তে আমি তহঁতৰ যিমানবোৰ ল'ৰা ধৰিছোঁ চবেই চব খবৰ ঠিকেই দিছে—সেইমতেই কাম হৈ গৈছে। কিন্তু সিহঁতে এইচব খবৰ নাজানে—চবেই তইহে জান বুলি কৈছে। আৰু ইহঁত আপাৰ আচামত থকা কথাটো চিওৰ ন ডাউট। আই হেভ্ গিভিন ইউ এ চান্স—তই ৰিৱাৰ্ড পাবি, প্ৰচুৰ মানি পাবি, আফটাৰ অল ইউ উইল বি চিওৰ্লি গিভিন এ কালাৰফুল যৱ—নেইবাৰচ্ এন্ভি অওনাৰচ্ প্ৰাইড যৱ। মাইণ্ড ইট। তোক আকৌ কৈছো–আই ৰিপিট ইট—তই নক'লেও এই চব খবৰ আমি বাহিৰ কৰিম। কিন্তু তোক হাতে হাতে ধৰিও তোৰ পৰা খবৰবোৰ উলিয়াব নোৱৰাটো আমাৰ চা ডিচ্ক্ৰেডিট্। ইট উইল হাৰ্ম মাই প্ৰফেছন।' মাথুৰে নাটকীয় ভঙ্গীতে কৈ কৈ মদৰ গিলাচটো খালি কৰি দি এটাৰ হাতত দিলে। তাৰ পাচত সি ওখ চকীখনত বহি হাতৰ ঘড়ীটোলৈ চালে।

পৰাগৰ গোটেই গাটো বিষাইছে ঠাণ্ডাত। এটা চেঁচা শিলৰ দৰে যেন সি গোটমাৰি গ'ল। মুখৰ ভিতৰত থকা সেপখিনিও যেন চেঁচা হৈ গ'ল—কাৰণ গিলি দিওঁতে বৰষুণত পৰা শিল এটা মুখত লৈ গিলাৰ দৰে লাগিল।

'এইবাৰ মাথুৰে বহাৰ পৰা উঠিল। উঠি সি পৰাগৰ থুতৰিটোত ধৰি তাৰ নিজৰ মুখখনৰ সমান্তৰালকৈ লৈ তীব্ৰ

চাৰিনিৰে চালে।

—চা ভাই তোক মই মৰম কৰিছো ; তই যদি মোৰ প্ৰশ্নটোৰ উত্তৰ দি দিয় তোক তৎক্ষণাত মই গাড়ীৰে নি তোৰ ঘৰত থৈ আহিমগৈ। তোকযে আমি ধৰি আনিছো সেই ৰেকৰ্ডো নষ্ট কৰি দিম। এক্‌চেপ্ট ডেট মনিতেৰী ৰিৱাৰ্ড, যৰ ৰিৱাৰ্ড কম্পালচৰী। গৰ্ভনমেণ্টে চিওৰিটি দিছে। পৰাগে মুখ খোলা নাই। বোধহয় মাথুৰৰো বকি বকি আমনি লাগিছিল। বোধহয় তাৰ মদ খাই খাই পেচাব কৰিব লাগিছিল—সি কিছুখোজ আঁতৰি গৈ বেওচনীয়া কাটি পেচাব কৰিবলৈ ধৰিলে। পৰাগে মূৰটো পিচলৈ কিছু হলাই ওপৰৰ আকাশলৈ চালে—প্ৰকৃততে তাৰ দৃষ্টি সঠিক আছেনে নাই সেইটোহে সি পৰীক্ষা কৰি চাব খুজিলে। কৃষ্ণপক্ষৰ আকাশত বকুলফুল সৰাদি তৰাবোৰ লাগি আছে। তাৰ গাৰ মঙহবোৰ গোট মাৰি মাৰি যোৱাৰ নিচিনা লাগিল। ঠাণ্ডাত পানী গোট মাৰি বৰফ হৈ যোৱাৰ দৰে গাৰ মঙহবোৰো গোট মাৰি যায়নেকি আকৌ! সি ইয়াৰ আগেতেও হাবিৰ মাজত বহুত শীতৰ নিশা পাৰ কৰিছে কিন্তু ইমান ঠাণ্ডা কোনোদিনেই পোৱা নাছিল। 'হাড়কঁপোৱা' শব্দৰে সি পৰীক্ষাত বাক্য ৰচনাহে কৰিছিল এতিয়াহাড়কঁপোৱা জাৰ সি এই মুহূৰ্তত গাতে ভুগিবলৈ পালে। তাৰ ভৰিৰ তলুৱা দুখন দৰাচলতে দুচটা বৰফৰ পটাত লাগি থকাৰ নিচিনা লাগিল।

এইবাৰ মাথুৰেই নহয় লগৰ আটাইকেউটা মানুহেই হাতত মদৰ গিলাচ লৈ মদ পীবলৈ ধৰিলে। তাৰে এটাই কিছুদূৰ আগবাঢ়ি গৈ পৰাগৰ মুখত এটা ঘোচা মাৰি দিলে। চিঞৰিব লাগিছিল পৰাগে কিন্তু চিঞৰি উঠিল মাথুৰেহে। ৰেঙা মেলি গৈ মাথুৰে পৰাগৰ ওচৰত বৈ ঘোচামৰাটোক খঙেৰে ক'লে, 'নাই তাৰ মুখত নামাৰিবি। মুখত মাৰিলে সি কথা ক'ব কেনেকৈ। তাৰ পৰা কথা উলিয়াব পৰাটোৱেই আমাৰ কৃতিত্ব। মুখ ভাগিলে কথা ক'ব নোৱাৰিলে আমাৰ কি লাভ আছে' বুলি মাথুৰে মদ

খাবলৈ ধৰিলে। সি জেপৰ পৰা কাজুবাদাম উলিয়াই চোবাই চোবাই সোহা-সোহে মদ পীবলৈ লাগিল। মাথুৰে এটাক জুই একুৰা জ্বলাবলৈ ক'লে। জুইৰ নাম শুনি পৰাগৰ গাটো উত্তাপিত হোৱা যেন লাগিল যদিও পিচমুহূৰ্ত্তে মৰি পানীত ওপঙি থকা গৰৈ মাছ এটাৰ দৰে ঠেৰেঙা লাগিল। পৰাগক থিয় কৰি ৰথাৰ পৰা দহ-বাৰহাত মান আঁতৰত কেৰাচিন তেল ঢালি শুকান কাঠত জুই জ্বলোৱা হ'ল। আটাইকেউটাই জুইৰ চাৰিওফালে হাত সেঁকিবলৈ ধৰিলে। এটাই এখন ফল্ডিংচকী আনি মাথুৰক দিলে। মাথুৰ তাতে বহি ঠেং ঠুং মেলি হাত সেঁকিবলৈ ধৰিলে। কেইটা-মানে জুইকুৰাত নিজৰ নিজৰ পিচফালবোৰো ঘূৰাই পকাই সেঁকিবলৈ ধৰিলে। জুইকুৰা দেখি পৰাগৰ কঁপনি উঠিল। সি চলন্ত ট্ৰাক এখনৰ মজিয়াত পৰি থকা মানুহৰ দৰে থকথককৈ কঁপিবলৈ ধৰিলে। মাথুৰৰ নিৰ্দেশত তাক জুইৰ কাষলৈ টানি অনা হ'ল। জুইৰ ওচৰত পৰাগ বলহি। তাৰ ইমানেই ভাল লাগি গ'ল আৰু জুইকুৰাৰ ওচৰত তাৰ ইমানেই জাৰ লাগিল যেন সি জুইকুৰাত নিজে সোমাই ইলুটি সিলুটি কৰিব। তাৰ গোটেই গাটোত মাত্ৰ এটা কঁকালৰ এলাষ্টিক ঢিলা হোৱা জাঙীয়াহে ওলমি আছে। মূৰৰ পৰা ভৰিলৈকে কাপোৰেৰে ঢাকি থোৱা গালৰ মাজত উলঙ্গ পৰাগক দেখিলে এনে লাগিব যেন আদিম মানৱে জুইত পুৰি খাবলৈ এটা প্ৰকাণ্ড শাল মাছ ধৰি আনি জুম বান্ধিছেহি আৰু এইমাত্ৰ শালমাছটো জ্বলা জুইত পুৰি টুকুৰা-টুকুৰকৈ ভাগ কৰি খাব। শাওণমহীয়া থিয় ৰ'দত কেবামাইলো খোজ কাঢ়ি আহি কাপোৰ-কানিবোৰ খুলি গাত শীতল পানী ঢালি দিলে যেনেকুৱা সুখানুভূতি হয় জুইকুৰাৰ কাষত বোৱাৰ পাছতো পৰাগৰ তেনেকুৱা আৰাম এটাহে অনুভৱ হ'ল। তৃপ্তিত তাৰ চকুহাল মুদ খাই যোৱাৰ নিচিনা লাগিল। হাত-ভৰি বন্ধা অৱস্থাৰে সি মাটি খুচৰি থকা মুগী এটাৰ দৰে নিজৰ গাটো জুইৰ ওচৰত ঘূৰাই পকাই সেঁকিবলৈ ধৰিলে।

অইনবোৰৰ দৰে সি কোনো মানুহৰ ঘৰতে ৰাতি আশ্ৰয় লোৱা নাছিল। কাৰণ সিহঁত আশ্ৰয় লোৱা মানুহবোৰৰ ঘৰতো আৰ্মীয়ে যথেষ্ট হাৰাশাস্তি কৰে। তেনেকুৱা এঘৰৰ পৰাই ৰাণু দত্তক আৰ্মীয়ে ধৰি নি ধৰ্ষণ কৰি হত্যা কৰিলে। সেইবাবে তাৰ নীতি হ'ল যে মানুহৰ পৰা সকলো প্ৰকাৰৰ গোপন সহায় সমৰ্থন গ্ৰহণ কৰিবা কিন্তু মানুহৰ ঘৰত আশ্ৰয় নলবা। বিপ্লৱৰ সময়ত প্ৰতিবিপ্লৱী শক্তিয়ে কেনেকুৱা পৰ্যায়লৈকে যাব পাৰে সি কিতাপত পঢ়িবলৈ পাইছে। চীনৰ বিপ্লৱত কোনো বিপ্লৱীয়ে আশ্ৰয় লোৱা গাওঁখনকে এফালৰ পৰা জ্বলাই দিয়াৰ কথা সি পঢ়িছে। ৰুছিয়াত বিপ্লৱীক সমৰ্থন দিয়া অঞ্চলৰ মানুহৰ ঘৰৰ ডেকা ল'ৰাবোৰক প্ৰতিবিপ্লৱী গুণ্ডা বাহিনী ব্লেক হাণ্ড্ৰেদে গোপনে হত্যা কৰি ৰাস্তাৰ দাঁতিৰ গছত ওলোমাই থৈছিল আৰু কিশোৰী গাভৰুবোৰক সমূহীয়া ধৰ্ষণ কৰিয়েই এৰা নাছিল কোনো কোনো ঠাইত সিহঁতৰ স্তন আৰু যৌনাঙ্গ কাটি টোপোলা বান্ধি বিপ্লৱী নেতালৈ উপহাৰ পঠাইছিল। সেইবাবে তাৰ যুক্তি হ'ল যে এনে ধৰপাকৰৰ সময়ত কাৰো ঘৰতে নিজে আশ্ৰয় লৈ মানুহঘৰক নিৰাশ্ৰয় কৰা উচিত নহয়। বোধহয় এইবোৰ কথাৰ পৰা বাস্তৱ অভিজ্ঞতা লাভ কৰিয়েই মাও জে দঙে জনতাক পানী আৰু বিপ্লৱীক মাছৰ লগত তুলনা কৰিছিল। কিন্তু তাৰ অন্যবোৰ পৰামৰ্শ অগ্ৰাহ্য কৰাৰ দৰে এই কথাও লগৰবোৰে অগ্ৰাহ্য কৰিছিল। ফলত সিহঁতে অৱস্থাপন্ন মানুহৰ ঘৰত প্ৰথমে আশ্ৰয় লৈছিল। মানুহে বন্দুকৰ ভয়তে আশ্ৰয় দি সন্মানীয় আকাঙ্ক্ষিত, অতিথি ৰখাদি সকলো সা-সুবিধা দি ৰাখি আছিল পাচত তেনে পৰিয়াল বহুত বিপদত পৰিছিল বহুতে টকা-সিকা দি বাচি গৈছিল। তাৰ পিচত গাৱেঁ গাৱেঁ বা চহৰৰ মাজতো দুখীয়া পৰিয়ালক ভয় দেখুৱাই আশ্ৰয় লবলৈ ধৰিলে আৰু আৰ্মীয়ে গ'ম পালে সিহঁত নিৰাপদে পলাই গৈছিল আৰু অন্যহাতে আশ্ৰয়দাতাক সাপৰ গড়ালৈ ঠেলি দিছিল। তাৰ বাহিৰেও কিছুমান পৰস্পৰ নীতিবিৰুদ্ধ কথাত পৰাগ একমত

নাছিল। যিটো চাহ বাগিচাৰ মালিকৰ পৰা এদিন লাখ টকাৰ টোপোলা দাবী কৰি ল'ব আকৌ সেইটো মানুহৰ ঘৰতে বন্দুকে দেখুৱাই আশ্রয় ল'ব। যিটো দুনীতিপৰায়ণ বিষয়াৰ পৰা দুনীতি কৰাৰ অপৰাধত লাখ টকা আদায় কৰিব এদিন আকৌ তাৰ ঘৰতে আশ্রয় ল'ব—এইটো কেনে কথা। সিহঁতৰ ওপৰত কেনেকৈ বিশ্বাস ৰাখিব পাৰি। সিহঁতে যদি আজি নিজস্বাৰ্থৰ বাবে নিজক ৰক্ষা কৰিবৰ কাৰণে আশ্রয় দিছে কালিলৈ চল চাই সেই সম্ভেদ য'ত দিব লাগে ত'ত দি দিছে। আৰু সেইবোৰ কাৰণতে এইবোৰ সংগঠনৰ সদস্য শই শই ধৰা পৰিছে। কিন্তু সাধাৰণ দুখীয়া মানুহবোৰে এনেদৰে বিশ্বাসঘাতকতা কেতিয়াও নকৰে। সেইমুহূৰ্ততে তাৰ ৰফিক আলি নামৰ সেই বুঢ়া মানুহটোলৈ মনত পৰিল। পৰাগে মৰালৈকে সেই বুঢ়াক মনত ৰাখিব।

কোনোবাই কপাহতলি বাগিচাৰ মেনেজাৰক হত্যা কৰিলে। দহলাখ টকা দাবী কৰিছিল সংগঠনৰ চীল মোহৰ থকা পেডত চিঠি দি। মেনেজাৰে দিব নোৱৰা বুলি কোৱাত সময় দিয়া হ'ল। তথাচ যথা সময়ত মেনেজাৰে টকা দিবলৈ অমান্তি হয়। যদিও কোনো কেন্দ্ৰীয় কমিটিৰ সিদ্ধান্ত বা নিৰ্দেশ নাছিল সেই সময়ৰ সংগঠনৰ বন্দুক হাতত থকা সকলোৱেই নিজকে অধিনায়ক বুলি গণ্য কৰাত মেনেজাৰৰ লগত কথা কটাকটিত শেষমুহূৰ্তত মেনেজাৰক গুলীয়াই দিলে। একেলগে যদি এশটা মজদুৰকো কোনোবাই গুলীয়াই বা ঘাপিয়াই হত্যা কৰিলেহেঁতেন তথাচ ইমান তৎকালে ইমান ক্ষীপ্ৰতাৰে প্ৰশাসনে ব্যৱস্থা নললেহেঁতেন যিমান সোনকালে যুদ্ধকালীন তীব্ৰতাৰে পুলিচে বাগানখন ঘেৰাও কৰি পেলালে। অকল পুলিচেই নহয় চি আৰ পি বাহিনীকো তলব কৰা হ'ল। বাগানৰ চাৰিওফালে থকা গাওঁবোৰো ঘেৰাও কৰা হ'ল। যোগাযোগৰ সকলো ব্যৱস্থা বন্ধ কৰা হ'ল। কপাহতলিৰ হত্যাকাণ্ডৰ লগত পৰাগ জড়িত নাছিল যদিও সাংগঠনিক কামতে পৰাগ তাৰ আগদিনা ইকৰাপথাৰ গাৱঁত আছিল।

পকা ধাননিৰ পথাৰত পৰি থকা ভাটৌ এজাক হুম্ বুলি হুৰাই দিলে যিমান বেগেৰে জাকিমাৰি উৰি যাব সিমান বেগেৰে পুলিচে আহি গাওঁকেখন বেঢ়ি ধৰাত মানুহতো দূৰৰে কথা ফপৰা কুকুৰ এটাও ওলাই যাব নোৱৰা হ'ল। আত্মৰক্ষাৰ বাবে পৰাগৰ হাতত এটা পিস্টল আছিল যদিও সেই কথা কোনেও নাজানে বা পৰাগে জানিবলৈ কাকো দিয়া নাই। কিন্তু এই মুহূৰ্তত সেই অকণমানি যন্ত্ৰটোৱে পৰাগক কিবা সহায় কৰাতকৈয়ো বেছিকৈহে অসহায় কৰিব বুলিহে ধাৰণা হ'ল। সি অকলশৰীয়া আৰু বিতত হ'ল সেয়েহে। কাৰোবাৰ ঘৰত নিৰাপদ আশ্ৰয় ল'ব পাৰিনেকি সি ভাবিবলৈ ধৰিলে। গাঁৱৰ কেঁচা বাটত পুলিচৰ জীপগাড়ী পকাবলৈ ধৰিলে আৰু মাইকযোগে সম্ভাব্য বিপদৰ কথা ঘোষণা কৰিছে। কোনো অচিনাকি লোকক ঘৰত আশ্ৰয় দিবলৈ বাধা দিয়া হৈছে আৰু তেনে কোনোবা ওলালেও কৰায়ত্ত কৰি পুলিচত চমজাই দিবলৈ ঘোষণা কৰা হৈছে। গৰমত ঘূৰি ঘূৰি পথাৰৰ গড়াৰ কাষে কাষে ঘূৰি ফুৰি পৰাগৰ পিয়াহ লাগিছে যদিও নামঘৰৰ মুখৰ গেলা পুখুৰীটোৰ পানী খাবলৈ ইচ্ছা কৰা নাই। স্কুলখনৰ চোতালত থকা টিউবেলটোৰ পৰা খাব পাৰি যদিও টিউবেল মৰাৰ শব্দত পুলিচে ধৰি পেলাব। আতংকৰ ৰাতি বেজী এটা মজিয়াত পৰা শব্দটোও বন্দুক এটা পৰাৰ শব্দৰ দৰে ডাঙৰ হয়। তাতে আবেলি চাৰি বজাৰ পৰা পুলিচ সোমোৱাৰ লগে লগেই গাওঁখন মৰাঘৰীয়া বা বেমাৰী পৰি থকা মানুহৰ দৰে নিজম নিস্তব্ধ হৈ আছে। পিয়াহ লগাতকৈয়ো বাহিৰত এনেকৈ ঘূৰি ফুৰাটো মুঠেই নিৰাপদ নহয়। সংগঠনৰ কামতেই ঘূৰিছে যদিও সংগঠনৰ সকলো কাম-কাজ বিনা বিচাৰে পৰাগে মানি নলয়। সেইফালৰ পৰা কপাহতলি চাহ বাগানৰ মালিকক টকা খোজা আৰু টকা নিদিয়াৰ বিনিময়ত হত্যা কৰা কথাটো পৰাগে কোনোপধ্যেই সমৰ্থন নকৰে। এজেকে লোকৰ ভুলৰ বাবে অকথ্য অত্যাচাৰ বা মৰণযন্ত্ৰণা পৰাগে গ্ৰহণ কৰিব নিবিচাৰে। কিন্তু

যাব ক'লৈ ? এতিয়া আৰু কোনে আশ্ৰয় দিব ? সেইবোৰকে ভাবি-চিন্তি লাইব্ৰেৰীটোৰ ওচৰত থকা বকুলজোপাৰ তলত বৈ থাকোতেই সিফালৰ পৰা গাড়ী এখনৰ লাইট দেখি পৰাগ জাপ মাৰি কুঁহিয়াৰণিখনত সোমাই তলৰ কুঁহিয়াৰৰ খাল এটাত চেপেটা লাগিল। গাড়ীখন আহি সেইখিনিতে ৰ'লহি—সিহঁতেও কিবা অনুমান কৰিছিলনেকি! গাড়ীৰ পৰা কেইটামান নামিল আৰু চাৰিওফালে টৰ্চ মাৰিবলৈ ধৰিলে। সিহঁতে কুঁহিয়াৰণিখনৰ মাজলৈয়ো টৰ্চ মাৰি চাইছিল যদিও বেছি আগ নাবাঢ়িল। অৱশ্যে পৰাগৰ গাতো পোহৰ পৰা নাছিল। বাগানৰ ভিতৰত যে হত্যাকাৰী নাই এই কথাত পুলিচ খাটাং হৈছিল আৰু সেইবাবেই গাওঁবোৰ তছিলং কৰিছিল। পৰাগে ভাবিলে এই কথাই কথা নহয় ইয়াত থাকিব নোৱাৰি। কিন্তু যাব ক'লৈ ? এই ৰাতিখন কোনে আশ্ৰয় দিব। গাঁৱৰ নামঘৰত কিবা ভাওনাৰ আখৰা হৈছিল। কিন্তু গাঁৱত পুলিচ সোমোৱাৰ লগে লগেই পুলিচৰ ঘোষণা শুনাৰ পাছতেই আখৰা-চাখৰা সামৰি মানুহবোৰ কুকুৰে খেদা মানুহৰ দৰে দৌৰি-ঢাপৰি ঘৰাঘৰি গ'ল আৰু দুৱাৰমাৰি ভিতৰ সোমাল। ঘৰৰ ভিতৰত ফেটীসাপ এটা আছে বুলি ক'লে মানুহ-ঘৰ যিমান আতঙ্কিত হৈ ৰাতিটো কটাব এতিয়া গাওঁখনৰ মানুহবোৰো সিমানেই আতঙ্কিত হ'ল। কুঁহিয়াৰণিৰ মাজে মাজে গৈ পৰাগ এঘৰ মানুহৰ বাৰীৰ চুকৰ বাঁহনিখনত সোমালগৈ। তাতে সি প্ৰায় দুঘণ্টামান কটালে। কিন্তু তাৰ বৰ পিয়াহ লাগিছিল তাতে ইমান বেঢ়ি বেঢ়ি মহে কামুৰিবলৈ ধৰিলে যে গোটেই ৰাতিটো তাত কটাবলৈ হ'লে পুৱালৈ মেলেৰীয়া জ্বৰতহে পৰিব লাগিব সেইটো নিশ্চিত। বাঁহনিৰ মাজৰ পৰাই সি মানুহঘৰলৈ চালে। নাই চাকি-তাকিৰ একো পোহৰ নাই। মেকুৰী খোজেৰে সি বাঁহনিৰ পৰা ওলাই আহি সমুখৰ ফালৰ বাহিৰ দুৱাৰখনত লাহে লাহে টোকৰ দি ফুচফুচাই মাতিলে। এবাৰ সি লাহেকৈ খেপিয়াই খেপিয়াই দুৱাৰখনৰ ফাকেদি ভিতৰলৈ হাত সুমাই দুৱাৰত

পথালিকৈ দি থোৱা ডাংডালত খাম্‌চি ধৰি দাঙিবলৈ চেষ্টা কৰিলে। দুৱাৰৰ ডাংডাল ঠেলেংকৈ শব্দ এটা কৰি মাটিত পৰিল আৰু সি দুৱাৰখন হেঁচা মাৰি ভিতৰ সোমাল। বিছনাখনত কোনোবা জাপ মাৰি বহি অস্বাভাৱিকভাৱে 'কোন' বুলি ক'লে। নাৰী কণ্ঠ। সি ফুচফুচাই ক'লে, 'ডাঙৰকৈ নিচিঞৰিব—মইহে।' খেপিয়াই খেপিয়াই চাকিটো জ্বলায়েই সমুখত অচিনাকি ডেকা এটা দেখি ভয়ত কঁপিবলৈ ধৰিলে। সিও চাকিৰ পোহৰত গাভৰু ছোৱালী এজনী মাজনিশাখন দেখি ভয়ত জিকাৰ মাৰি উঠিল যদিও ধৈৰ্যচ্যুত ন'হৈ নিজেই দুৱাৰখনত ডাংডাল আগৰ দৰেই লগাই দিলে।

—আপুনি!

—'মই কোন কিয় আহিছো সকলো ক'ম কিন্তু তাৰ আগতে আপুনি বাহিৰলৈ পোহৰ যাব নোৱাৰাকৈ চাকিটো আঁৰ কৰি দিয়ক। মই চোৰ ডকাইত বা কোনো বেয়া অভিপ্ৰায় লৈ অহা বেয়া মানুহ নহয়। মাত্ৰ মই ৰাতিটোৰ বাবে আশ্ৰয় ল'বলৈ আহিছো।' তাৰ ফালে সভয়ে চাই ছোৱালীজনীয়ে চুকতে থকা পীৰাখনে, চটাই ঢাৰিখনে আনি চাকিটো আঁৰ কৰি দিলে। সৰু কোঠাটোত মাত্ৰ চকী এখনে সৰু ঘূৰণীয়া টেবুল এখনে আছে। বিছনাখনো বাঁহৰ খুটা পুতি বাঁহৰ গাধৈৰে কৰি লোৱা। পৰাগৰ খুব ভাগৰ লাগিছিল। সি ছোৱালীজনীৰ ফালে মনোযোগ নিদি চকীখন বেৰৰ ওচৰলৈ নি বহি পৰি মূৰটো হাওলাই বেৰত লগাই দিলে। তাৰ খুব পিয়াহ লাগিছিল।

—আপোনাৰ ঘৰত এতিয়া কোন কোন আছে? চেপা মাতেৰে পৰাগে সুধিলে। ববা আছে আৰু ভাইটি মাণিক আছে। তাই ফুচফুচাই কোৱাদি কলে অৱশ্যে তাই যিটো ভয় খাইছে চেষ্টা নকৰা হলেও মাতটো তেনেকৈয়ে ওলালহেঁতেন।

—মোক অলপ পানী দিয়কচোন খাবলৈ। কথাষাৰ শুনি তাই নৰল। তাই চোঁ মাৰি ভিতৰলৈ গ'ল আৰু চেপামাতেৰে

কাবোবাক জগালেগে। পবাগ উদ্‌গ্ৰীৱ হৈ পৰিল কোনোবাই যাব পাই যদি চিএ্ৰব-বাখৰ লগাই দিয়ে সৰ্বনাশ হ'ব। পুলিচৰ জীপ্‌ গাড়ীয়ে গাওঁখন পকাই ফুৰিছে। সি দুবাৰমান ভিতৰৰ ফালে যাব খুজিও উভতি আহিল। সি গাটো খজুৱাবলৈ ধৰিলে— সন্ধিয়াৰ পৰা তাক মহে কামুৰি গোটেই গা বসন্ত ওলোৱা মানুহৰ দৰে কৰি পেলালে। খন্তেক পিছতেই হাতত গিলাচ এটাই মগ এটাই লৈ ছোৱালীজনী ওলাই আহিল। তাইৰ পিছে পিছে দীঘল ডাড়িৰ আদবয়সীয়া প্ৰায় ষাঠি বছৰীয়া মানুহ এটাও ওলাই আহিছে। পৰাগে মানুহটোলৈ অকণো গুৰুত্ব নিদি পানী গিলাচ কোট্‌কোট্‌কৈ খাই আৰু বিচাৰিলে। সি একেকোবেই তিনি গিলাচ পানী খাইহে মানুহটোলৈ চালে।

—পানীবোৰ টিউবেলৰ নহয় ?

—এৰা টিউবেলৰ। সেই চৰকাৰী টিউবেলটোৰ পানী অলপ গোন্ধায়। পিছে তুমি ?

—আপোনালোকৰ মাটিবাৰী আছেনে ?

—কৰ মাটি আছে মইনা, খেতি-মাটি তিনিহালিচামান আছে, ধান ভালকৈ হ'লে পাঁচমাহমান যায়। পিছে মইনা তুমি—। বুঢ়াই কৈ পৰাগলৈ চালে। পৰাগেও বুঢ়া আৰু বৈ থকা ছোৱালীজনীক এবাৰ চাই হাতৰ ইঙ্গিতেৰে ডাঙৰকৈ কথা নকবৰ বাবে বুজালে। ঠিক তেনেতে দুবৈত কুকুৰে ৰৌ-ৰৌকৈ ভুকিবলৈ ধৰিলে। আটাই-কেউটাই কাণ থিয় কৰি ৰ'ল।

—আজি সন্ধিয়াৰে পৰা গাওঁখনত পুলিচে পিয়াপি দি ফুৰিছে। ফুচফুচাই বুঢ়াই ক'লে।

—আৰু ময়ো সেইবাবেই ৰাতিটোৰ বাবে আশ্ৰয় বিচাৰিহে সোমালো। কথাষাৰ কৈ পৰাগৰ শেষ নহওঁতেই ছোৱালীজনীয়ে অস্বাভাৱিক ধৰণে 'ইচ্‌' বুলি ক'লে।

—তাৰমানে কপাহতলি বাগানৰ মেনেজাৰটোকে হত্যা কৰিলে —ফুচফুচাই কৈ মানুহটোৱে পৰাগৰ ফালে চাই থৰ হ'ল।

—হয়, পুলিচে ধৰিবলৈ বিচাৰি ফুৰিছে। যাকে পায় তাকে ধৰিব। সবু মাতেৰে পৰাগে ক'লে।

—কিন্তু মইনা তুমি!

—বেছি জোৰতকথা নকব ববা, সেয়া কুকুৰবোৰে যে ভুকি আছে তাৰ মানে পুলিচ চি-আৰ-পি ঘূৰি ফুৰিছে। কেনেবাকৈ ইয়াত অচিনাকি মানুহ এটা থকাৰ কথা গম ধৰিব পাৰিলে কেইছেকেণ্ডমানতে উৰাই দিব। ৰাতি শিয়ালৰ হোৱা শুনি তাপ মৰা দুবছৰীয়া শিশু এটাৰ দৰে আটাইকেউটা নিশ্চুপ হৈ ৰ'ল। বহোনবহোকৈ হোৱালীজনী বিছনাখনৰ চুক এটাত বহিল। মানুহটোৰে ঢাৰি এখন আনি বহিল। পৰাগৰ ভাগৰ লাগিছিল যদিও চকু জাপ যাবলৈ দিয়া নাই। এই মানুহটো মুছলমান মানুহ কিন্তু তিয়নি চুৰীয়াখন পোন্ধ মাৰি পিন্ধি আছে দেখোন। বেৰত ওলোমাই থোৱা কাবা মছজিদৰ ছবিখনৰ পৰাহে পৰাগে সিন্ধান্তটো কৰিলে। তাতে চুকত নলিচা থকা এলোমিনিয়ামৰ ঘটি এটা আছে—সাধাৰণতে এনেকুৱা ঘটি মছজিদবোৰতহে থাকে। এই গাওঁখন যে হিন্দু-মুছলমানৰ মিশ্ৰিত গাওঁ পৰাগে আগতেই গম পায়। পৰাগে জানে যে এই বাগানখনৰ আশে-পাশে থকা অসমীয়া আৰু প্ৰাক্তন চাহ মজদুৰৰ গাওঁকেখনৰ প্ৰায় সকলো মানুহেই দুখীয়া। মানুহবোৰৰ খেতিৰ মাটি নাই যদিও কেবা হেজাৰ বিঘা মাটি বাগানে এনেয়ে পেলাই থৈছে। বাগানে নিজেও তাত খেতি নকৰে অথচ খেতিয়কক খেতি কৰিবলৈ নিদিয়ে। বাগানৰ চন্ পৰি থকা মাটিত জোৰ জুলুম খেতি কৰিবলৈ যাওঁতে আজিৰ পৰা সাত বছৰমানৰ আগতে বিৰচা ওৰাং আৰু যদু বসুমতাৰী নামৰ দুটা খেতিয়কক বাগান কৰ্তৃপক্ষৰ সহযোগত পুলিচে গুলীয়াই মাৰিছে। পৰাগে নিজৰ মতামত বহুতবাৰ সংগঠনৰ ওপৰত জনালে যে গাৱঁৰ বাইজে লগ নালাগিলে আমি অকলে একো কৰিব নোৱাৰিম। আৰু গএগ বাইজৰ সমৰ্থন পাবলৈ হ'লে আমি মানুহবোৰ সংগঠিত কৰিব লাগিব। সেইটো

উদ্দেশ্য সিদ্ধি কৰিবলৈ হ'লে গঞ্জা দুখীয়া বাইজৰ কামত অহাকৈ এটা ইচ্ছু হাতে-কামে গ্ৰহণ কৰিব লাগিব। উদাহৰণস্বৰূপে সি এই বাগানবোৰৰ চন পৰি থকা মাটিবোৰৰ কথালৈ আঙুলিয়াই-ছিল। কিন্তু তাৰ পৰামৰ্শলৈ কোনেও কৰ্ণপাত নকৰিলে বৰঞ্চ টকা তোলা আৰু মানুহ হত্যা কৰাতহে জোৰ দিলে। সেইবাবে সি অকলেই সিদ্ধান্ত গ্ৰহণ কৰি কিবা এটা কৰিব পাৰিনেকি চাবলৈকে এই অঞ্চললৈ আহিছিল। কিন্তু বিশেষ কাকো লগ কৰিবলৈ নৌ পাওঁতেই এই বিপদত পৰিল যেন পুখুৰী সিঁচিবলৈ যোৱা মানুহটোৱেই পুখুৰীত সোমাই মৰিল।

—মইনা তোমাৰ ঘৰ ক'ত ? তোমাৰ নাওটো কি ? ফুচফুচাই সুধিলে মানুহটোৱে।

—মোৰ নাও ৰফিক আলি। পিছে মানুহে মোক বৰগৰীয়া বুলিহে মাতে। কোনোবাই লৰাকালতে তামাচাতে মাতিছিল চাগৈ তাৰ পৰাই সেইটো নাও 'গেজুৱেট' হ'ল। ৰফিক আলি নাওটো চৰকাৰী কাকতে পত্ৰতেহে থাকিল বুলি আৰু কিবা ক'ব খোজোতেই ক'ব নোৱৰাকৈয়ে ডাঙৰ হৈ যোৱা মাতটো চম্ভালিবৰ বাবে পৰাগে মুখত আঙুলি দি ইঙ্গিত দিলে।

কুকুৰবোৰে বেছিকৈ ৰৌ-ৰৌৱাবলৈ ধৰিলে আৰু অলপ আঁতৰতে এখন গাড়ী ৰখোৱাৰ শব্দ হ'ল। বৰগৰীয়া ওৰফে ৰফিক আলি উদগ্ৰীৱ হৈ পৰিল। বুঢ়াই ফু মাৰি চাকিটো নুমাই দিলে।

—মই পিছফালেদি ওলাই যাওঁ ববা—নহলে আপোনালোকৰ বিপদ হৈ যাব। ফুচফুচাই পৰাগে ক'লে।

—ববা—ছোৱালীজনীয়ে যেন আতঙ্কত চিঞৰ মাৰি দিলে। বাপেকে তাইৰ মুখত হাত দি ক'লে, 'মনে মনে, মনে মনে—বিপদত ধৈৰ্য হেৰুৱালে বিপদে চল পায় আৰু আপদ মাতি আনে। আৰু তুমি ওলাই নাযাবা মইনা। তুমি মোক ববা বুলি মাতিলা যেতিয়া তুমি মোৰ ল'ৰা। হে'ৰ আই তই এওঁক ভিতৰলৈ হাতত ধৰি লৈ

যা। ডাঙৰ বিছনাখনতে তহঁত দুটা শুই থাকাগৈ যা যা—, ককায়েৰ-ভনীয়েৰ যদিও মই সিহঁতক কি কওঁ কাণ দি থাকিবি। আৰু তুমি মইনা তোমাৰ নামটো ইচমাইল বুলি ক'বা বুলি বুঢ়াই কাণৰ ওচৰত ফিচ্ ফিচাই কথাখিনি কৈ দুয়োটাকে ভিতৰলৈ ঠেলি দিলে আৰু নিজেও কোঠটোত থকা বিছনাখনতে শুলে।

ঠিক তেনেতে চোতালত গৰপ্ গৰপ্ জোতাৰ শব্দ হ'ল। টৰ্চ লাইটৰ পোহৰে চাৰিউফালে দীঘল দীঘল তাতশালৰ ৰাচখনৰ দৰে পোহৰ পেলালে। কোনোবা এটাই বাঁহৰ দুৱাৰখন হেঁচা মাৰি কলে, চাওঁ কোন আছে দুৱাৰখন খোলকচোন, আমি থানাৰ পৰা আহিছো। ৰফিক আলিয়ে খেপিয়াই খেপিয়াই টোপনিৰ পৰা উঠা মানুহৰ দৰে দুৱাৰখন খুলি দিলে। গপ্ গপাই সোমাই আহিল বন্দুকধাৰী তিনিটা। বুঢ়াৰ মুখলৈ এটাই টৰ্চ মাৰোতে বুঢ়াই হাতটোৰে আঁৰ কৰি হামিয়ালে। সুধিলে, ঘৰত কোন কোন আছে?

—আমাকনে? আলিয়ে সুধিলে।

—হয়, আপোনাৰ ঘৰত কোন কোন আছে?

—মাক নাই পৰহিয়েই ডাঙৰজনী ছোৱালীৰ ঘৰলৈ গ'ল— তাই ভাল হোৱাৰ দিন। সৰু লৰাটো আছে আৰু সৰু জী-জোঁৱাইহাল আছে।

—সৰু জী-জোঁৱাইহাল আছে, কেতিয়াৰে পৰা আছে?

—নহয় মানে জোঁৱাই সেই নগা পাহাৰত থাকে—হাতীৰ কাৰবাৰ আছে। পিছে তাত মেলেৰিয়া হ'ল, কালি আহি ঘৰ পালেহি।

—কি নাম জোঁৱাইৰ?

—তাৰ নামটো ইচমাইল হুচেইন—ঘৰত সোনা বুলি মাতে। এয়া চাওক ইয়াতে ইমান মহ মেলেৰিয়া নহব কিয়? বুলি বুঢ়াই মহ মাৰিবলৈ ধৰিলে। পুলিচ এছ আইটোৱে ভিতৰলৈ সোমাই

গৈ টৰ্চ মাৰিলে। গভীৰ টোপনিত পৰাগি পৰাগ শুই আছে আৰু কাষত হাতখন মুৰত লৈ শুই আছে ছোৱালীজনী।

বলটো ভৰিৰ আগত পাতি লৈ ফিল্ডৰ মাজলৈ গোৰ মাৰি দিয়াৰ দৰে বহাৰ পৰা উঠি মাথুৰে পৰাগৰ টিকাত গোৰ মাৰি দিলে। পৰাগ কথমপিহে মুখৰ আগৰ জুইকুৰাত হামখুৰি খাই নপৰাকৈ ৰ'ল। সি আচলতে ক'ব নোৱৰাকৈয়েই জুইৰ ওচৰত বহি পৰিছিল। মাথুৰৰেই নহয় বাকী আটাইকেউজন শান্তি ৰক্ষকৰেই বাৰুকৈয়ে নিচা লাগিছিল। সাধাৰণতে সেইসকলৰ নিচা লগাবলৈ অলপ বেছি দ্ৰব্যৰ দৰকাৰ সেয়েহে তেওঁলোকে শেষলৈ বটলৰ কাক খুলি হিন্দী চিনেমাৰ ভিলেইনৰ দৰে মুখত ঢালি দিছিল। ৰাতি গভীৰ হৈছিল। এটাই বটলৰ অৱশিষ্টকণ পৰাগৰ মুৰটোৰ ওপৰত বাকি দিছিল। এইবাৰ এটাই পৰাগৰ চুলিকোছাত ধৰি পৰাৰ পৰা দাঙি দিলে তেতিয়াহে দেখা গ'ল যে তাৰ দীঘল ডাঢ়িকোছাৰ মাজত জোনাকী পৰুৱা এটা লাগি অহাৰ দৰে সৰু জোনাকী পৰুৱাটোৰ সমান অঙঠা এটা লাগি আছিছে। চুলি পোৰা চুলি পোৰা গোন্ধ পাই আটাইকেউটাৰ ফালে চাই এবাৰ মাথুৰে ভৰিটো দাঙি জোতাৰ আগেৰে পৰাগৰ ডাঢ়িৰ পৰা অঙঠাটো গুচাই দিয়াৰ চেষ্টা কৰিলে। তাৰ ভৰিত বেলেন্স নাছিল বাবে অঙঠাটো গুচাব খোজোতেই চকীখনত ঠেকেচকৈ বহি পৰিল।

কেম্পৰ সমুখত বালিৰ বস্তাৰ দ'মটোৰ আঁৰত হাতত ৰাইফল লৈ থকা সৈনিক দুটা সচেষ্ট হ'ল। পকা ৰাস্তাটোৰেদি একেলগে দুফালৰ পৰা দুখন গাড়ী অহাৰ প্ৰমাণ পোৱা গ'ল হেড লাইটৰ পোন তীব্ৰ পোহৰ দেখি। ৰাস্তাৰ মাজত বাৰটামানে দুফালে ৰাইফল টোৱাই গাড়ী ৰখাবলৈ সাজু হৈ ৰ'ল। জুইকুৰাৰ ওচৰবে পৰাই মাথুৰে কেম্পৰ পদুলিৰ পকা ৰাস্তাটোৰ ফালে চাই পৰাগক উদ্দেশ্য কৰি হিন্দীতে ক'লে, 'ঐ বিপ্লৱী, তোৰ লগৰ কোনোবা আহিছেনেকি তোক ইয়াৰ পৰা যুদ্ধ কৰি বচাই নিবলৈ?' কৈ এবাৰ এনেয়ে চাৰিওফালে চাই নিজকে কোৱাদি সি ক'লে,

'ক'ৰ কোনোৱা আহিব। তহঁতৰ বিপ্লৱীয়ে যেনেতেনে ইটোৱে সিটোক ধৰাই দি, নিজে বাচিছে। এতিয়া যে ইয়াক ধৰা হ'ল নিশ্চয় ইয়াৰ লগৰ কিছুমানে থানা বা কেম্পত বা কোনো চৰকাৰী লোকক ইয়াৰ বিষয়ে সবিশেষ বৰ্ণনা দিছে। ই এতিয়ালৈকে কিমান মানুহ হত্যা কৰিলে, ই কিমান টকা লুট কৰিলে, ইয়াৰ লগত কোন কোন আছে, ই ক'ত ক'ত আশ্ৰয় লয় চব খবৰ দি দিলে। ঐ বিপ্লৱী তই কেইটা মানুহ মাৰিলি? মাথুৰৰ চকু দুটা জাপ খাই যাব খুজিছে। হামথুৰি খাই থকা পৰাগক পিচফালৰ পৰা চুলি কোছাত ধৰি ওপৰলৈ মুখ কৰি চিত কৰি দিয়াত পৰাগৰ মেলা চকুত ওপৰৰ তৰালী আকাশখন জিলিকি পৰিল। সি পিঠিটো কচলা-কচল কৰিবলৈ ধৰিলে হয়তোবা জুইৰ পৰা উফৰি পৰা জুইৰ অঙঠা তাৰ পিঠিৰ চেপাত নুমাই গৈছে। ওপৰলৈ চকু মেলি থকাতে সি দেখিলে তৰাবোৰ যেন পানীত জুবুৰিয়াই ডাঠ চেনিৰসত জুবুৰিয়াই জুবুৰিয়াই আকাশখনত লগাই থোৱাহে হৈছে কাৰণ তৰাবোৰ সি সজল সজল দেখিলে আৰু কোনোবাটো মুহূৰ্তত একেটা তৰাকে দুটা দুটা হৈ লাহে লাহে ঘূৰি ফুৰা যেন লাগিল। পৰাগৰ চকু দুটাত যেন ওপৰৰ পৰা কোনোবাই মিহি গুড়ি এসোপা ছটিয়াই দিছে—চকু দুটা জালমাৰি ধৰাৰ দৰে লাগিল। মাথুৰ থিয় হ'ল। হৈ পৰাগৰ উদং বুকুখনৰ ওপৰত সোঁভৰিটো স্কুটাৰ মটৰ চাইকেলৰ কিক মাৰিবলৈ ৰথাদি ৰাখি অলপ হেঁচা মাৰিবলৈ ধৰিলে। পৰাগৰ উশাহ বন্ধ হোৱাৰ উপক্ৰম হ'ল। জুইকুৰাৰ পৰা কাঠৰ বাকলি ফুটি অঙঠাৰ টুকুৰা এটা মাথুৰৰ ওলাই থকা ভৰিটোৰ মোজাৰ ওপৰত পৰিলহি আৰু তেওঁ পৰাগৰ বুকুৰ ওপৰৰ পৰা ভৰিখন হঠাৎ উঠাই লৈ গ'ল। মোজাত জিঞাটোৰ দৰে লাগি থকা কাঠৰ আধাজ্বলা বাকলিৰ টুকুৰাটো পৰাগৰ বুকুৰ ওপৰত পৰি লাহে লাহে নুমাই যাবলৈ ধৰিলে। যন্ত্ৰণাত পৰাগে দাঁত কামুৰি ধৰিলে আৰু বান্ধি থোৱা হাত-ভৰিবোৰ জোকাৰি গাটো

ইকাটি-সিকাটি কৰাৰ চেষ্টা কৰিলে। ইতিমধ্যে অঙঠাৰ টুকুৰাটো তাৰ বুকুৰ ওপৰতে নুমাই গ'ল।

—তই আমি সোধা কথাৰ উত্তৰ দিবিনে নিদিয় ? বৰকাইত কোব মৰাৰ দৰে ডাঙৰ মাতেৰে মাথুৰে সুধিলে। তেতিয়া কেম্পৰ বাৰাণ্ডাত থকা লোহাৰ ঘণ্টাত এটা কোব পৰিল অৰ্থাৎ নিশা এক বাজিল। বৈ থকাকেটাই এনেয়ে বাৰাণ্ডাৰ ফালে চালে। পৰাগে মুখেৰে একো ভাবিব পৰা নাই। সৈন্যকেটাই বা মাথুৰে মুখৰ কাম যেনেদৰে হাত-ভৰিৰে কৰিব লাগিছে সিও যদি হাত-ভৰিয়ে কৰিবলগীয়া কামবোৰ এই মুহূৰ্তত মুখেৰে কৰিব পাৰিলেহেঁতেন কিছু কামেই হ'লহেঁতেন। লেতেৰা ৰেষ্টুৰেণ্টৰ টেবুলত মিঠাইৰ গুড়ি লাগি থকা প্লেট এখনত চাৰিওফালৰ পৰা উৰি আহি বগাই ফুৰা মাখিবোৰৰ দৰে তাৰ মুখৰ ভিতৰত যেন কিছুমান বিহপৰুৱাই ঘুৰাই পকাই পিৰ্পিৰাই পিৰ্পিৰাই বগাই মাজে মাজে কিটিৰ কিটিৰ কামুৰিবলৈ ধৰিছে। তাৰ মাজতেই পৰাগে চকামকাকৈ কথা এটা ভাবিলে যে কিবা কাৰণত সি অচেতন হৈ যোৱা হ'লে—কমাত পৰা হ'লে। নাই সেইটো হোৱাৰো সম্ভৱ নহয় কাৰণ মাথুৰে মুখমণ্ডলত অৰ্থাৎ ডিঙিৰ পৰা ওপৰ অংশত কোনো ধৰণৰ গুৰুতৰ আঘাত নাহানিবৰ কাৰণে কাঢ়া নিৰ্দেশ দিলে। এইবাৰ মাথুৰে জুইকুৰাৰ পৰা জ্বলি থকা জেওৰা ছটাৰ দৰে বাঁহছটা হাতত লৈ জোকাৰি আগটোৰ পৰা জুইকণ নুমাই অঙঠাৰে পৰাগৰ ভৰিৰ তলুৱাত চুবলৈ ধৰিলে। অঙঠা টুকুৰা লগাই দিলে ভৰি দুখন আপোনা-আপুনি কোচ খাই অহাৰ লগতে সি চিঞৰিবলৈ ধৰিলে। এই প্ৰথমবাৰৰ বাবে পৰাগৰ মুখেদি শব্দ ওলাল। এই কৰ্মটোত মাথুৰে কিবা এটা আশা দেখিলে। সি এইবাৰ জ্বলা খৰিডাল ভৰিৰ তলুৱাৰ পৰা বুকুলৈকে ডাক্তৰে ষ্টেটিচস্কপ লগাই চোৱাৰ দৰে লগাই যাবলৈ ধৰিলে। পৰাগৰ চিঞৰ বেছি হ'ল। সি যিমানেই কাণ তালমৰা চিঞৰ মাৰিবলৈ ধৰিলে সিমানেই সিহঁত মেজি পুৱাই থকা ল'ৰা-

ছোৱালীয়ে হিলৈ এটা ফুটিলে চিঞৰবাদি আনন্দত চিঞৰিবলৈ ধৰিলে। গাখীৰ আৰু ফেনাইলৰ সংমিশ্ৰণ হ'লে যি হ'ব বা এইমাত্ৰ জন্ম হোৱা শিশুৰ ক্ৰন্দন আৰু এইমাত্ৰ পুত্ৰৰ মৃত্যু হোৱা মাতৃৰ কান্দোন সংমিশ্ৰণ হ'লে যি হ'ব পৰাগ আৰু সৈন্যকেটাৰ চিঞৰৰ সংমিশ্ৰণো তেনেই হ'ল। পুহমহীয়া নিয়ৰ পৰি থকা পৰাগৰ শুদা গাটোত লগাওঁতে খৰিছটাৰ আগৰ অঙঠা নুমাই এঙাৰ হ'ল। মাথুৰে অন্য এডাল তেনেকুৱা খৰি জুইৰ পৰা উলিয়াই জোকাৰি জোকাৰি আগৰ জুইকুৰা নুমাই লৈ এইবাৰ প্ৰথমেই তাৰ দীঘল ডাঢ়িকোছাৰ আগটোত লগালে। খৰিডালৰ জুইকুৰা অলপতে নুমাইছিলহে বাবে ধোঁৱাবোৰ পোনে পোনে পৰাগৰ নাকলৈ সোমাল। ধোঁৱাবোৰ নাকলৈ সোমোৱাত তাৰ মূৰটো জিন্‌জিনাই গ'ল আৰু সেইটো অনুভৱ পুৰা নৌহওতেই পৰাগে চিঞৰিবলৈ ধৰিলে। তাৰ দীঘল ডাঢ়িবোৰ ভৰভৰাই পুৰি গ'ল আৰু দীঘল ডাঢ়িৰ আগবোৰ কোচখাই খাই ধোঁৱাই ধোঁৱাই গুটি বান্ধি গ'ল। চিঞৰত তাৰ ডিঙিৰ শিৰাবোৰ বোন্দাকেচুৰ দৰে বৰ বৰ একোডাল হৈ ফুলি উঠিল আৰু কপালৰ কুম দুটাৰ ফালে শিৰা দুডাল দুডাল চেঙাৰ দৰে জিলিকি জিলিকি উঠিল। তাৰ অলক্ষিতে মুখেদি যন্ত্ৰণাত চিঞৰহে ওলাল যদিও কথা বা শব্দ একো নোলাল। মাথুৰে এইবাৰ হাতত জ্বলি থকা খৰিডাল লৈয়েই চিঞৰি থকা পৰাগলৈ চাই যেন কথা এটা উপলব্ধি কৰিব পাৰিলে যে যন্ত্ৰণাৰে মানুহৰ মুখৰ পৰা আটাহ উলিয়াব পাৰি কথা উলিয়াব নোৱাৰি ঠিক যেন শিশুৱে চুপিথকা মাকৰ স্তনটোৰ পৰা গাখীৰ ওলায় কিন্তু স্তনৰ আগটো বেজীৰে ফুটাই দিলে গাখীৰ নোলাব তেজহে ওলাব। পৰাগৰ চকু দুটা মাথুৰৰ ওপৰত স্থিৰ হৈ ৰৈছিল যদিও মুখৰ পৰা কিন্তু চিঞৰ ওলোৱা বন্ধ হোৱা নাছিল। মাথুৰৰ বোধহয় ভাগৰ লাগিছিল। তেওঁ কিছুসময় থমক মাৰি ৰ'ল। ডাঙৰকৈ কান্দি লাহে লাহে কুঁকুঁৱাই মাকৰ বুকুত টোপনি যোৱা শিশুৰ দৰে পৰাগৰ

মুখখন লাহে লাহে বন্ধ হৈ গৈছিল আৰু নাকেদি তাৰ কেঁকনিৰ শব্দ ওলাইছিল।

কোনেও কাকো কথা কবলগীয়া হোৱা নাই সকলোবোৰ নিজা নিজা কৰ্তব্যত ৰত হৈ আছে। এটাই সাত/আঠ লিটাৰমান পানী ধৰা প্লাষ্টিকৰ বাকেট এটাত পানী ভৰাই আনিলে। তাকে দেখি মাথুৰে পৰি থকা পৰাগৰ গাৰ ফালে আঙুলিটোৰে দীঘে-পথালিয়ে কিবা এটাৰ ইঙ্গিত দিলে। লগে লগে এটাই ওপৰলৈ চিত হৈ পৰি থকা পৰাগৰ ডিঙিৰ পৰা ভৰিলৈকে পানীবোৰ ঢালিবলৈ ধৰিলে। পৰাগে আকৌ চিঞৰিবলৈ ধৰিলে। এইবাৰ এটাই অন্য এটা সৰু বাল্টিওত উতলা নহলেও চেঙুচেঙীয়া হাত সুমাব পৰা গৰম পানী এবাল্টিং ভৰিৰ পৰা ডিঙিলৈকে ঢালি দিলে। পানীখিনি গাত পৰাৰ লগে লগেই পৰাগে ৰদাই থোৱা লেপ এখন গাত লোৱাৰ দৰে অনুভৱ কৰিলে। সেই অনুভৱ সম্পূৰ্ণ নৌ হওতেই আকৌ ঠাণ্ডা পানী ঢালিবলৈ ধৰিলে। শেষত পানী ঢালোতে ঢালোতে সি বোধহয় ঠেৰেঙা লাগিল। বোধহয় তাৰ জিভাখনো থৰ হ'ল আৰু চকু দুটাৰ পতা মোচাৰি মৰা পাৰ চৰাইৰ চকুৰ দৰে আধামুদা হৈ ৰ'ল। তাক যেতিয়া তিনিটামানে দাঙি দিলে তেতিয়া পথাৰৰ বোকাত লেটিলোৱা ৰঙালী ম'হ এটাৰ দৰে তাৰ গোটেই গাটো বোকাত লেওলোৱা। তাক জোৰ কৰি কোচাই বহুৱাই জুইৰ ওচৰত দুটাই ধৰি ৰাখিলে। তাৰ যেনেকৈ মুখৰ মাত বন্ধ হৈ গৈছিল বোধহয় তেনেকৈ তাৰ মগজুও বৰফৰ দৰে গোট মাৰিছিল। সি একো অনুভৱ কৰিব নোৱৰা হ'ল। বোধহয় সি মূৰ্চ্ছা গ'ল।

তাক লৰালৰিকৈ দুটাই দাঙি কেম্পৰ ভিতৰলৈ আনিলে। গোটেই গাটো শুকান টাৱেল এখনেৰে মচি দি এখন খাটত শুৱাই দিলে। গাৰ পৰা তিতা জাঙ্গিয়াটো খুলি পেলালে। ডিঙিৰ পৰা ভৰিলৈকে কেবাখনো নোমাল।বাগ জাপি দিলে। মাথুৰে আহি জ্বলাই লোৱা চিগাৰেটৰ আগটো পৰাগৰ নাকৰ

আগত অকণমানকৈ লগাই চাই তাৰ চেতনা পৰীক্ষা কৰাৰ চেষ্টা কৰিলে। নাই, অচেতন। এইবাৰহে যেন মেজৰ মাথুৰে অলপ উচাপ খালে। ই যদি মৰি থাকে তেতিয়াতো ইমানখিনি কষ্ট মিছা হ'ব। কোনোবা এটা পৰাগ মৰিলে তাৰ একো ক্ষতি নহয় বা ক'তো ফুল বেজী এটাই বিন্ধাৰ দৰেও বেদনা অনুভূত ন হব কিন্তু ইয়াৰ পৰাতো বহুত কথা জানিবলগীয়া থাকিল। এই কৃতিত্বৰ ওপৰতে তাৰ চাকৰিৰ ভৱিষ্যত ভালেখিনি নিৰ্ভৰ কৰে। প্ৰমোচনৰ কথা আছে পুৰস্কাৰৰ কথা আছে—গোটেই সুদীৰ্ঘ সোতৰ বছৰ কাল চাকৰিৰ পথ পৰি আছে। আমীৰ ডাক্তৰক খবৰ দিয়া হ'ল।

ডাক্তৰে পৰাগৰ কপালত হাত দিয়েই তাৰ গাৰ উত্তাপ অনুভৱ কৰিলে। থাৰ্মমিটাৰডাল বন্ধ হৈ থকা পৰাগৰ মুখত ভৰাই এক মিনিটমানৰ পাচতে উলিয়াই লাইটৰ ফালে ঢোৱাই-ভিৰাই চাই পুনৰ ভৰাই দিলে। ডাক্তৰে মুখৰ ভিতৰতে নিৰ্লিপ্তভাৱে উচ্চাৰণ কৰিলে হাণ্ড্ৰেদ থ্ৰি পইণ্ট ফ'ৰ। টেম্পাৰেচাৰ উঠিলে গাত কাপোৰ দিলে টেম্পাৰেচাৰ বাঢ়ি যায় বাবে পৰাগৰ গাৰ ওপৰত জাপি থোৱা কাপোৰবোৰ কমাই দিবৰ বাবে নিৰ্দেশ দিলে। বাকচৰ পৰা উলিয়াই ওপৰাউপৰিকৈ দহ মিনিটমানৰ ভিতৰতে ডাক্তৰে পৰাগৰ বাহুত আৰু টিকাত তিনিটা ইন্‌জেকচন ভৰাই দিলে। চাই থাকোতেই পৰাগৰ গোটেই গাটো মূৰৰ পৰা ভৰিলৈকে আহাৰমহীয়া পথাৰত হালবোৱা মানুহৰ দৰে জোঁজোঁকৈ ঘামিবলৈ ধৰিলে। ডাক্তৰ বেনাৰ্জীয়ে এইবাৰ পৰাগৰ চকুৰ পিৰিকতি দাণ্ডি টৰ্চ মাৰি কিবা চালে। থাৰ্মমিটাৰডাল মুখত ভৰায়ো চালে। সৰু টবলা টুকুৰিওৱা হাতুৰি এটাৰ দৰে হাতুৰি এটাৰে তাৰ হাতৰ গাঁঠি, আঠুৰ গাঁঠি টুকুৰিয়াই টুকুৰিয়ায়ো চালে। পাচত পটাপট চেলাইন ষ্টেণ্ডডাল অনাই এটা চেলাইনৰ বটল ওলোমাই তাৰ বাওঁহাতৰ শিৰত বেজি ভৰাই লগাই দিলে।

এনেকৈ তিনিদিন পৰি থকাৰ পাচত পৰাগক আজি পুৰা

ডাক্তৰ বেনাৰ্জীয়ে এটা ইন্‌জেকচন দিলে। কি আচৰিত ইন্‌জেকচনটো গাত ভৰাই দিয়াৰ দহ মিনিটমানৰ ভিতৰতে পৰাগৰ গোটেই গাটো শিহৰিত হ'ল, মূৰটো সাজ পানী কেবা গিলাচো খোৱা মানুহৰ দৰে পাতল পাতল লাগি গ'ল আৰু সৰ্বোপৰি তাৰ মনটো ইমান মুকলি লাগিল যেন এই মুহূৰ্ত্ততে চাকৰিৰ বাবে হাবাথুৰি খাই ফুৰা নিবনুৱা ডেকা এটাইহে তিনিহাজাৰ টকীয়া চাকৰি এটাৰ নিয়োগপত্ৰ এখনহে হাতত পালে। পৰাগৰ মনটো বৰ পাতল লাগিল। তাৰ চিঞৰি চিঞৰি কবিতা গাবৰ মন গ'ল। তাহানি কলেজতে এৰি থৈ অহা তাৰ প্ৰাণাধিকা পৱিত্ৰা বৰুৱালৈ মনত পৰিল। ইমান ধুনীয়া।

কিন্তু বৰ দুখেৰে মেজৰ মাথুৰে তাক গাড়ীত উঠাই পঠাব লগা হ'ল। কৰ্ট্ৰৰ নিৰ্দেশ মানিব খোজা নাছিল যদিও নোৱাৰিলে। সেয়েহে অলপ আগতে পৰাগক থানাত চমজাই দিবলগীয়া হ'ল।

[ দুই ]

চি-আই ৰোহিত গোস্বামীয়ে কালী গোসাঁনীয়ে চুলিত ধৰি ছিগা মূৰটো দাঙি লোৱাৰ দৰে পৰাগৰ চুলিকোছাত ধৰি মূৰটো দাঙি ঘোচা মাৰি দিওঁতেই যেন অ'চি আলিৰ মনত পৰিল কথা এটা—তেওঁ প্ৰায় জাপ মাৰি উঠাদি উঠি ক'লে,—ছাৰ এতিয়াই নহয়, অলপ পাচত ডাঃ বেনাৰ্জী আহিব। তেওঁ ছাৰ একেবাৰে লেটেষ্ট ওলোৱা আপটুডেট মেথডৰ ইন্‌জেকচন এটা দি লোৱাৰ পাচতহে ইন্‌টাৰগেট কৰিবলৈ কৈছে। গোস্বামী চকীত হেলান দি বহিল। সি সেই মোটোহা হাতখনেৰে মৰা ঘোচাটোৰ প্ৰতিক্ৰিয়াস্বৰূপে পৰাগৰ কেনে পৰিৱৰ্তন হ'ল সি আৰু দুনাই লক্ষ্য নকৰিলে। পৰাগৰ নিউম'নিয়া হৈছে বুলি ডাঃ বেনাৰ্জীয়ে ভাবে।

মানুহৰ মনটো বৰ অদ্ভুত। মাকৰ মৰাশটো চোতালত পেলাই

লৈ কান্দি থাকোতেও হঠাতে কলেজৰ গাৰ্লফ্ৰেণ্ডৰ লগত কোন কেতিয়াবাই একেলগে বহি চিনেমা চোৱাৰ কথাও মনত পৰে— ঠিক তেনেকৈ চাৰিদিন অহৰহ যন্ত্ৰণা পোৱাৰ পাচতো এতিয়া পুনৰ চি-আই ৰূপী এই মানুহটোৰ প্ৰকাণ্ড ঘোচা এটা মুখত পৰাৰ পাচতো অ'চি আলিৰ ডাক্তৰৰ কথা শুনি পৰাগৰ মনত এটা অদ্ভুত কথাই টুকুৰিয়াই গ'ল। এইষে তাক আজি পুনৰ এটা বেজী দিলে যিটো বেজী লোৱাৰ পাচতেই তাৰ গাৰ সকলো দুখ-কষ্ট লাঘৱ হৈ গলতো গলেই আনকি মনটোও দামী মদ খোৱা মানুহৰ দৰে ৰোমাঞ্চিত হৈ পৰিল—এতিয়া আকৌ অ'চি আলিয়ে ডাক্তৰ বেনাৰ্জীয়ে বেজী দিব বুলি ক'লে, লেটেষ্ট মেথড, ইণ্টাৰগেট ইত্যাদি শব্দবোৰ ক'লে—কি এইটো ইনজেকচন। আজি কিছু-দিনৰ আগতে এটা প্ৰবন্ধত পঢ়া কথাটোৰেই সঁচা নেকি যে কয়দী-বোৰৰ মুখৰ পৰা কথা উলিয়াবৰ বাবে আজিকালি আগৰ দৰে অকল দৈহিক নিৰ্যাতনেই কৰা নহয় উচ্চ নিচাযুক্ত ড্ৰাগছৰ ইনজেকচন পুছ কৰা হয়। এনে ইনজেকচন দিয়াৰ দহ মিনিট-মানৰ পাচতেই কয়দীয়ে অস্বাভাৱিকভাবে সহজ সৰল আচৰণ কৰিবলৈ লয়। মন মুকলি হয়—গাটো পুলকিত হয়। তাৰ বাহিৰেও টেপ এটা লগাই চুইচ অন কৰি দিয়াৰ দৰে অনৰ্গল কথা কৈ যায়। মানসিকতা, দৈহিক গঠন, দৃঢ়তা আৰু বয়স অনুপাতে ইয়াৰ ড'জ বঢ়োৱা কমোৱা হয় আৰু প্ৰয়োজন অনুসৰি তাৰ লগত দৈহিক অত্যাচাৰৰ মাত্ৰাও বঢ়োৱা কমোৱা হয়।

এই আটাইকেউদিন পৰাগে মুৰেৰে একো ভাবিব পৰা নাই। কেতিয়াবা নিজৰ ডিঙিৰ ওপৰত লোকৰ মূৰ এটা লগাই থোৱাৰ নিচিনাহে লাগে। কিন্তু তাৰ মাজতে দিনৰ দিনটো ধাৰাষাৰে বৰষুণ দি থাকোতেও হঠাত দুপৰীয়া কেইমিনিটমানৰ কাৰণে এচেৰেঙা ৰ'দ ওলোৱাৰ দৰে এই মুহূৰ্ততো কিছুদিনৰ আগতে পঢ়া প্ৰবন্ধটোৰ কথা মনত পৰিলত কুকুৰৰ সমুখত পৰা মেকুৰীটোৰ দৰে শিয়ঁৰি উঠিল। তেনেহলে এই কথা ঠিক যে ডাঃ বেনাৰ্জীয়ে

তেনেকুৱা বেজী এটাকে তাক দিছিল কাৰণ তাৰ পাচতেই তাৰ দেহ-মন কিছুসময়ৰ কাৰণে পাতল পাতল আৰু ফৰকাল লাগিছিল। সেইবাবেই আমী'ৰ কেম্পত বন্দুকৰ মাজত শুই থাকোতেও তাৰ মোমায়েকৰ ঘৰত থকা সৰু ল'ৰা এটাৰ দৰে লাগিছিল।

কোনেও কালৈকো কেয়াৰ নকৰে, প্ৰতিটো কথাতে অশ্লীল শব্দ অন্ততঃ কেম্পত এই শব্দকেটাৰ পৰা কাণ দুখন আঁতৰি আছিল। ছাৰ বোলাজনৰ আগতে ছাৰ বোলাজনে কথা কওঁতে সেই শব্দকেটা ব্যৱহাৰ নকৰাকৈ নাথাকে যেন পুলিচৰ ট্ৰেইনিং লওঁতেই সেই শব্দকেটাৰ অনিবাৰ্য ব্যৱহাৰৰ নিয়ম-কানুনো শিকাই দিয়া হয়।

কেম্পত জুইৰ অঙঠাৰ পৰা যি কেডাল নোম ডাঢ়ি বাচি আছিল সেই কেডালেই এতিয়া ভোবোৱা লাগি দাংখাই গ'ল যেতিয়া ডাঃ বেনাজী আহি চি-আই গোস্বামীৰ ওচৰত ৰ'লহি। গোস্বামীৰ আঙুলিৰ ঠাৰত দুটা কনিষ্টবলে তামোলৰ ঢকুৱা চোচোৰাই নিয়াদি পৰাগক গড়ালটোলৈ চোচোৰাই লৈ গ'ল। কেম্পৰ পৰা লৈ আহোতে তাৰ খুলি পেলোৱা পেণ্ট চোলাযোৰকে পিন্ধাই আনিছিল যদিও জাঙ্গিয়াটো পিন্ধোৱা নাছিল, ক'ৰবাত খুলি পেলাই দিয়াতে থাকিল। গাৰ চুয়েটাৰটোও ক'ৰবাত থাকিল। ভৰিৰ জোতা মোজাযোৰো বোধহয় কেম্পৰ বাৰাণ্ডাতে পৰি ৰ'ল। চোচোৰাই নিওতে তাৰ টিকা দুটা চেল্‌চেলিয়া খাই গ'ল কিজানি, চেকচেকাইছে। তেনেকৈ থাকোতেই কোনোবা এটাই অশ্লীল কথাষাৰ কৈ তাৰ গালৈ গৰম কাপোৰ এখন দলি মাৰি দিলে। কাপোৰখন গাত পৰাৰ লগে লগেই সি বন্ধা হাত দুখনেৰে বন্ধা ভৰি দুটাৰ সহায়ত মুৰলৈকে মেলি লওঁতে বহুত সময় লাগিল। কাপোৰখন পুৰণা আৰু প্ৰসাৰ প্ৰসাৰ গোন্ধাইছে। নিশ্চয় এইখন কাপোৰত ইতিপূৰ্বে কোনোবা কয়দীয়ে পেচাব কৰিছে। বেনাজীয়ে চি, আইৰ লগত সৰু সৰুকৈ কিবা কথা পাতিছে।

সি দোঁখছেহে শুনা নাই। ইকাটি সিকাটি কৰিলেই তাৰ গাটো বিষত কঁপি উঠে।

তাৰ মগজুৰে কাম কৰা নাই যদিও ছুঁৱামম্লাকে তাৰ ঘৰখনলৈ মনত পৰে। ডেৰমাহমানৰ আগতে এঘণ্টামানৰ কাৰণে সি ঘৰত সোমাইছিল। বাৰাণ্ডাত বেতৰ পুৰণা চকীখনত বাপেক বহি আছিল। ভৰি-হাত-মুখ পানীত দুদিনমান পৰি গোল ওপচি থকা কেঁচা আম এটাৰ দৰে ঢেপা আৰু ফুলি আছিল। বোলে নেফৰাইটিছ হৈছে। পেচাবত তেজ যায়। ডায়লিচিচ কৰাহলে কিছুদিন বোলে বাচিলহেঁতেন পিছে বহুত হাজাৰ টকাৰ কথা— পঞ্চাশ টকাৰ কথা ভাবিব নোৱৰা মানুহ এটাই দহ হেজাৰ বা পাঁচ হেজাৰৰ কথা কেনেকৈ ভাবে। প্ৰাইমাৰি স্কুলৰ পৰা অৱসৰ লোৱাই ছবছৰ হ'ল অথচ পেন্সনটোকে চৰকাৰে দিব নোৱাৰিলে। ডাঙৰটো ল'ৰা আৰ্টছ গ্ৰেজুৱেট—এঘাৰ বছৰেও ক'তো চাকৰি এটাৰ যোগাৰ কৰিব নোৱাৰিলে। বায়েক দুজনী ঘৰতেই বুঢ়ী হ'ল বুলিব লাগে। দুয়োজনীয়েই মেট্ৰিক পাছ তাতে দেখাই শুনায়ো শ্ৰী-চেহেৰা তেনেকৈ নাই, চাকৰি বাকৰিও নাই, দুখীয়া পৰিয়ালৰ জীয়ৰী বোধহয় সেই বাবেই বিয়া হ'বলৈ দৰাই নাপালে। পৰাগৰ বায়েক দুজনীক দেখিলে দুখেই লাগে— পয়ত্ৰিশ বছৰৰ ভিতৰতে থকা এই দুজনীয়ে গাভৰু ছোৱালী সমুখৰ ফালৰ পৰা দেখিলেও ধৰিব নোৱাৰি। চেহেৰা তাঁতৰ ৰাচখনৰ দৰে চেপেটা আৰু শুকান। অথচ নগৰৰ ধনী মানুহৰ ছোৱালী তেত্ৰিশ চৌত্ৰিশ বছৰ বয়সতো চেলোৱাৰ কুৰ্ত্তা পিন্ধিহে বুকু ফিন্দাই ফুৰে। ঘুৰি ফুৰা দেখিলে কোনোবা ফিল্মৰ মেগাজিনৰ ভিতৰৰ পৰা ছবিবোৰ ওলাই আহি বাটে-পথে ঘুৰি ফুৰা যেনহে লাগে।

পাকঘৰত মাকে শিলৰ পটাখনত সৰু মানিমুনি শাক পিহি আছিল। তাৰ জোল বনাই খুৱাব লাগিব ৰোগীক। সি বাপেকৰ

ওচৰত খন্তেক বৈ এনেদৰে সুধিলে যেন পুৰা-গধুলি সিহে বাপেকৰ অহৰহ চিকিৎসা চলাই আছে।

—কেনে পাইছে দেউতা? অলপ কম পাইছেনে!

—নাই, আজি দিনটোত দুতোলামানহে পেচাব হৈছে। নাবাচিম আৰু। কিবা এটা দেখি যোৱা হ'লে শান্তিৰে মৰিব পাৰিলোহেঁতেন বুলি মানুহজনে হুমুনিয়াহ এটা এৰিলে। ইপিনে সময় নাই অসময় নাই আৰ্মী, পুলিচৰ অত্যাচাৰ।

বায়েক ইলাই ফিকা চাহৰ গিলাচটো, প্লেটখনত শুকান চিৰা আৰু গুড়ৰ লদাটো আগবঢ়াই দি ক'লে, সেংক্লেঙাই উঠিবি তথাচ কওঁ এইবাৰ বোলে চব বি এছ চি পাছেই চাকৰি পাব। এম ই স্কুলবোৰতো বি এছ চি পাছ মাষ্টৰ লব। পৰহি হীৰেণে কৈছে যিমান বি এছ চি চাকৰি খালি আছে তাৰ আধাও বি এছ চি পাছ মানুহ নাই। দৰ্খাস্তখন কৰি থোৱা হ'লে বেয়া নাছিল। কৈ ইলাই পৰাগলৈ চালে। সি পৰম তৃপ্তিৰে সৰুৰে পৰাই তাৰ প্ৰিয় খাদ্য শুকান চিৰা গুড় আৰু ফিকা চাহ খোৱাত লাগিছে। ককায়েকটো ঘৰত নাই চিনেমাহলৰ ওচৰত পাণ দোকানৰ ঘুমটি এটা বহুৱাৰ চেষ্টাত বোলে ঘুৰি ফুৰিছে। অস্তিত্ব ৰক্ষাৰ আন্দোলন পূৰ্ণোদ্যমে চলি থাকোতে ককায়েক প্ৰদীপ আছিল স্থানীয় ছাত্ৰ নেতা। ঘৰত থাকিবলৈকে সময় নাই আন্দোলন-বিৰোধী বদন-চিপিএমবোৰক মৰিয়াই ফুৰিছিল, বৰ্জন কৰি ফুৰিছিল, দেখিলে থুৱাইছিল। এইবোৰ বোলে ওপৰৰ কমিটীৰ নিৰ্দেশ আছিল। সেই সময়ত পৰাগে আন্দোলনটো কোনোমতেই সমৰ্থন কৰিব পৰা নাছিল। সি তেতিয়াই আন্দোলনৰ পৰিণতিটো কি হব বুজি পাইছিল। সেইবাবে তাক তেতিয়াই চিপিএম বদন বুলি অভিহিত কৰিছিল যদিও প্ৰদীপৰ বাবেই বদন থকা ঘৰখন বৰ্জন কৰিব পৰা নাছিল। অৱশ্যে এদিন ৰাতি ৰেল ষ্টেচনৰ ওচৰত তাক কোনোবাই উঠিব নোৱৰাকৈ মৰিয়াইছিল— চালা এছ এফ আই বদন, দেশদ্ৰোহী বদন, কংগ্ৰেছ আই বদন—

মুঠতে বদনে সেই কালত এসোপামান বিশেষণ পাইছিল। পৰাগে তেতিয়াই চিঞৰি চিঞৰি এদিন মেমৰীয়েল পাৰ্কৰ ৰাজহুৱা সভাত কৈছিল—দেশদ্ৰোহী কোন? বদন নে পূৰ্ণানন্দ! বুৰঞ্জী অধ্যয়ন কৰক। তাৰ মুখৰ আগৰ পৰা দেশপ্ৰেমিক লাচিত এজনে মাইক্ৰফোনটো কাঢ়ি লৈ গৈছিল।

আন্দোলন চলি থাকোতে পৰাগহঁতে যেনেদৰে ভাবিছিল আন্দোলন শেষ হোৱাৰ পাচত কথা-কাণ্ডবোৰ তেনেকুৱাই হ'ল সেয়েহে এদিন তিনিবাৰ দিছপুৰলৈ গৈ নিজৰ লগৰ মন্ত্ৰীক লগ ভাগ কৰিও যেতিয়া টকা বাৰহেজাৰ দিব নোৱৰাত ব্লকৰ কেৰাণীৰ চাকৰিটোও নাপাই প্ৰদীপে কিবা সৰু কথা এটাত ঘৰত বায়েক-হঁতক দপ্‌দপাইছিল পৰাগে তাতোকৈয়ো ডাঙৰ মাতেৰে চিঞৰি চিঞৰি কৈছিল, কিয় চাকৰি এটা লব নোৱাৰিলি? আমি সেই সময়ত এইবোৰ কথা কওঁতে বদন, দেশদ্ৰোহী হৈছিলো, মাৰ খাই হাড় ভাগিছিল— এতিয়া পিছে কি হ'ল? লগৰবোৰে দেখোন চবেই এম এল এ, মন্ত্ৰী, দালাল, ব্যৱসায়ী ঠিকাদাৰ হৈ হোৱাহোৰে টকা গোটাইছে। তই সামান্য কেৰেণীৰ চাকৰিটোকে লব নোৱাৰিলি কিয় টকা নিদিয়াকৈ? সেই দুটা তহঁতৰ মতে ত্যাগী দেশনেতাই দেখোন এতিয়া বিশ্ববিদ্যালয়ৰ পৰা চোচোৱাই অনা পুৰণা ছিগা চেন্দেলযোৰে পুৰণা বিছনাখনে ত্যাগ কৰাৰ বাহিৰে একোকে ত্যাগ কৰিব নোৱাৰিলে। মুঠতে দালালৰ ৰাজকীয় দল এটাৰ সৃষ্টি হ'ল। সেয়া নিমখৰ পাৰ্মিট কোনে পালে? শিলপাৰৰ ঠিকা কোনে পালে? কাম নকৰাকৈ বিল দাখিল কৰি টকা পোৱা পি ডব্লিউ ডিৰ ঠিকাবোৰ কোনে পালে? যোৱা দুশ বছৰ আৰু আগামী দুশ বছৰৰ বাবে অসমত আৰু ইহঁতৰ নিচিনা দুনীতি-পৰায়ণ ভ্ৰষ্ট চৰিত্ৰৰ চৰকাৰ হ'বনে? তাৰবাবেই তহঁতে ইমান ধন জন ক্ষণ হানি কৰিলিহঁতনে? দেশত যিমান ক্ষতি হ'ল বহু শ বছৰ ধৰি ইয়াৰ পৰিণাম ভুগিব লাগিব। আগতে হোৱা হলে প্ৰদীপে গঢ়া মাৰি পৰাগৰ টেটুতেই ধৰিলেহেঁতেন কিন্তু সেইদিনা

সি নিবৰে পৰাগৰ কথা সকলো শুনিলে। বহুত আশা কৰা সামান্য কেৰেণীৰ চাকৰিটোও যোগাৰ কৰিব নোৱাৰিলে তাৰ কান্দোন আহিছিল। সি দুবছৰমান বছৰেকত পাঁচটকীয়া ইনক্ৰিমেণ্টৰ দুশটকীয়া প্ৰুফৰীডাৰৰ চাকৰি কৰিলে 'জয় আই অসম জাতীয়তাবাদী ছপাশালত'। অসম আৰু অসমীয়াৰ স্বাৰ্থত মালিকে সকলো ত্যাগ কৰিব পাৰে বুলি কৰ্ট ফিল্ডৰ ৰাজহুৱা সমাবেশত বক্তৃতা দিছিল। জাতীয় বিপ্লৱী চৰকাৰ হোৱাৰ পাচত তেওঁ আশীলাখ টকাৰ চৰকাৰী ঋণেৰে 'জয় আই অসম' ছপাশাল ডাঙৰ কৰিলে। প্ৰুফৰীডাৰৰ গ্ৰেজুৱেট হ'লেও দৰমহা দুশ টকা, কম্পজিটাৰৰ দৰমহা এশ সত্তৰ টকা।

ফিকা চাহ চিৰা গুড় খাই থাকোতেই ক'ৰবাৰ পৰা প্ৰদীপে হাতত কুঁহিয়াৰ এটুকুৰা লৈ বাপেকক কাটি দিবলৈ বায়েকক চিঞৰি চিঞৰি কওঁতেই পৰাগক দেখি সাপ দেখা বেঙৰ দৰে চেঁচেঁয়াই উঠিল, 'গাঁৱত আৰ্মী সোমাইছে, দুখৰামৰ দোকানৰ ওচৰত দুখন গাড়ী দেখি আহিছো..' বুলি কোৱা পিচৰ শব্দকেটা নুশুনিলে পৰাগে। অন্ধকাৰত যে কেনি মিলি গ'ল। পটাত কিবা পিহি থকা মাকৰ ওচৰেদিয়েই সাউৎকৈ জাপ মাৰি চোতালৰ মূৰৰ খাৰৈটো পাৰ হৈ বাৰীতে লাগি থকা পিচফালৰ চামশলসনীখনত মিলি গ'ল। তাৰ পাচত আৰু—

ডাঃ বেনাৰ্জী কাষ চাপি অহা দেখিয়েই পৰাগ কোচখাই গ'ল —পৰা হলে সি নিজৰ গাটো চুই দিয়া কেৰেলুৱাটোৰ দৰে সিকিটোমান কৰি গোল কৰিহে পেলালেহেঁতেন। ডাক্তৰে পৰাগৰ বান্ধি থোৱা হাতখনত হাত দিলে। দুটা কনিষ্টবলে তাৰ হাতখন টানি উলিয়াই দিলে। যোৱা চাৰিদিনৰ ভিতৰত এই প্ৰথম কথা কলে পৰাগে, 'ডাক্তৰ মোক আৰু ইনজেকচন নিদিব। মই আপোনাক ৰিকুৱেষ্ট কৰিছো মোক আৰু একোকে ইনজেকচন নিদিব। মই ঠিকেই আছো।' নুশুনিলে। পাঁচ মিনিটৰ আগাপিচাকৈ তাক দুটা ইনজেকচন দিয়া হ'ল। তাৰ পাছত চি-আই

গোস্বামী আৰু অ'চি আলিৰ লগত কিবা কথাবতৰা পাতি ডাক্তৰ গলগৈ।

পৰাগৰ মুৰৰ পৰা ভৰিৰ বুঢ়া আঙুলিলৈকে ঝমঝমনি গৰম এটা উঠিল। তাৰ নাকৰ আগটো পিৰ্‌পিৰাবলৈ ধৰিলে। শুদা গাত উ'ইপৰুৱা এজাক বগোৱাৰ দৰে অনুভৱ হ'ল—তাৰ গোটেই গাতে যেন পিৰ্‌পিৰাই কিবা বগাব ধৰিছে। যাদুকৰে গাত হাত মোহাৰি বিষ-বেদনা নোহোৱা কৰাৰ দৰে যেন তাৰ গাৰ পৰা সকলো বিষ-বেদনা মুহূৰ্ততে নোহোৱা হৈ গ'ল। তাৰ এনে এটা ভাব হ'ল যে ওচৰত কোনো নথকা হ'লে কিজানি জোৰ কৰিয়েই তাৰ হাত-ভৰি বান্ধি থোৱা শকত ৰছিবোৰ টুকুৰা-টুকুৰ কৰি ছিঙি পেলাব পাৰিব। তথাচ সি মনে মনে এটা কথা ভাবিলে যে ৰাতি যেতিয়া সকলো শুব তেতিয়া ৰছিবোৰ ছিঙাৰ চেষ্টা এটা কৰিব।

এটাই তাৰ সমুখতে এলুমিনিয়ামৰ পুৰণা থাল এখনত ভাত এসোপাৰ ওপৰতে দাইলৰ পানী এসোপা বাকি দি কেইটুকুৰামান পিয়াঁজো দি দিলেহি। ন বজাৰ কোব পৰিছিল। কনিষ্টবল এটাই তাৰ সোঁহাতৰ ৰছিডাল অলপ ঢিলাই দিলে। তাৰ পেটত ভোক লাগিয়েই আছিল—ভাত থাল দেখি বহুত পৰৰ মূৰত মাকক দেখা গাখীৰ খাই থকা কুকুৰ পোৱালীকেটাৰ দৰে যেন পেটৰ ভোকটোৱেও উখল-মাখল লগাবলৈ ধৰিলে। তাৰ পেটটো পকাবলৈ ধৰিলে আৰু তিতিকি তিতিকি ভাব এটা হ'ল। সি আৰু কোনো নতুন কথা নাভাবি ভাতৰ থালখন বাওঁহাতে লৈ ভোকাতুৰ মানুহৰ দৰে মোকোহা-মোকোহে খাবলৈ ধৰিলে। থালত মগৰ পৰা ঢালি দিয়া পানীখিনি সোহা মাৰি খোৱাৰ পাচত তাৰ ভাব হ'ল যেন এনেকুৱা আৰু কেবাথালো ভাত সি অনায়েসে খাব পাৰিব। প্ৰকৃততে যোৱা চাৰিদিন তাৰ পেটত একোৱেই নাই পৰা বুলিব লাগে, কেৱল শৰীৰৰ ওপৰত পৰিছে অত্যাচাৰ।

চাই থাকোতে থাকোতেই থানাখনৰ দুৱাৰ-খিৰিকী বন্ধ কৰি

দিয়া হ'ল। লাইটবোৰ জ্বলি আছে। পৰাগৰ চকু দুটা টানি টানি নিয়াৰ দৰে লাগিল। তাৰ টোপনি আহিব খুজিছে। যোৱা কেদিন তাৰ শৰীৰত যিমান অত্যাচাৰ চলিল সেই সকলোবোৰ দুখ-যন্ত্ৰণাৰ এতিয়া লেশমানো অনুভৱ নাই। তাৰ মাকলৈ মনত পৰিব ধৰিছিল—কিন্তু সেই মুহূৰ্ততে বটল আৰু গিলাচৰ টুং টাং শব্দই তাৰ দৃষ্টি কোঠাটোৰ ভিতৰত থকা ডাঙৰ টেবুলখনৰ ফালে টানিলে। টেবুলত থকা কাকত-পত্ৰ ফাইল-টাইলবোৰ একাষৰীয়াকৈ থৈ চি-আই আৰু অ'চিয়ে মদ আৰু মাংস খাইছে। চাই থাকোতে থাকোতেই সিহঁতে দুটা বটল শেষ কৰি মোকোহা-মোকোহে ভাত খাবলৈ ধৰিলে। ভাত খাই থাকোতে সিহঁতে তাৰ ফালে চাই চাই কি কথা পাতিছিল তাৰ কাণত নপৰিল। ক'ব নোৱাৰাকৈয়ে চকুৰ পলক নপৰাকৈয়ে সি সিহঁত দুটাক চাই আছে। চিঞৰি উঠিল চি, আই গোস্বামী—, 'ঐ ঐ কমল সেইটোক আঁৰ কৰি দে—( অশ্লীল ) সি বোন্দা মেকুৰীৰ দৰে যেনেদৰে চাই আছে (অ) মুখ লাগিব। হাগি বমি কৰি (অ) মৰিব লাগিব।' কমল বোলা কনিষ্টবলটোৱে কাপোৰ এখন আনি গড়ালটোত মেলি দিলেহি। তেতিয়াহে পৰাগৰ লাজ লাগিল লোকে খোৱা চাই থকাৰ বাবে।

—( অশ্লীল ) সি আকৌ দৰদ দেখুৱাই আঁৰ কৰিহে দিছে (অ) তাৰ চকু দুটা ঘোক মাৰি উলিয়াই পেলাব নোৱাৰিলি। (অ) মাৰ দুটা মাৰি চকু দুটা জপাই থব নোৱাৰিলি। (অ) ইহঁতক আকৌ দয়া দেখুৱাবলৈ আহিছ বুলি অ'চি আলিয়ে মুগীৰ ঠেং এটাৰ দুইটা হাতেৰে ধৰি আগদাঁতেৰে কামুৰি কামুৰি মঙহ এৰুৱাইছে। আলিৰ আগদাঁত চাৰিটা লগোৱা দাঁত—সেইবাবে মঙহ খাওঁতে বৰ সাৱধানে খায়।

—কিৰিং কিৰিংকৈ টেলিফোনটো বাজিবলৈ ধৰিলে। খাই থকাৰে পৰাই গোস্বামীয়ে বিৰক্তি প্ৰকাশ কৰি ক'লে,—'(অশ্লীল) মাজৰাতিখননো কোনে টেলিফোন কৰে অ'—ঐ কোনোবা এটাই

ধৰচোন—' বুলি গোস্বামীয়ে জলকীয়াটো গোটে গোটে চোবাই দিলে।

'—ছাৰ, এম এল এ ছাৰে কৰিছে' বুলি উধাতু খাই পৰিল কনিষ্টবল বলো দাস।

—( অশ্লীল ) এই মখাৰ সময় নাই অসময় নাই (অ) গৰু মখাৰ—হেল্ল ছাৰ নেকি, হয় ছাৰ, হয় ছাৰ, চম্‌জাই দিলোঁহি ছাৰ···, পৰাগ ঠাকুৰ ওৰফে নন্দ লহকৰ ওৰফে যাদৱ হাজৰিকা ওৰফে মকবুল হুচেইন—, হয় ছাৰ অলপ পাচৰ পৰা সোধ পোছ কৰা হ'ব—হয় ছাৰ ওচৰৰ মানুহ-দুনুহবোৰ শোৱক—হয় হয়, আৰ্মী ডাক্তৰে ছাৰ দুটা মেজিক বেজী দি গৈছে ছাৰ সৰসৰকৈ ওলাই যাব ছাৰ—, হয় ছাৰ হয় ছাৰ, সুধিম ছাৰ সুধিম ছাৰ, এ ক'বই নালাগে আপোনাক দিম ছাৰ—দিলে আপুনিয়েই ভাগ কৰি দিব ছাৰ—হয় ছাৰ, হয় ছাৰ—ওলাব ওলাব ছাৰ, অসমীয়া বিপ্লৱীহে ছাৰ—হয় ছাৰ, গুড নাইট ছাৰ বুলি ৰিচিভাৰটো থৈয়েই চি আই গোস্বামীয়ে ক'বলৈ ধৰিলে, '(অ) তেজখোৱাক টকা লাগে। ( অশ্লীল ) মাজৰাতিও তেজখোৱাৰ টকাৰ ধান্দা।

—'ক'ৰ টকা ?' অ'চিয়ে সুধিলে।

—সাতঘাটৰ সৈয়াকণী নহয়—আমাৰ এই বিপ্লৱীৰ মুখৰ পৰা গোপনে ৰখা টকাৰ সন্ধেদ লৈ টকাখিনি উলিয়াই আনি (অ) চম্‌জাই দিবলৈ বা ৰিপৰ্টাৰক ক'বলৈ হাক দিছে। (অ) বাহিৰে বাহিৰে টকাবোৰ তাৰ ওচৰলৈ লৈ যাবলৈ কৈছে। তাৰ মতে ইয়াৰ হাতত হেনো (অ) দহ লাখমান টকা আছে। (অ) ইহঁতৰ নিচিনাবোৰক গুলীয়াই মাৰিব লাগিছিল। (অ) ক'ত ধান্দা দেখিছানে ? তাৰ দলৰ কিমানে গুলী খাই মৰিল (অ) তাৰ ধান্দাটো চোৱাচোন। এইচবক (অ) প্ৰথমে গুলীয়াই মাৰিব লাগিছিল।

পৰাগৰ অলপ টোপনি অহাৰ নিচিনা হৈছিল হ'বপায় দুটাই হাতত ধৰি টানিলত সাৰ পোৱাদি পালে। তাক প্ৰায় ধানৰ বস্তা

চোচোৰাই অনাদি চোচোৰাই আনিলে। আনি গতা মাৰি দিওঁতে চি-আইৰ ভৰিৰ ওচৰতে বুকুখন দি পৰিলহি। চি-আই গোস্বামীয়ে লাঠি টকুৰাৰে তাৰ থুতৰিটোত টুকুৰিয়াই উঠিবলৈ ইঙ্গিত দিলে। সি আঠু আৰু কিলাকুটিত ভেজা দি উঠাৰ চেষ্টা কৰি কৰি কেইবাৰমানৰ মূৰত থিয় হ'ল। তাৰ বুকুখন ইমান জোৰেৰে ঢপঢপাইছিল যে সি তাৰ শব্দ শুনিছিল।

—বহ ইয়াতে। গোস্বামীয়ে ক'লে। সি টুলখনত বহিল। বহি চাৰিওফালে চকু দিলে এনেয়ে। লাইটৰ জ্বলি থকা বাল্বটো পানীৰে তিতি থকাৰ দৰে দেখিলে। তাৰ বাহিৰেও গোটেই ঘৰটোৰ আচবাববোৰকে ধৰি শেষত ঘৰটোও ঘূৰিবলৈ ধৰা যেন লাগিল। তাৰ মূৰ ঘূৰাইছে তেতিয়াহলে। তাৰ কঁপি কঁপি জাৰ লাগিছিল।

—ইয়াত কেতিয়াৰে পৰা আছ! গোস্বামীয়ে সুধিলে।

—তই মানে কেতিয়া জইন কৰিছ ইয়াত? আলিয়ে সুধিলে। সি নিমাত। মুখেৰে মতা নাই যি নায়েই আনকি সমুখত বহি থকা সাপৰ দৰে খঙাল আৰু বিষাক্ত প্ৰাণী দুটালৈয়ো চোৱা নাই।

—চা ডেকা ল'ৰা, তোক আমি ভালকৈ সুধিছো তই উত্তৰ দি যা। তোক এইটো কথাও কৈ থলো তই যদি এইবোৰ এৰি দিয়, যদি ত্যাগ কৰ তোক বহুত পুৰস্কাৰ দিয়া হ'ব। আমি জনামতে তই ডিষ্টিংছন লৈ বি এছ চি পাছ কৰা ল'ৰা। তোৰ ভাল চাকৰিও হ'ব বুলি চি-আই গোস্বামীয়ে বহাৰ পৰা উঠি খিৰিকীখনৰ এক পাটা খুলি মুখৰ জৰ্দাপানৰ পিক্ পেলাই দিলে। পৰাগ নিমাত নিথৰ। তাৰ কান দুখন ৰম্‌ৰম্‌কৈ পুৰি-ছিল আৰু চকুৰ চাৰিওফালে তীব্ৰভাৱে বিষ উঠিছিল। বুকুত যেন ঢপ্‌ঢপনিটোৱে ত্ৰিতালত তবলাহে বজাইছে।

—তই মুখেৰে নামাতি সাৰি যাব পাৰিম বুলি নাভাবিবি— তোৰ চব খবৰ জনা আছে, মাত্ৰ তোৰ মুখৰ পৰা শুনিবলৈহে বিচাৰিছো।' আলিয়ে ক'লে।

—মানুহে মোক ৰাৱণ বুলি মাতে বুজিছ। মই ভালত ভাল বেয়াত যমকাল। তোক চিম্‌প্‌লি কথা কেইটামান সুধিম তই উত্তৰ দে, তাৰ পাছত কাগজ এখনত চহী কৰি খালাচ পাই যাবি। এতিয়া তই কচোন তোক কোনে সংগঠনলৈ আনিলে? তই কেতিয়া জইন কৰিলি? তইতো আন্দোলনৰ সময়ত আন্দোলন বিৰোধী চি পি এম আছিলি। এতিয়ানো কিয় জইন কৰিলি ইয়াত? তই চোকা ল'ৰা, তোৰ ভৱিষ্যত আছে—এচিএছ-টোচিএছ দি ভাল চাকৰি ল'ব লাগিছিল। ক তই কেতিয়া জইন কৰিলি? কৈ গোস্বামী আৰু আলিয়ে তাৰ ফালে একেথৰে কিছুপৰ চালে। সি তললৈ মুৰ কৰি টুলখনৰ ওপৰত বহি আছে।

সিহঁত দুটাৰ নিচা বেছি হৈছিল আৰু বোধহয় টোপনিয়েও চকুত আমনি কৰিছিল। সিহঁতৰ খং উঠিছিল। এইবাৰ গোস্বামীয়ে হাতত লাঠিডাল লৈ তললৈ মুৰ কৰি থকা পৰাগৰ গলধনটোতে কটংকৈ মাৰ মাৰি দিলে—আপোনাআপুনি পৰাগৰ মুৰটো দাং খাই গ'ল। গলধনত ৰাজহাড়ৰ আঙঠিবোৰ স্পষ্টকৈ জিলিকি আছিল বাবে লাঠিডাল তাত খুন্দা খাই উফৰি অহাৰ দৰে লাগিল। চকুৰেদি সি ধোঁৱা-কোঁৱা দেখিবলৈ ল'লে। গৰ্জন কৰি উঠিল অ'চি আলি —(অ) মৰম কৰা দেখি চল পাইছ। (অ) মৰগু হাগি যাবি চিনি পোৱা নাই।

—(অ) কোনটো বাপেৰৰ আগত বাহাদুৰী দেখুৱাব খুজিছ। (অ) বহুত বিপ্লৱী ঠাণ্ডা কৃৰিলো— তই কোন কুটা। (অ) হাতত অস্ত্ৰ-শস্ত্ৰ নথকা মানুহক গুলীয়াই মাৰি বিপ্লৱ কৰিবলৈ আহিছ। চালা আজিলৈকে তই কেইটা মানুহ মাৰিলি ক' বুলি গোস্বামীয়ে তাৰ চুলিকোছাত খামোচ মাৰি ধৰিলে।

পৰাগে ক'ব কি? বা ক'লেও বিশ্বাস কৰিবনে কোনোবাই? যোৱা পাঁচবছৰ হ'ল সি সংগঠনত সোমোৱা। অথচ হাতত এটা পিষ্টল থাকোতেও সি কোনো এটা মানুহকে মৰা নাই। বৰঞ্চ সি বহুতবাৰ সংগঠনৰ নেতৃস্থানীয় সদস্যৰ ওচৰত প্ৰশ্নহে তুলিছে

যে এনেকৈ একো একোটা মানুহক হত্যা কৰি দেশৰ স্বাধীনতাই আনিব পৰা হ'বনে নাই দেশৰ পৰা বেয়া মানুহবোৰেই শেষ হৈ যাব। তাৰ বাহিৰেও আমি যিবোৰ মানুহক হত্যা কৰিছো সেইবোৰেই দেশখনৰ আটাইতকৈ বেয়া মানুহনে? একোটা নিৰস্ত্ৰ মানুহক সমুখৰ পৰা বা পিচফালৰ পৰা ধাৰাষাৰে গুলীয়াই হত্যা কৰাকে সশস্ত্ৰ বিপ্লৱ বোলেনে? এনেকুৱা প্ৰশ্ন সি প্ৰায়েই সংগঠনৰ ওচৰত তুলিছিল যদিও তাৰ মনৰ মতন উত্তৰ কোনেও দিব পৰা নাছিল। মনৰ মতন উত্তৰ পাবলৈ সি যিমানহে বিপ্লৱৰ ওপৰত পঢ়া-শুনা কৰিছে অন্যবোৰে সিমান কৰিছে জানো। তাৰ বৰ দুখ লাগে কোনো সতীৰ্থই কেতিয়াও তাৰ লগত কিতাপ পঢ়াৰ কথা নাপাতে। মাও, লেনিন, হোচিমিন, গুৱেভাৰৰ নামহে কয় কিন্তু বেছিভাগেই তেওঁলোকৰ বিষয়ে বিষৰ্গ চন্দ্ৰবিন্দু একোকে নাজানে। মাও জে দঙৰ নাম মুখত আখৈ ফুটুউৱাদি ফুটায় অথচ লংমাৰ্চ কি বস্তু বোধহয় বহুতে নামেই শুনা নাই। ব্যক্তিহত্যাৰ ওপৰত তাৰ আস্থা নাছিল। সি শ্ৰেণীহত্যাহে বিচাৰে ব্যক্তিহত্যা নিবিচাৰে—তেনেক্ষেত্ৰত তাক মৰিয়াই আধামৰা কৰিলেও বাৰু সি কেনেকৈ মানুহ হত্যা কৰিছো বুলি ক'ব?

(অ) তই মুখেৰে নামাত নেকি, বুলি গোস্বামীয়ে তাৰ গালত এটা পূৰ্ণহতীয়া চৰ সোধালে। পৰাগ টুলখনৰ পৰা গছৰ পৰা সৰি পৰা কঠাল এটাৰ দৰে মজিয়াত পৰিল। (অ) আলি ই নামাতেই যেতিয়া ইয়াৰ মুখখন চিলাই থওঁ এটা বেজি আনা বুলি গোস্বামীয়ে মজিয়াখনত দপদপাই খোজ দিবলৈ ধৰিলে। অ'চি আলিয়ে চিঞৰিলে, ঐ কোন আছ (অ) এটা বৰ বেজি লৈ আহ। সেই কেলেণ্ডাৰখনতে লগাই থোৱা আছে বেগেতে লৈ আহ। কনিষ্টবল কমল বড়াই কেলেণ্ডাৰখনৰ ওচৰলৈ গৈ তাৰ হাতটো কঁপিবলৈ ধৰা যেন পালে। সি হাত লগায়ো বেজিটো এৰুৱাই আনিব নোৱাৰিলে। কনিষ্টবল মহন্ত বোলাটোৰে (অ) এইটো বেজি ইয়াতে আছে দেখা নাই বুলি কমলক ধমক দি বেজিটো

এৰুৱাই লৈ গ'ল। সি বৰ আগ্ৰহেৰে বেঞ্জিটো চি-আইৰ ওচৰত থৈৰি ৰ'লগৈ।

—চিলাই পেলা, (অ) ই যেতিয়া মুখেৰে নামাতে মুখখনৰ কি দৰকাৰ —চিলাই দে বেঞ্জিৰে— বুলি গোস্বামীয়ে মহন্তক ধমক দিলে। দুটাই আহি পৰাগৰ মূৰটো টানকৈ ধৰিলে আৰু মহন্তই সঁচাসঁচিকৈয়ে তলৰ ওঠটোত বেঞ্জিটো জোতা চিলাবলৈ সুমুওৱাৰ দৰে ফচকৈ সুমাই দিলে। পৰাগে চিঞৰিবলৈ ধৰিলে। যন্ত্ৰণাত সি গছৰ পাত সৰুৱা চিঞৰ মাৰিলে। গোটেইখন তেজেৰে ৰাঙলী হ'ল। মঙহত সুমাই থোৱা বেঞ্জিটোৰ গায়েদি নিছিগা ধাৰেৰে তেজ পৰিছে। গোস্বামীয়ে তাৰ চুলিকোছাত ধৰি মুখখন ওপৰলৈ দাঙি ক'লে, 'ক এতিয়া। পাইছনে মজা বিপ্লৱী ওলাবলৈ আহিছ। ক তোৰ লগত থকাকেটা ক'লৈ গ'ল? তহঁতৰ লীডাৰকেটা তোৰ লগতে আছিল এতিয়া ক'ত আছে ক, নহলে আৰু চাজাই পাবি ক। কমল বড়া বাৰাণ্ডালৈ ওলাই গ'ল—সি নিজক লুকুৱাবলৈ অলপ আন্ধাৰ বিচাৰিলে। ক'ৰবাত চাগৈ থানাত বা আৰ্মীৰ কেম্পত তাৰ সহোদৰ ভায়েক অমলৰো এই একেই অৱস্থা হৈছে নহয়। এদিন অমলক এইবোৰ সংগঠনৰ পৰা ওলাই আহিবলৈ কওঁতে কৈছিল, 'তই চৰকাৰৰ চাকৰ। চৰকাৰৰ চাকৰ যেতিয়া চৰকাৰী আদেশ নিৰ্দেশ তই পালন কৰিবি। কাইলৈ যদি চৰকাৰে আমাক গুলীয়াই মৰাৰ নিৰ্দেশ পাছ কৰে পাৰিলে তই মোক মাৰিবি। কিন্তু আমি চৰকাৰ-সংবিধান একো নামানো। আমাৰ বাবে তই চৰকাৰৰ শত্ৰু। কাইলৈ যদি আমি আমাৰ সংগঠনৰ পৰা নিৰ্দেশ পাওঁৱে পুলিচ বাহিনী নিঃশেষ কৰিব লাগে মই কিন্তু প্ৰথমতে তোকেই হত্যা কৰিম। লেনিনে কৈছিল বিপ্লৱ নিজৰ ঘৰৰ চোতালৰ পৰাহে আৰম্ভ কৰিব লাগে।' এনেয়ে সহোদৰ হ'লেও কিন্তু আদৰ্শৰ ক্ষেত্ৰত তই মই ইটো সিটোৰ শত্ৰু....।' সেই অমলকো চাগৈ এতিয়া এই ল'ৰাটোক কৰাৰ দৰে অত্যাচাৰ কৰিছে। নাটকত কৰাৰ দৰে কমলে হাতৰ তলুৱাৰে

নিজৰ কাণ দুখন হেঁচা মাৰি ধৰিলে যেতিয়া সি এটা বিৰাট চিঞৰ শুনিলে। এনেকুৱা চিঞৰ তাৰ ভায়েক অমলেও চাগে ক'ৰবাত মাৰিছে।

—নকৰ চালা কুকুৰ, মুখ নেমেল তই। ঐ বল (অ) ইয়াক সেই টেম্পোললৈ লৈ বল— ইয়াত ইয়াৰ কাম নহব বুলি গোস্বামী টেবুলখনৰ চাৰিওফালে ঘুৰিবলৈ ধৰিলে। অ'চি আলিয়ে প্লাচ এটাৰে তাৰ কাণৰ লতিটো তললৈ টানিছে আৰু মহন্ত বোলা কনিষ্টবলটোৱে তাৰ ওঠৰ পৰা বেজিটো এৰুৱাই সেইটো বেজিৰেই হাতৰ আঙুলিৰ নখত হেঁচি হেঁচি ভৰাইছে। পৰাগে চিঞৰিছে আৰু তাৰ মুখ, ডিঙি ঘাম আৰু লেলাৱতিৰে তিতি গৈছে,— তেজ আছেই। গোস্বামীয়ে ৰেকত জাপিথোৱা বাতৰিকাগজ এজাপ পৰাগৰ মুখৰ আগত ঠেকেচকৈ পেলাই দি ক'লে, 'চা সেইবোৰ বাতৰিকাতত তোৰ লগত বিপ্লৱীবোৰৰ স্বীকাৰোক্তি ওলাইছে। (অ) এটা বোন্দা চৰতে সৰসৰকৈ চব কথা কৈ দিছে শুনিবিনেকি টেপ? সেইবোৰ কথা সেয়া কাকতত হুবহু ওলাইছে। কিছুমানক চৰটোও মাৰি হাতৰ বিষ তুলিবলগীয়া হোৱা নাই। তইনো (অ) কি জয়মতীটো ওলাবলৈ আহিছ অ। চা এইজাপ বাতৰি কাকতত তহঁত বিপ্লৱীৰ নিজৰ কথা প্ৰকাশ হৈছে। (অ) ই একেবাৰে বৰ ডাঙৰ বিপ্লৱী বুলি গোস্বামীয়ে প্ৰচণ্ড ঘোচা এটা পৰাগৰ মুখত লগাই দিলে। টেবুলখনৰ চুকত কপালখন দি পৰাগ পৰিল। টেবুলৰ কাষত থকা ফাইলকেটা মজিয়াত পৰিল। লগে লগে এটা গিলাচো পকা মজিয়াত পৰি ভাগি গ'ল।

—ঐ ইয়াক টেম্পোললৈ লৈ যা, বুলি আলিয়ে ক'বলৈহে পালে দুটাই চিমেণ্টৰ বস্তা চোচোৰাই নিয়াদি পৰাগক চোচোৰাই লৈ গ'ল। থানাৰ পশ্চিমফালে চুকত বাৰফুট দীঘল দহফুট বহল এটা নিৰন্ধ্ৰ কোঠা আছে যাক থানাত সিহঁতে টেম্পোল বুলি কয়। পৰাগক চোচোৰাই চোচোৰাই নি সেই টেম্পোলত ভৰোৱা হ'ল। আলমাৰীটোৰ পৰা বটল এটা আনি গোস্বামীয়ে কাকটো খুলি

পোনে পোনেই ভিঙিত খোট্‌খোটকৈ বাকি দিলে। বাকি বটলটো আলিলৈ আগবঢ়াই দি লাঠিডাল হাতত লৈ গোস্বামী টেম্পোলৈকে আগবাঢ়িল। হাত-ভৰি বন্ধা পৰাগ তাত কাটি হৈ পৰি আছিল। মজিয়াখনত আগৰে পৰাই তেজৰ কড়াল লাগি আছিল, এতিয়া পৰাগৰ মুখৰ পৰা ওলোৱা তেজ আৰু লেলাৱতীয়ে সেই কড়াল-বোৰ যেন কোমলাই দিলে। কনিষ্টবল এটাই চকী দুখন মোহাৰি দিলে। গোস্বামী বহিল। গোস্বামীয়ে আলিৰ ফালে চাই ক'লে, 'ডাঃ বেনাৰ্জীয়েতো "বেঞ্জিড্ৰিন" আৰু "বাইফিটেমাইন"ৰ দুটা ইন্‌জেকচন অগা-পিচাকৈ দি গ'ল (অ) তথাচ তাতো কাম হোৱা নাই। এইটো মানুহনে জন্তু। ঐ (অ) তই মানুহনে জন্তু! (অ) মোৰ ভাইটোক কোনে গুলীয়াইছিলি ক। কোনে মোৰ ভাই ৰবীন গোস্বামীক গুলীয়াইছিলি ক'।

ৰবীন গোস্বামীক ঘৰৰ পৰা ধৰি নি কোনে গুলীয়াইছিল পৰাগৰ্ক সুধিলে কি উত্তৰ দিব। সংগঠনত থাকিও পৰাগে এনেবোৰ হত্যাৰ তীব্ৰ সমালোচনা কৰিছিল যাৰ বাবে তাৰ বহুত সতীৰ্থই ফুচফুচাইছিল বোলে এও তলে তলে কংগ্ৰেছৰ লগত হাত মিলাইছেনেকি হে। ৰবীন গোস্বামী এটা জঘন্য মানুহ। সি ড্ৰাগৰ ব্যৱসায় কৰিছিল। তাৰ বাহিৰেও সি কেবাজনী ছোৱালীক চাকৰি দিম বুলি ফুচুলাই নি হোটেলত ৰাখি নিজেতো ভোগ কৰিছিলেই তাৰ পাচত বন্ধু ডেকা এম. এল. এ, ডেকা মন্ত্ৰীকো দুই-চাৰি ৰাতিৰ বাবে দিছিল। তাৰে দুজনী-মানক বাহিৰৰ দালালকো বিক্ৰী কৰিছিল। প্ৰশাসন তাৰ হাতৰ মুঠিত। মুঠ কথাত তাক লেডিকীলাৰ বুলি কোৱা যায়। দেখাত একোৱেই কাম-কাজ-ব্যৱসায় নাই কিন্তু দুখন তিনিখন গাড়ী। এম্বেছেডৰ গাড়ী এখন থাকোতেও শেহতীয়াকৈ এখন বগা মাৰুতি গাড়ীও ল'লে। শুনামতে সংগঠনে তাক বিমান লাখ টকা দাবী কৰিছিল সিমান দিবলৈ অমান্তি হোৱাতহে তাক ধৰি নি হত্যা কৰা হ'ল। তাৰ ছমাহৰ পাচতহে গাতৰ পৰা উলিয়াই অনা কঙ্কাল-

টোকছে চিনাক্তকৰণ কৰা হ'ল। পৰাগৰ সেই ক্ষেত্ৰত প্ৰধান আপত্তি আছিল দুটা। ৰবীন গোস্বামী দেশ বা সমাজৰ এক নম্বৰ ডাঙৰ শত্ৰু। ক'বলৈ গ'লে সমাজৰ এইড্‌চ ৰোগৰ বীজাণু হ'ল ৰবীন গোস্বামী। কিন্তু দেশ বা সমাজত অকল এটা ৰবীন গোস্বামীয়েই আছিলনে বা আছেনে? তাক হত্যা কৰাৰ লগে লগেই দেশৰ পৰা তেনে এইডচ্‌ৰোগ শেষ হৈ গ'লনে? দ্বিতীয়তে, ৰবীন গোস্বামীয়ে দাবী কৰা পঞ্চাশ লাখ টকা দিবলৈ অমান্তি হ'ল বাবেহে তাক হত্যা কৰা হ'ল। টকাখিনি দিয়াহেঁতেন তাৰ মানে ৰবীন গোস্বামীক হত্যা কৰা নহয়। তেনেকৈ টকা দিয়া দুৰ্নীতিকাৰী শত্ৰুবোৰ এতিয়াও অবাধে বাচি আছে। টকা লৈ সিহঁতক তেনে কৰিবলৈ লাইচেন্স দিয়াৰ নিচিনা নহয়নে? বহুত আছে সংগঠনত টকা দিয়াৰ পাচত আগতকৈয়ো বেপৰোৱা বৌফাকিৰ হৈ পৰে। কাৰণ দুৰ্নীতি কৰাৰ পাৰ্মিটখন পাই গ'ল। পৰাগে এনেবোৰ কথাৰ সঘনে আপত্তি কৰিছিল। সি কিছুমান সংগঠনৰ সদস্যলৈ আঙুলিয়াই দি কৈছিল, 'সিহঁতে ইমান ডাঙৰ ঘৰ কেনেকৈ সাজিছে! ইমান লাহ-বিলাহত কেনেকৈ জীৱন কটাব পাৰিছে? সৌ সিদিনালৈকে সংগঠনত সোমোৱাৰ আগলৈকে লাও লোৱা অৱস্থা আৰু সংগঠনত সোমায়েই দেখোন দালান সাজিছে! টাউনত মাটি কিনিছে! আমি যে দেশৰ শত্ৰু বুলি বেয়া মানুহবোৰ মাৰি ফুৰিছোঁ আমাৰ লগৰে বহুতৰ বাপেক, ককায়েক, মোমায়েক, দদায়েক ভীষণ দুৰ্নীতিপৰায়ণ সেইবোৰক আমি একো কৰিব পৰা নাই কিয়? নকৰো কিয়? আমি দেখোন আমাৰ কাম-কাজৰ সমালোচনা কৰাটো বিচাৰো বুলি বিবৃতি দি আছোঁ তথাচ সমালোচনা কৰাবোৰক কিয় হত্যা কৰিছোঁ? কিয় সেই বৃদ্ধ অৱসৰপ্ৰাপ্ত শিক্ষক সাংবাদিক ডম্বৰু শইকীয়াক অমানুষিকভাৱে হত্যা কৰিলোহঁক? সমালোচনা কৰা আৰু সমৰ্থন নকৰা লোকক একাষৰ পৰা হত্যা কৰি অহাৰ কথা কোনো বিপ্লৱৰ ইতিহাসত আমি পোৱা নাই।

পৃথিৱীত বহুত ডাঙৰ ডাঙৰ বিপ্লৱ সাধিত হৈছে কিন্তু তাৰ মাজত এনেদৰে হত্যা কৰা আমি দেখা নাই। যদিহে দুনীতি-পৰায়ণ দেশৰ শত্ৰুবোৰকে আমি এটা এটাকৈ হত্যা কৰিবলৈ আঁচনি লৈছোঁ তেনেহলে সৰ্বশ্ৰেষ্ঠ ফাকিবাজ, ভণ্ড, দুনীতিপৰায়ণ দেশৰ এক নম্বৰ ডাঙৰ শত্ৰু এই ডেকা মন্ত্ৰী, এম এল এ-এইবোৰক আমি একো কৰা নাই কিয়? কিয় আমি সিহঁতক ওৱাৰ্নিং এটাও দিব পৰা নাই? তাৰ পৰিৱৰ্তে আমাৰ বহুত সদস্য দেখোন সিঁহতৰ লগতে থকেহে! মানুহে কোৱা কথা কেনেকৈ মিছা বুলি প্ৰমাণ কৰিম যে আমাৰ সাহসতে সিহঁত দুৰ্দান্ত সাহসী হৈ ন্যস্তস্বাৰ্থৰ বাবে বৰ্তমানে অপকৰ্ম কৰিব লাগিছে। যদিহে নিৰ্বাচনক আমি ঘিণ কৰোঁ তেনেহলে নিৰ্বাচনৰ বিৰোধিতা নকৰিলোঁ কিয়? কৌশল হিচাপেহে যদি আমি ল'লোঁ তেনেহলে আমি সৎ মানুহ ভাল মানুহৰ তালিকা নিদিলোঁ কিয়? ঠিক এনেবোৰ প্ৰশ্নকে সঘনে পৰাগে সংগঠনৰ ওচৰত তুলিছিল বাবে বহুতে তাক সন্দেহৰ চকুৰে চাইছিল। তাৰ পৰা বিপদ হ'ব বুলি বহুতে ভাবি লৈছিল। আমীৰ হাতত ধৰা পৰাৰ কেইদিনমানৰ আগতে পৰাগে চেয়াৰমেনৰ আগত কৈছিল বোলে সেই মতলবী সদস্যবোৰৰ বাবেই আজি আমাৰ এই অৱস্থা। বিপ্লৱৰ শিক্ষাৰে জনগণক শিক্ষিত কৰাটো দূৰৰ কথা নিজেও সিহঁতে বিপ্লৱৰ ওপৰত একো অ আ ক খ নপঢ়িলেও, নিশিকিলেও। সেই বাবেই বিপ্লৱী হ'ব লাগিছিল জনতাৰ বুকুৰ কুটুম কিন্তু হ'ল এতিয়া আতঙ্ক।

* * *

পৰাগৰ গাৰ পৰা চোলা-পেণ্ট সম্পূৰ্ণ খুলি পেলোৱা হ'ল। বোকাত লেটিপেটি খাই থকা এটা ডাঙৰ শালমাছৰ দৰে লেতেৰা পকা মজিয়াত পৰাগ পৰি আছে। এতিয়া প্লাগত কানেকচন লগাই চুইটচ্ অন্ কৰি তাৰ মুৰৰ তালুৰ পৰা ভৰিৰ তলুৱা-লৈকে চক্ দিয়া হ'ল। প্ৰতিটো স্পৰ্শতে সি জুই দিয়া কেঁচুসাপ

এডালৰ দৰে জাঙুৰ খাই উঠিবলৈ ধৰিলে আৰু আকাশ ফটা চিঞৰ মাৰিবলৈ ধৰিলে। এনেকুৱা অৱস্থাত গোস্বামী আৰু আলিৰ মদ খোৱা বেছি হ'ল। তেওঁলোকে গিলাচে গিলাচে মদ খাবলৈ ধৰিলে। গোস্বামীৰ হাতৰ আঙুলিত বিশেষ বিশেষ গ্ৰহৰ বাবে বাৰটা পাথৰৰ আঙঠি আছিল যদিও আলিৰ হাতত মাত্ৰ সাতোটাহে তেনে আঙঠি আছিল। ক'বলৈ গ'লে গোটেই সৌৰ-জগতখনকে সিহঁতে হাতৰ আঙঠিত বন্দী কৰি থৈছে। সেয়েহে গিলাচত খামোচ মাৰি ধৰোতে প্ৰতিবাৰতে কিটিং কিটিং শব্দ হয়। পৰাগে যিমানেই চিঞৰিছে সিমানেই সিহঁতে বেছিকৈ ঢোক মাৰিছে। গোস্বামীৰ নিৰ্দেশত বৈদ্যুতিক কৰ্মৰ বিৰতি দিলে। অ'চি আলিয়ে নিজেই প্লাচটো হাতত লৈ পৰাগৰ যৌনকেশ জোৰেৰে আজুৰিবলৈ ধৰিলে। কোচাকোচে ছিগি আহিছে আৰু সি চিঞৰিছে। কনিষ্টবল মহন্তই নতুন বুদ্ধি এটাহে যেন উলিয়ালে সেইমতে সি চুইচটো অন কৰি দি পৰাগৰ পুৰুষাঙ্গৰ আগটোত চক্ দিলে। সি ইমান জোৰেৰে চিঞৰ মাৰি উফাল মাৰি দিলে যে তাৰ আঠুটো আলিৰ পেটত লাগিল। আলিৰ খং উঠিল। সি এইবাৰ প্লাচটোৰে তাৰ অণ্ডকোষত চেপা দিলে। সি চিঞৰিবলৈ ধৰিলে আৰু পুনৰ উফাল মাৰে বুলি চি-আই গোস্বামীয়ে তাৰ বুকুখনত গছকি ধৰি থাকিল। দুটা পকা অমৰাৰ দৰে পৰাগৰ চকু দুটা ডাঙৰ হৈ গৈছিল আৰু চিঞৰোতে চকু দুটা ওলাই আহিব যেন লাগিছিল।

—'পানী-পানী-পানী খাম' পৰাগে চিঞৰিলে। গোস্বামী আনন্দিত হ'ল। তেওঁ তৎক্ষণাত হাতৰ খালী গিলাচটোত চুকলৈ গৈ পেন্টৰ জিপাৰডাল খুলি চেৰ্‌চেৰকৈ পেচাব কৰি এগিলাচ কৰিলে। তাৰ পাছত কনিষ্টবলদুটাক পৰাগৰ মুখখন জোৰেৰে মেলি দিবলৈ কৈ মেলা মুখত ওপৰৰ পৰা গৰম পেচাবৰ গিলাচ বাকি দি আটাইকেউটাই হাঁহিবলৈ ধৰিলে।

—'(অ) পিয়াহ গুচিছেনে? ঠাণ্ডাত কষ্ট পাব বুলি (অ)

কুহ্মীয়া পানীকৈ দিছো থা।' পৰাগৰ কোৱাৰিয়েদি ঢালি দিয়া মূতবোৰ বাগৰি গ'ল।

—'(অ) পানী খালি নহয়, এতিয়া ক তোৰ লগৰ লীডাৰ কেটা ক'ত লুকাই আছে আৰু তই অস্ত্ৰশস্ত্ৰ আৰু টকা দহলাখ ক'ত লুকাই থৈছ? (অ) আমি কাকো নকওঁ তাৰে চাবিলাথ বাৰু তোক দি দিম বুলি আলিয়ে কৈ গোস্বামীৰ ফালে চালে। তাৰ পাচত গোস্বামীয়ে তাৰ মুৰত এমাৰ লগাই দিলে।

লীডাৰকেটা ক'ত লুকাই আছে পৰাগে জানে। কাৰণ তেওঁ-লোকৰ অৱস্থানৰ বিষয়ে একমাত্ৰ পৰাগেহে জানে। পৰাগেই সেইকেটা আশ্ৰয়স্থল ঠিক কৰি দিছে। কিন্তু সি নকয়। অৱশ্যে তাৰ হাতত টকা-পইচা বা অস্ত্ৰ-শস্ত্ৰ নাই। টকা হাতত থাকিলেনো সিদিনা নেফ্ৰাইটিচ ৰোগত মৰণক্ষণলৈ অপেক্ষা কৰি থকা বাপেকক ঔষধ দুটা কিনিবলৈ টকা কুৰিটামান দি নাহিল-হেঁতেননে? অস্ত্ৰ-শস্ত্ৰ ক'ত লুকাই থোৱা আছে সেই বিষয়েও সিহে জানে। কিন্তু সি নকয়।

গোস্বামীহঁতৰ সময় নাই। এটাৰ লগতে ইমান সময় খৰছ কৰিবলৈ পুলিচৰ হাতত সময় ক'ত! এইবাৰ গোস্বামীয়ে অন্য এটা নিৰ্দেশ দিলে। কথামতেই কাম। এইবাৰ উলঙ্গ পৰাগ নামৰ সেই প্ৰাণীটোক জোৰকৈ বহুৱাই দিয়া হ'ল। কিন্তু তাৰ বেলেন্স নাছিল, ঠাইতে সি কাতি হৈ পৰিল। মুৰটো পকাতে ঠেকেচা খালে। আকৌ তাক বহুৱাই দুটাই ঢোকা দি দিলে দুফালৰ পৰা দুখন কাঠৰ টুল দি। গোস্বামী আৰু আলিৰ বোধহয় আমনি লাগিছিল। সিহঁতে পুনৰ দুটা নতুন প্লাছত মদ বাকি ললে। এইবাৰ অ' চি আলিয়ে মহন্তক এটা জুইশলা কাঠি জ্বলাবলৈ ক'লে। মহন্তই জেপৰ পৰা লাইটাৰটো উলিয়াই জ্বলাই আলিৰ হাতত দিলে। আলিয়ে বাওঁহাতৰ গিলাচত এসোঁহা মাৰি সোঁহাতৰে জ্বলা লাইটাৰটো পৰাগৰ দীঘল চুটি হৈ থকা ডাড়িবোৰত লগাই দিলে। তেজ, পেচাব আৰু লেলাৱতিৰে

বোধহয় ডাড়িবোৰ ভিজি আছিল সেইবাবেই জ্বলিবলৈ কেই-ছেকেণ্ডমান সময় ললে যদিও ভৰভৰকৈ জ্বলি গ'ল। পৰাগে ইমান জোৰেৰে চিঞৰিছিল যে শেষলৈ তাৰ ডিঙিৰ পৰা সোঁসোঁৱনি চেৰ্‌চেৰণিৰ শব্দহে ওলাইছিল। জ্বলিযোৱা ডাঢ়ি কোছালৈ গোস্বামীয়ে গিলাচৰ অৱশিষ্ট মদখিনি চাটি মাৰি দিলে। জুইকুৰা নুমাই গ'ল যদিও এটা ভেকেটা গোন্ধ ওলাল।

—'(অ) এতিয়াও তই মুখেৰে নামাতিবিনে' বুলি গোস্বামীয়ে গ'লকীপাৰে ফুটবলটো চুট মাৰি দিয়াৰ দৰে তাৰ টিকাত প্ৰচণ্ড গোৰ এটা মাৰিলে। ভেজা দি ৰখা টুলখনৰ সৈতে পৰাগ মুখ ঠেকেচা খাই পৰিল। লগে লগে পৰাগে পেচাব কৰি দিলে। দেখা গ'ল পেচাবতকৈ তাৰ তেজহে বেছি ওলাইছে। মহন্তই বুলমাৰিডালত তেল সানিলে। তাৰ পাছত তাক উবুৰি খুৱাই পেলালে। গোস্বামীয়ে তাৰ ক'কালত গছকি ধৰিলে। আলিয়ে একেদৰে তাৰ বাওঁকলাফুলটোৰ ওপৰত গছকা মাৰি ধৰিলে। দুটাই কৰঙন দুটা জোৰেৰে দুফালে টানি দিলত মহন্তই তেলেৰে পিছল কৰি ৰখা বুলমাৰিডাল ঠেলি ঠেলি তাৰ শৌচদ্বাৰেদি ভৰাই দিলে— ; পৰাগে চিঞৰিবলৈ ধৰিলে আৰু চিঞৰোতে তাৰ থুতৰিটো পকা মজিয়াত থুন্দা খাবলৈ ধৰিলে। তাৰ মুখেদিও তেজ ওলাইছিল আৰু শৌচদ্বাৰেদিও তেজ ওলাই বাগৰি গৈছিল।

বাহিৰ ফালে পকা বেৰত কমল বড়াই নিজৰ কপালখন হেঁচা মাৰি লগাই কাণ দুখন হাতৰ তলুৱাৰে গাৰ জোৰেৰে হেঁচি ধৰিলে।

পৰাগৰ শৌচদ্বাৰত বুলমাৰিডাল সোমাই আছে। গাটো যিমানেই সি লৰচৰ কৰিছে সিমানেই সি চিঞৰিছে সিমানেই গোস্বামীয়ে ভৰিটো সলাই বাওঁ ভৰিটোৰে পৰাগৰ পিঠিৰ ওপৰত গছকি ধৰিলে। আলিয়ে আৰু এটা কাম কৰিলে—সি সোঁহাতেৰে প্লাছটো লৈ টিকাৰ পৰা আৰম্ভ কৰি পিঠিলৈকে চেপি চেপি গছাল টনাদি ওপৰলৈ মঙহবোৰ টানিবলৈ ধৰিলে। লগে লগে

ৰাঁ লাগি তেজ ওলোৱা ঠাইবোৰত কনিষ্টবল এটাই বটলৰ পৰা বগা পানী অলপ ঢালি ঢালি দিবলৈ ধৰিলে। সেইবোৰ এছিড। ঘাঁবোৰত এছিড ঢালি দিলত ছালবোৰ পকা গৰম তেলত পেলাই দিয়া মাগুৰ মাছৰ ছালৰ দৰে কোঁচ খাই খাই যাবলৈ ধৰিলে। এটা কনিষ্টবলে চকুৰ পৰা ঝাৰুটোৰ দৰে বান্ধি থোৱা চোৰাটপাত কেইটামান আনি বেজে জৰাদি পৰাগৰ গলধনৰ পৰা ভৰিৰ গোৰোহালৈ কোবাই গ'ল। অন্য এটাই মগ এটাৰ পৰা হাতৰ তলুৱাত পানী লৈ ছটিয়াই গ'ল। ঠেকেচা মাৰি দিয়া জীয়া মাগুৰমাছ এটাৰ দৰে পৰাগ পৰি থকাতে কঁপিবলৈ ধৰিলে। বোধহয় গোস্বামীৰ ভৰিৰ হেঁচা কৰ নোৱৰাকৈয়ে বেঁছি হৈ গ'ল। সেইবাবেই কিজানি পৰাগে আগৰ দৰে চিঞৰিব নোৱাৰা হ'ল। গোস্বামীৰ গাতো দোষ নাই টোপনি খতি কৰি ৰাতি তিনিবজা-লৈকে মদ খাই ডিউটি কৰিবলগীয়া হৈছে, ক'ত কণ্ট্ৰল থাকিব। এইবাৰ তাৰ পোকৰৰ পৰা ৰুলমাৰিডাল গৰু এড়াল দিয়া খুটিটো টান মাৰি উঘালি অনাৰ দৰে মহন্তই টান মাৰি এৰুৱাই আনিলে। লগে লগেই তেজৰ সোঁতহে বলে যেন। তাক নিচিঞৰা দেখি দুটাই তাক বগৰাই ওপৰলৈ মুখ কৰি দিলে। তাৰ মুখৰ ডাড়িবোৰ পুৰি গৈছিল যদিও গোটেই মুখখন তেজেৰে বোলোৱা যেন ডাঠকৈ ফাকুগুড়ি গুলি লৈ মুখখনত সানি দিয়া হৈছে। পৰাগৰ চকু দুটা ঢেল খাই আছে।

গোস্বামী, আলি, মহন্ত আৰু বাকী দুটা কনিষ্টবল পোতা খুটাৰ দৰে কিছুক্ষণ থৰ হৈ ৰ'ল। জিকাৰ মাৰি উঠিল চি-আই গোস্বামী। তেনেহলে সি মৰি থাকিলনেকি? কুঁজা হৈ বহি গোস্বামীয়ে বাওঁহাতখন পৰাগৰ নাকৰ আগত কিছুপৰ ৰাখি লাহেকৈ বুকুত লগালে। আলিয়ে তাৰ চকুৰ পটা দুখন আঙুলিৰে ওপৰলৈ দাঙি দিলে— ৷ আঙুলিকেটা এৰুৱাই অনাৰ লগে লগে ৰাদু দুটা তললৈ নামি আহিল।

—ফিনিছ্। গোস্বামীয়ে গহীন মাতেৰে ক'লে।

—এবা ভবাই নাছিলো ইমান সোনকালে ডেকা ল'ৰা এটা—'
আলিয়ে কথাটো শেষ নকৰিলে। হাতৰ ঘড়িটোলৈ চালে—চাৰি বাজিবলৈ তিনি মিনিটমান আছে।

কোঠাটোৰ দুৱাৰখন জপাই আটাইকেউটা ওলাই আহিল। খুমুহাৰ গতিৰে সোমাই গ'ল কনিষ্টবল কমল বড়া। তেওঁ গৈ প্ৰথমে চিত্ হৈ পৰি থকা পৰাগলৈ কেইপলকমান চাই তাৰ পাচত তাৰ লেতেৰা তেজে-পেচাৰে লেটিপেটি হৈ থকা গাটো সাৰটি হাওঁহাওঁকৈ কান্দিবলৈ ধৰিলে। কান্দোন শুনি গোস্বামী, আলি, মহন্তহঁত দৌৰ মাৰি গৈ কোঠাটোৰ দুৱাৰমুখত ৰ'লগৈ। কমলে দেখা নাই সি মাথো চিঞৰি চিঞৰি কান্দিছে। এবাৰ যেতিয়া তাৰ দুৱাৰমুখলৈ চকু গ'ল তেতিয়া সি পৰাগৰ গাৰ পৰা উঠি জাপ মাৰি ৰাইফলটো দুইখন হাতেৰে মুঠি মাৰি ধৰি গোস্বামীহঁতৰ ফালে পোনাই ধৰিলে। তাৰ হাত দুখন কঁপিছিল বাবে ধৰি থকা ৰাইফলটোৰ নলীটোও কঁপিছিল। গোস্বামী আৰু আলি সাৱধানে দুখোজ পিছুৱাই গ'ল।

কমল বড়াই আঠুকাঢ়ি লৈ নিচান ঠিক কৰিলে। দুডাল চেলা বগাই অহাৰ দৰে তাৰ দুইধাৰে চকুলো বগাই তললৈ আহিছিল।

[ তিনি ]

এটা সাতাইশ বছৰীয়া ডেকা ল'ৰা কদাকাৰ ৰূপ লৈ ওপৰলৈ মুখ কৰি পৰি আছে। তাৰ নোমাল অথচ আধাপোৱা তেজে-বোকাৰে লেটি-পেটি হড়লা ওলোৱা বুকুখনৰ ওপৰত কান্দি থকা কনিষ্টবল কমল বড়াৰ মূৰৰ টুপীটো পৰি আছে উবুৰিয়াই থোৱা বাতি এটাৰ দৰে।

কনিষ্টবল কমল বড়াই নিচান পোন কৰি এইবাৰ ট্ৰিগাৰত আঙুলি লগালে। যেন বন্দুকৰ শব্দ শুনিলে পৰাগো উঠি বহিব পাৰে বা অমলো দৌৰি আহিব পাৰে—। আচলবোৰৰ মৃত্যুও নাই, মাৰিবও নোৱাৰে কোনেও।

———

# হাবিৰ মাজত দৌৰ

মই দৌৰি ফুৰিছোঁ। হাবিৰ মাজত মই দৌৰি ফুৰিছোঁ। গেজেপনিমৰা হাবি। অন্ধকাৰ। কোনো কোনো ঠাইত নিজৰ গাৰ নোমকে নিজে নেদেখোঁ। ইমান অন্ধকাৰ। মই হাবিৰ মাজত শুনা শব্দবোৰ চিঞৰ বাখৰবোৰ চিনি নাপাওঁ। সেয়া কোনোবা ভয়ংকৰ জন্তু-জানোৱাৰৰ চিঞৰ, নে কোনো চকু খুটি উলিয়াই নিয়া হিংস্র চৰাইৰ চিঞৰ মই ধৰিব পৰা নাই।

প্ৰায় বাৰ বছৰ দিন ধৰি দিনে ৰাতিয়ে মই হাবিৰ মাজত দৌৰি ফুৰিছোঁ। ভাগৰ লাগিলেও শুব পৰা নাই। হয়তো কৰবাত কেলেং মেলেং কৰি বলিয়া শিয়াল বা কুকুৰৰ দৰে দৌৰিছোঁ যদিও মই জিৰাবলৈ আহৰি পোৱা নাই। প্ৰথমতে ভাবিছিলোঁ মই অকলেহে দৌৰিছোঁ। কিন্তু লাহে লাহে মই অন্য বহুতৰ ভৰিৰ শব্দ শুনিবলৈ পালোঁ। নিজে দৌৰাৰ শব্দ নিজে শুনি থকাৰ বাবে লোকে দৌৰাৰ শব্দ চিনি পোৱাত মোৰ অকণো অসুবিধা হোৱা নাই। আদিম মানুহে যেতিয়া ভাব প্ৰকাশৰ বাবে ভাষাৰ ব্যৱহাৰ কৰিব পৰা নাছিল কিম্বা ভাষাৰ আৱিষ্কাৰ হোৱাই নাছিল তেতিয়া যেনেদৰে কাণ তালমৰা চিঞৰ মাৰিছিল, উকিয়াই-ছিল, ৰিঙিয়াইছিল ঠিক তেনেকৈ মই মাজে মাজে উকিয়াইছিলোঁ, ৰিঙিয়াইছিলোঁ। হাবিৰ মাজত সেই উকিৰ, সেই চিঞৰৰ প্ৰতিধ্বনি হৈছিল আৰু অন্য বহুত ফালৰ পৰাও তেনে উকি আৰু ৰিং শুনিছিলোঁ। আটাইবোৰ গোট খাই এনেহে শব্দৰ সৃষ্টি হৈছিল যেন একেলগে বহুত ওস্তাদৰ তলত বহুত ছাত্ৰ-ছাত্ৰীয়ে ৰেৱাজহে কৰিছে।

মোৰ বৰ্তমান বয়স পয়ত্ৰিশ বছৰ সাতমাহ। প্ৰায় চৌবিশ

বছৰ বয়সৰ পৰা মই এনেদৰে দৌৰিবলৈ আৰম্ভ কৰিছোঁ। মই যে দৌৰি আছোঁ প্ৰথম অৱস্থাত মই গমেই পোৱা নাছিলোঁ। পিছত লাহে লাহে যেতিয়া মোৰ কলাফুল শুকাই যাবলৈ ধৰিলে আৰু যেতিয়া মোৰ শুকান কলাফুলৰ শিৰা-উপশিৰাবোৰে টানি টানি ধৰিবলৈ ধৰিলে, যেতিয়া মোৰ মুৰটো টিংটিঙাবলৈ ধৰিলে, যেতিয়া মোৰ বুকুত বৰনামঘৰত বৰসৰাহত মৰা খৰগতিৰ ডবাৰ কোবৰ দৰে ঢপঢপাবলৈ ধৰিলে তেতিয়াহে বুজি পালোঁ যে মই দৌৰিছোঁ। মই যে দৌৰিছোঁ সেই কথাটো উপলব্ধি কৰাৰ পাছত মোৰ শাওণমহীয়া টিকাফটা ৰ'দত পথাৰত বাৰ বজালৈকে হালবোৱা কৃষকৰ দৰে ভাগৰ লাগিবলৈ ধৰিলে। পিয়াহত মোৰ অণ্ঠ-কণ্ঠ শুকাই গ'ল অথচ পানী নাই। ক'ৰবাত যদিও পান্থপাদপ গছ আছে তথাপি মই চাবলৈ আহৰি পোৱা নাই। চালেও ইমান অন্ধকাৰ চিনিব নোৱাৰোঁ। পেটৰ ভোকেই মোৰ পেটৰ আহাৰ হৈ পৰিল আৰু মাজে মাজে সেই ভোকটোৱে পেটটোত এনেদৰে কামোৰ মাৰি ধৰে যেন চাৰিটামান কুকুৰে একেলগে কামোৰ মাৰি ধৰিছে।

মই যে এনেকৈ দৌৰিব লাগিব কথাষাৰ কল্পনাও কৰা নাছিলোঁ। দেউতা আছিল ডিটিঅ' অফিচৰ কেৰাণী। ডিটিঅ' অফিছৰ কেৰাণীয়ে যে হাফওৱাল ঘৰ এটাও নসজাকৈ অৱসৰ গ্ৰহণ কৰে আজিৰ অসমত কোনোবাই ভাবিব পাৰেনে? ভাবিলে দেউতাক টেষ্টেলাচ যেন নেলাগানে? দেউতা অফিচৰ হেড্ এচিষ্টেণ্ট হৈ অৱসৰ পালে অথচ ঘৰটো পকা নহয়। কৰাৰ ভিতৰত ল'ৰা দুটাক বি. এ. পাছ কৰালে আৰু ছোৱালী দুজনীক বিয়া দিলে। এতিয়া এজনী কলেজৰ পৰা ওলাই ঘৰত বহি আছে। নকয়। কোনেও একো নকয়। অন্যৰ ঘৈণীয়েক হোৱা হ'লে এনেকুৱা মানুহৰ ঘৈণীয়েক হিচাপে মাই অনবৰতে দেউতাক বকি থাকিব লাগিছিল যদিও মা নিৰৱ। ভণ্টিয়ে অৰ্থাৎ সীমাই মাজে মাজে বৰ্কনি তোলে:

অৱসৰ লও'তেও দেউতাই বিশেষ পইচা নাপালে। প্ৰভিডেণ্ট ফাণ্ডৰ টকাখিনি আগতে বাইদেউ দুজনীৰ বিয়াত খৰছ কৰিলে। গ্ৰেচুইটি বুলি যি সাতাইশ হেজাৰ টকা পাইছিল তাৰে নিবনুৱা গ্ৰেজুৱেট পুতেক দুটাৰ সংস্থানৰ বাবে এখন গেলামালৰ দোকান খুলি দিলে। অস্তিত্ব ৰক্ষাৰ দোৰ্ঘোৰ সংগ্ৰাম চলিছে। স্বাৱলম্বী হও' আহ্বানৰ পয়োভৰ চলিছে। তেনে অৱস্হাতে আমি ককাই-ভাইহালে গেলামালৰ দোকান আৰম্ভ কৰিছোঁ। সকলোৱে সাধুবাদ দিলে। অসমীয়া মানুহৰ দোকান বুলি সকলোৱে আমাৰ দোকানৰ পৰা মাল খাবলৈ ধৰিলে। ছমাহমানৰ ভিতৰত দোকানৰ অৱস্হা যিকোনো এখন পুৰ্বপ্ৰতিষ্ঠিত মাৰোৱাৰী দোকানৰ দৰে হ'ল। লাহে লাহে অস্তিত্ব ৰক্ষা সংগ্ৰাম পানীত তিতা নিমখৰ বস্তাৰ দৰে পমি যাবলৈ ধৰিলে। আৰু আমাৰ দোকানখনো ৰ'দত শুকুউৱা কলাখাৰৰ দৰে জ'য়পৰি আহিল। মানুহে উথনা খালে। আন্দোলনৰ স্হানীয় নেতা-সকলে দেশৰ কামত লাগি থাকোঁতে দোকানত বাকী হোৱা পইচা-কেটা দিবলৈ পাহৰি গ'ল। তাকে বিচাৰি দেউতা, দাদা আৰু মই মানুহৰ ঘৰে ঘৰে পুৰা-গধুলি কুকুৰ লৰ দিবলৈ ধৰিলোঁ। আমাৰ দোকানত বাকী খোৱা জাতি ভাই সকলে মাৰোৱাৰী দেচুৱালী বঙালীৰ দোকানত নগদ কিনিবলৈ ধৰিলে। কেতিয়াবা নাপালেহে বা হাতত পইচা নাথাকিলেহে আমাৰ দোকানলৈ অহা হ'ল। এনেকৈ দুবছৰমান চলাৰ পাছত এদিন দোকানঘৰৰ ভাড়া দিব নোৱাৰাৰ অপৰাধত ঘৰৰ মালিকে দোকানঘৰত ডাঙৰ তলা এটা ওলোমাই দিলে। হেনো দোকানৰ আচবাব আৰু অৱশিষ্ট মাল চালেৰেও তেওঁৰ দেনা পুৰণ নহ'ল। তাৰ পাছত কিছুদিন মই বহি পৰিলোঁ। কিন্তু পুৱাই ওলাই গৈ সন্ধিয়ালৈকে বোন্দাপৰ দিও দেউতাই যেতিয়া টকা পাঁচশ দিব নোৱাৰাৰ কাৰণে তেওঁৰেই পৰা চাৰ্জ লোৱা ভাবত কেৰেণীয়ে দেউতাৰ পেন্সনৰ যাৱতীয় কাগজ-পত্ৰৰ কাম-কাজখিনি কৰি দিয়া নাপালে কিছুদিন দেউতাও

মজুৰে৷ লাগি ৰহিল। সেইটো অফিচৰ পৰাই দেউতাই অৱসৰ লৈ পনিয়লীবেৰৰ টিনৰ নিজা ঘৰটোলৈ গুচি আহিছিল। অৱশ্যে অৱসৰ লবৰ দিনা দেউতাই আগতে অহাৰ দৰে অফিচৰ পৰা খোজ কাঢ়ি অহা নাছিল তেওঁৰেই অফিচত নিম্নবৰ্গৰ সহায়কৰ কাম কৰা আনিচ হুচেইনৰ মাৰুতী ভানখনতহে উঠি আহিছিল। মাত্ৰ এঘাৰ বছৰ ল'ৰাৰ ডিভিজন ক্লাৰ্কৰ চাকৰি কৰা আনিচে নতুন মাৰুতী গাড়ী এখন ললে। দেউতাৰ ঈৰ্ষাও নাই হিংসাও নাই নহ'লেনো তেওঁৰ মাৰুতী গাড়ীত উঠি আহেনে? আনিচে নগৰত তৃতীয়টো পকাঘৰ লবৰ দিনা পতা টি পাৰ্টিলৈয়ো দেউতা গৈছিল। ঘুৰি আহোতে ঘৰলৈ বান্ধি দিয়া এটা মিঠাইৰ টোপোলাও লৈ আহিছিল। দেউতাই তাহানিতে মেট্ৰিকত অংকত লেটাৰ লৈ ফাৰ্ষ্ট ডিভিজনত পাছ্ কৰিছিল। সেয়েহে দেউতাই তাৰ পাছত লাহে লাহে দৌৰিবলৈ আৰম্ভ কৰিলে। অৱসৰ পোৱা ধুতি পিন্ধা দুৰ্বল কেৰাণী মানুহ—তেজ কদমত দৌৰিব কেনেকৈ? গতিকে লাহে লাহে দৌৰিবলৈ ধৰিলে। পুৱাই চাহ খাই দৌৰে দুঘৰলৈ, তেওঁলোকৰ নাইন-টেনত পঢ়া ল'ৰা-ছোৱালী দুটাক ইংৰাজী শিকাবলৈ আৰু সন্ধ্যা দৌৰে দুঘৰলৈ। এনেকৈ দিনটোত চাৰি-ঘৰলৈ দেউতাই দৌৰে। প্ৰতি দেওবাৰত পুৰণা চাইকেলখনত যাৰ বেলটোৰ বাহিৰে সকলোবোৰ বাজে দুমোনা বজাৰৰ বস্তু লৈ আহে। তেনেতে এদিন মায়ে ক'লে, 'তহঁতৰ দেউতাৰলৈ বেয়া লগা নাইনে? বুঢ়া বয়সত কেনেকৈ টানিছে দেখা নাই। কিবা এটা কৰহঁক। দেউতাৰক অকণমান ৰহিবলৈ দেহঁক।' বাৰাণ্ডাতে থকা কাপোৰেৰে বনোৱা আৰামী চকীখনত আজিকালি ওচৰৰে দেউতাৰ বয়সৰ ভদ্ৰেশ্বৰ ঠাকুৰহে বহেহি। তেওঁ চেল্‌চ্‌টেক্সৰ পৰা কেৰাণী হৈয়েই অৱসৰ ললে যদিও বুঢ়াৰ সময় অপাৰ। তেওঁ দৌৰিব লগা হোৱা নাই। মাত্ৰ প্ৰতিমাহৰ চাৰি পাচ তাৰিখে ভাৰাঘৰ তিনিটালৈ যায় ভাৰাৰ টকা তুলি আনিবলৈ। গতিকে সময় পাৰ কৰিবলৈকে তেওঁ প্ৰায়েই আমাৰ বাৰাণ্ডাত থকা

আৰামী চকীখনত বহেঁহি। আহিয়েই সীমাকে চিঞৰে যদিও সীমা বৰকৈ ওলাই নাযায়। মানুহটোৱে ছোৱালী জোকোৱা কলেজীয়া ল'ৰাৰ ভাষাত সীমাকে জোকাই, তামচা কৰিব খোজে। এদিন বোলে এই কেনেকুৱা দৰা পাবি চাই দিও' বুলি ওচৰতে চাহৰ কাপটো থোৱা সীমাৰ হাতখনত থাপ মাৰি ধৰি সীমাৰ হাতৰ তলুৱা পিটিটকিবলৈ ধৰিলে। মকৰা বগোৱাদি হাতৰ তলুৱাৰ পৰা বুঢ়াৰ হাতটো সীমাৰ হাতৰ কিলাকুটি বগাই পাৰ হ'ব খোজোতেই উচাট মাৰি সীমা ভিতৰ সোমাই গ'ল। খৰধৰকৈ যাওঁতে সীমাৰ ভৰিটো টিপয়খনত লাগি বুঢ়াক খাবলৈ দিয়া চাহকাপ ঠেলেংকৈ মজিয়াত পৰি গ'ল। সেয়েহে আজিকালি বুঢ়াটো বহি থাকিলেও সীমা নোলায়। পুৱা সীমাই বাৰাণ্ডা বা চোতাল সাৰোতে বুঢ়াই নিজৰ বাৰাণ্ডাৰ পৰা হাঁহি হাঁহি সীমাক চাই থাকে।

মাৰ কথাত আমি দুয়োটাই দুফালে দৌৰিবলৈ ধৰিলোঁ। গম নোপোৱাকৈ দৌৰি দৌৰি কেতিয়াযে এই অন্ধকাৰ হাবিৰ মাজত সোমালোহি গমেই নাপালোঁ।

কিছুদিন ধৰি মই চিঞৰিছিলোঁ—ৰুণা, তুমি শুনিছানে মোৰ কণ্ঠস্বৰ। ভালে আছানে ৰুণা? তোমাক বহুদিন ধৰি মই দেখা নাই। মোৰ তোমাক চাবলৈ বৰ মন যায় কিন্তু কি কৰিবা দৌৰি দৌৰি ঘূৰি ফুৰোতে তোমাৰ পৰা কিজানি বহুত দূৰলৈ আঁতৰি আহিলোঁ। এতিয়া এনেকুৱা হ'ল যে মই ভাবিছোঁ তুমি কিজানি মোৰ মাত শুনাই নাই। তুমি অৰ্থাৎ তোমাৰপৰা মই আৰু মোৰ পৰা তুমি এতিয়া কিমান আঁতৰত? তোমাৰ পিয়াহ লাগেনে এপৃথিৱী পানী কোঁট কোঁটকৈ পী খাব পৰাকৈ। তোমাৰ পেটত ভোকে কুকুৰে কামোৰাদি কামোৰেণে—যে পালে এটা বৰভোজৰ সমস্ত ভাত আঞ্জা মুহূৰ্ততে শেষ কৰিব পৰাকৈ! ইমান চিঞৰাৰ পাছতো তোমাৰ মাত নুশুনা দেখি মই এই তিনিটা ধাৰণা কৰি ললে যুক্তিহীন বা ভুল কথা হ'ব নেকি?

হয়তো তুমিও মোৰ দৰে দৌৰিবলৈ আৰম্ভ কৰিছা? হয়তো তোমাৰ পৰা মই বহুত দূৰলৈ দৌৰি আঁতৰি গ'লো—যিটোৰ কাৰণে মোৰ মাত তোমাৰ কাণত পৰা নাই। নহ'লে বা মোক দৌৰি ক্লান্ত হোৱা দেখি তুমি সকলো আশা-ভাৰষা, পূৰ্ব প্ৰতিশ্ৰুতি ত্যাগ কৰিলা—কাৰি কাৰোবাৰ শীতল ছাঁয়াত শান্তিৰে জিৰাইছা। ৰুণা—শুনিছানে মোৰ মাত?

লাহে লাহে মই ৰুণাক চিঞৰিবলৈ এৰি দিলোঁ। পিছলৈ এনেকুৱা হ'লগৈ যে কিবা এটা কথা দকৈ চিন্তা কৰাৰ পাছতে সেইটোৰ বাবেই মূৰৰ বিষ হয়। আৰু মূৰৰ বিষটো তীব্ৰতৰ হ'লে সেই পূৰ্বৰ চিন্তাটোৰ ঠাইত মূৰৰ বিষৰ চিন্তাটো প্ৰধান হৈ পৰে—ঠিক তেনেকৈ দৌৰাৰ ভাগৰে মোৰ মূৰৰপৰা ৰুণাৰ চিন্তাটো গ'লপ'ষ্টৰ ওপৰেদি মাৰি পঠোৱা বলটোৰ দৰে ওফোৰাই চকুৰ আঁৰ কৰি দিলে। আৰু ৰুণা। মোৰ ভ্ৰম হোৱা নাইনে?

কোনোবাই ভাবিব পাৰে যে অমুকাই ইমানকৈ অহৰহ দৌৰি থকাটো অসম্ভৱ। মই আসৈ মাতিছোঁ বুলি বহুতে ভাবিব পাৰে। মানুহে অবিশ্বাস কৰাৰ থল নথকা নহয় যে ক'তো অকণো জিৰণি নোলোৱাকৈ মাৰাথান ৰেচ দিব নোৱাৰে জীৱনভৰ। হয়, কথাটো বৰ মিছা নহয়। মই যে ক'ৰবাত নবহাকৈ আছোঁ এনে নহয়। যেতিয়া তেওঁলোকে দেশখন সোণৰ কৰিবলৈ সোণাৰী শালত বহিল তেতিয়ালৈকে মই প্ৰায় ভাগৰিয়েই পৰিছিলোঁগৈ। কিমান কাৰ্যালয়ৰ দুৱাৰে দুৱাৰে, কিমান কোম্পানীৰ কাৰ্যালয়ৰ বাৰাণ্ডাই বাৰাণ্ডাই, কিমান চাহ বাগিচাৰ অফিচৰ বাৰাণ্ডাত বা মেনেজাৰ, এচিচ্‌টেণ্ট মেনেজাৰ, বৰকেৰাণী বৰমহৰীৰ পৰ্টিকত থিয় হৈ থিয় হৈ বহি বহি যেতিয়া ভাংখোৱা মানুহৰ দৰে মূৰ আচন্দাই কৰিছিল তেতিয়া মই ঢলং-পলং হৈ আগবাঢ়িছিলোঁ সেই সোণাৰী-সকলৰ ফালে। প্ৰথমতে আমাৰ অঞ্চলৰ পৰিচিত সোণাৰীজনৰ চৰকাৰী ঘৰলৈ গলোঁ। তেওঁৰ পৰ্টিকত বহুত মানুহ। বহিবলৈ

যোৱা আসনত যিমান বহিছে তাতোকৈ বেছিখিনি থিয় হৈ আছে। মই সকলোৰে মুখলৈ পোনে পোনে চালোঁ। সকলোকে ভাগৰুৱা আৰু মুৰঘূৰণি থকা ৰোগী মানুহ যেন লাগিল। হঠাৎ ছোৱালী এজনীৰ মুখত মোৰ চকু থৰ হৈ গ'ল। সেইজনী ৰুণা নহয়নে? ৰুণা! নহয়। সাইলাখ ৰুণাৰ দৰেই। অবিকল চেহেৰা। কিন্তু ছোৱালীজনী বকফুলৰ দৰে শেঁতা। ভালেদিন দেখা নাই ৰুণাক। তায়ো চাগে দৌৰি দৌৰি ভাগৰি পৰিছে বা নিস্তেজ হৈ গৈছে। কিন্তু এইজনী যে ৰুণা নহয় মই খাটাং হ'লোঁ কাৰণ মানুহে কামোৰাৰ দৰে এইৰ শেঁতাপৰা গাল দুখনত ক'লা ক'লা বহুত দাগ। শালমইনাৰ দাগো হ'ব পাৰে অথবা কোনে জানে কিজানি তায়ো দৌৰি ফুৰিছে আৰু দৌৰি ফুৰোতে কাঁইটৰ আঁচোৰ খাব পাৰে। কাঁইটে বিন্ধিব পাৰে। বৰল, কোদোৱে শুং ভৰাই দিব পাৰে।

মানুহবোৰৰ মুখলৈ চাই মোৰ স্থিৰ সিদ্ধান্ত হ'ল যে এই আটাইবোৰ মানুহেই মোৰ দৰে বহুত দৌৰি দৌৰিহে এইখিনি পাইছেহি। সোণাৰীবোৰৰ দৰে অনায়াসে গাড়ী মটৰত উঠি লাহেকৈ পোৱাহি নাই। দৌৰি দৌৰি মোৰ ভাগৰ লাগিছিল হ'বলা সেইবাবে থিয় হৈ থাকি মোৰ আৰাম লাগিল। ক'ৰবাত বহিবলৈ ঠাই অকণ পোৱা হ'লে তেতিয়া চাগে আৰু আৰাম লাগিলহেঁতেন। ক'তো অকণো ঠাই নাই। ভাগৰুৱা মানুহবোৰে বহি বহি ভাগৰ মাৰিছে। লাহে লাহে দুই এজনকৈ মানুহবোৰ ভিতৰ সোমাইছে আৰু মুখত হাঁহি এটা সানি ওলাই আহিছে। এবাৰ মোৰ ওচৰৰ মানুহজন বেঞ্চখনৰ চুকটোৰ পৰা উঠি যোৱা দেখি সাউতকৈ মই বহি পৰিলোঁ। বহাৰ পাছত মোৰ ইমান ভাল লাগিল যে মই মনে মনে ভাবিলোঁ যেন মোৰ নামটো বেগেতে নোলায়। অকণমান বহি ললে গৈ কথাপাতি ভাল লাগিব। কিন্তু ভাতৰ পাতৰ চুকত থকা পদিনা চাট্‌নিকণ চেলেকি মানুহে ভাল পায় যদিও চাট্‌নিবোতো মানুহে পেট

ভৰাবলৈ মন নকৰে। ঠিক তেনেকৈ খন্তেক বহি ভাল লাগিছিল যদিও পন্ধ্ৰা আঠ বজাৰপৰা এতিয়া এই এক বজালৈকে বহি মোৰ অকণো সুখ নালাগিল। এঘাৰমান বজাৰ পৰা সোণাৰীজনে মানুহ মাতিবলৈ আৰম্ভ কৰিছিল যদিও এঘণ্টা-মানৰ পাছত মাতিবলৈ এৰি দিলে। আমি মানুহবোৰ বহি থাকোঁতেই এবাৰ তেওঁ ভিতৰৰপৰা ওলাই কাৰোফালে দৃষ্টি নিক্ষেপ নকৰাকৈয়ে স্বগতোক্তি কৰাদি কৰি ক'লে, 'মই আৰু আজি লগ নকৰো দেই—মোৰ পাৰ্টিৰ অফিচত মিটিং আছে আৰু তাৰ পাছত কাঞ্চনবাৰীত কলেজ এখনৰ আধাৰশিলা স্থাপন কৰিবগৈ লাগে।' নৰল, নুশুনিলে, নাচালে মাত্ৰ ক'লে আৰু গ'ল। মাটিত পাৰ থকা মিঠাইৰ টুকুৰা এটাত গোটখাই থকা পৰুৱাবোৰক ছুই দিলে বেখেলি দি আঁতৰি যোৱাৰ দৰে সোণাৰী-জন ওলাই যোৱাৰ পাছত গোটখাই থকা মানুহবোৰ চেদেলি-ভেদেলি দিলে। মই কিন্তু উঠি যোৱা নাছিলোঁ। মোৰ বহিয়েই ভাল লাগিছিলনে নাই স্বৰগ পৰা মানুহৰ দৰেহে থৰ হৈ বহি থাকিলোঁ নিজে একো গম ধৰিব নোৱাৰিলোঁ—কেৱল বড়লে বিন্ধা পইতাচোৰাটোৰ দৰে বহি ৰ'লো। এবাৰ মূৰ ঘূৰাই দেখো সাইলাখ বগাৰ নিচিনা বকফুলৰ দৰে শেঁতা ছোৱালীজনীও বহি আছে সিটো মূৰৰ টুলখনত। মই পোনে পোনে তাইলৈ চালোঁ। তাইৰ উকা কাগজৰ দৰে বগা গাল দুখনৰ ওপৰেদি টোকা পৰুৱাৰ দৰে পানী দুটোপাল তললৈ বাগৰি গৈছে। তাইৰ কন্দাৰ অৰ্থ মই বুজি নাপালোঁ। কিন্তু মোৰ সুধিবলৈ মন নগ'ল। মই তাইৰ মুখৰ পৰা চকু আঁতৰাই পিছলাই বুকুলৈ নমাই দিলোঁ। বুকুখনলৈ চকু গ'লত মোৰ এনে লাগিল যেন চাদৰখনৰ তলত তীব্ৰ ৰ'দৰ তাপত জঁয় পৰি যোৱা দুটা পদুমকলিহে আলমো-কোটা খাই আছে। কাৰণ তাইৰ বুকুখনত চকু পৰাত বুঢ়ী-মানুহৰ বুকুখনিত চকু পৰাৰ দৰে লাগিল। তাইৰ চকুপানী ওলাই আছিল আৰু পানীত তিতি থকা মাৰ্বল গুটিৰ দৰে

চকু দুটা মেলি মোলৈ চাই আছে। মই তাইক কাহানিও ক'তো দেখা নাই যদিও সেই মুহূর্তত মোৰ এনে এটা ভাব হ'ল যেন তাইক মই সদায় দেখিয়েই আছোঁ। তাইৰ চকুলৈ মই যেন সদায় থৰ চকুৰে চায়েই আছোঁ। আচলতে ভিকহুৰ জাত যেনেকৈ এটাই, ধনীৰ জাত যেনেকৈ এটাই, বামুণৰ ভিকুহু, দোমৰ ভিকহু, হিন্দুৰ ধনী, মুছলমানৰ ধনীৰ মাজত যেনেকৈ কোনো পাৰ্থক্য নাই ঠিক তেনেকৈয়ে তাইৰ আৰু মোৰ মাজত কোনো পাৰ্থক্য নাই। সেয়েহে তাই মোৰ মই তাইৰ সুপৰিচিত। আৰু সেইবাবেই এই অপৰিচিত ঠাইতো মই তাইক আৰু তাই মোক থৰ থৰ চকুৰে চাব পাৰিছোহঁক। তেনেকৈ চাই থাকোঁতেই তাইৰ গালৰ ওপৰেদি বগাই যোৱা চকুপানী দুধাৰ দেখি তাহানি নিৰোদ চৌধুৰীৰ উপন্যাসত পঢ়া উপমা এটালৈ মনত পৰিল যেন দুডাল সৰস্বতী চেলা বগাই যোৱাৰ দৰেহে চকুলোধাৰ বগাই গৈছে। আমি কোনেও কাৰোৰে লগত কথা-বতৰা নাপাতোতেই ভিতৰৰ পৰা মানুহ এজন ওলাই আহি আমাৰ দুয়োটালৈকে কিছুপৰ চালে। চাই মানুহটো ছোৱালীজনীৰ ওচৰত বহি আথে-বেথে সুধিলে,—"ক'ৰপৰা আহিছিলা ?" '—লংবৈ পথাৰ লোৰৰ মুখ গাৱঁৰপৰা।' তাই ক'লে আৰু চাদৰৰ আচলেৰে চকু দুটা মোহাৰি ললে।

—সেই গাওঁখননো কোনফালে ?

—নাহৰকটীয়াৰ ফালে ?

—কি কামত আহিছিলা ?

—চাকৰি এটাৰ বাবে মন্ত্ৰীৰপৰা লেখাই নিবলৈ। মন্ত্ৰীয়ে লেখি দিলেই চাকৰিটো হ'ব বুলি কৈছে।"

তাইৰ কথাটো শুনি মানুহটোৱে হাঁহি এটা মাৰিলে আৰু তাইৰপৰা মুৰ দাঙি মোলৈয়ো চালে। মনালিচাৰ হাঁহিৰ অৰ্থ উলিয়াব নোৱাৰাৰ দৰে মই মানুহটোৰ হাঁহিৰ অৰ্থ নুবুজিলোঁ। তাৰ পাছত মানুহটোৱে ইঙ্গিতেৰে ছোৱালীজনীক একাষৰীয়াকৈ

বাহিৰলৈ মাতি নিলে। মই য'ত বহি আছোঁ তাৰ পৰা তেওঁলোকক নেদেখা হ'লো যদিও কিবা এটা গুণগুণনি শুনিবলৈ পালোঁ। কিছুপৰৰ পাছত ছোৱালীজনী আহি আকৌ আগৰ ঠাইতে বহিলহি। মই লক্ষ্য কৰি বুজিলোঁ যে তাই বৰ অসহায়া আৰু নিঃসঙ্গতা অনুভৱ কৰিছে। এইবাৰ তাই মোলৈ নোচোৱাকৈ বহি আছে যেন বাছৰ বাবেহে অপেক্ষা কৰিছে। আকৌ মানুহটো ওলাই আহিল। এইবাৰ সি আমাৰ কালৈকো নাচাই স্বগতোক্তি কৰাদি ক'লে, "নাই নাই, এইখন বৃন্দাবন নহয় বা ব্ৰহ্মপুত্ৰৰ পাৰৰ পাকো নহয় যে প্ৰেমিক-প্ৰেমিকা বহি থাকিব। যাব লাগে যাব লাগে—বুলি মানুহটো দুৱাৰমুখেদি পাৰ হৈ গ'ল। মোৰ বুজিবলৈ অকণো বাকী নাথাকিল যে প্ৰথম দেখা-দেখি হোৱা আমাৰ হালক দেখি মানুহটোৱে আমাক প্ৰেমিক-প্ৰেমিকা বুলি ধৰি লৈছে আৰু সেইবাবেই তেনে স্বগতোক্তি আমাৰ কাণত পেলাইছে। অকণো কালক্ষয় নকৰি মই বহাৰ পৰা উঠিলোঁ আৰু চোতাল পাই দেখো যে মোৰ পাছে পাছে সেই ছোৱালীজনীও আহি আছে। আহি আহি আমি চিটিবাছৰ বাবে জিৰণীঘৰটোৰ পকা বেঞ্চখনত বহিলোহি। ভৰ দুপৰীয়াৰ বাবেই বোধহয় তপত খোলা যেন বেঞ্চখনত আৰু কোনো নাছিল। জিৰণীঘৰটোৰ ভিতৰত থকা পাণদোকানখনৰ মানুহটোৱেও টেবুলৰ ওচৰৰ টুলখনৰ পৰা উঠি গছজোপাৰ তলত অন্য তিনিটাৰ লগত ফিচ্ খেলিছে আৰু মাজে মাজে দোকানখনলৈ চাইছে।

যদিও মই প্ৰথম এই ছোৱালীজনী দেখিছোঁ, যদিও তাইক দেখাৰ লগে লগেই বুণাক দেখাৰ দৰেই লাগিছিল তথাচ সাধাৰণ যৌৱনৰ কোনো উন্মাদনা অনুভৱ নকৰাকৈয়ে এতিয়াও এটা কথাও বিনিময় নকৰাকৈয়ে তাইক মোৰ বৰ আপোন যেন লাগিল, পৰিচিত যেন লাগিল। মোৰ এনে এটা অনুভৱ হ'ল যেন বিপদৰ পৰা উদ্ধাৰ কৰিবৰ কাৰণেই এই ছোৱালীজনীক ইয়ালৈ মইহে লৈ আহিছিলো আৰু হচীপটেলত খবৰ কৰিবলৈ অহা ৰোগীজনৰ

মৃত্যু সংবাদ পালে যি হয় আমাৰো তেনেই হ'ল। আৰু সেই বাবেই যেন বাকৰুদ্ধ হৈ আমি দুয়ো অলৰ-অচৰ-নিথৰ-নিস্পন্দ হৈ বহি আছোঁ। ছোৱালীজনীক যে প্ৰথম দেখাতেই বুণোৰ নিচিনা লাগিছিল, পৰিচিতা যেন লাগিছিল বা ক'ত দেখিছিলোঁ ক'ত দেখিছিলোঁ যেন লাগিছিল আচলতে মোৰ এতিয়াহে মনত পৰিল যে তাইক মই সদায় দেখি আছোঁ। অনবৰতে লগ পাই আছোঁ। কাৰণ যিখন হাবিত মই খুন্দা-খুন্দি খাই দৌৰি আছোঁ অহৰহ সেই হাবিখনত অকল ময়েই নহয় তায়ো দৌৰি আছে মই-বোৰো দৌৰি আছোঁ তাইবোৰো দৌৰি আছে। আমি প্ৰতি পলে-অনুপলে ইটোৰে সিটোক লগ পাই আছোঁ। পৰিচিত। কোনো আড়ম্বৰ নকৰাকৈয়ে মই তাইৰ ওচৰলৈ কিছু চাপি গ'লোঁ আৰু তাইৰ লগত কথা পাতিবলৈ ধৰিলোঁ। নিঃসংকোচে তাই তাইৰ কথা-বতৰাবোৰ কৈ গ'ল ইমানখিনিলৈকে জনাৰ পাছত সকলোৰেই তাইৰ বিষয়ে জানিবলৈ মন যাবই বাবে তাই তাইৰ বিষয়ে কোৱা কথাখিনি ক'ব খুজিছোঁ।

## তাইৰ কথা

কি ক'ব লোকৰ দুৰাকাংক্ষাৰ বাবেই জীৱনত এতিয়া যাতনা ভুগিছোঁ আমি। দেউতা নিজেই শিক্ষক অথচ ল'ৰা এটাৰ বাবে আশা কৰি কৰি সাতজনী ছোৱালীৰ জন্ম দিলে। ল'ৰা নহ'ল। প্ৰাইমেৰী স্কুলৰ শিক্ষকৰ ঘৰত সাতজনী ছোৱালী মানে সাতকুৰা জুই নহয়নে? দুজনী বাইদেউৰ যেনে তেনে বিয়া হওঁতেই দেউতাই অৱসৰ ললে। অৱসৰ লোৱাৰ আজি ছ'বছৰ হ'ল অথচ পেন্সনটো নহ'ল। প্ৰভিজনেল পেন্সন যিকেটা ছমাহৰ মূৰত পায় সেইকেটা টকা ছমাহে গৰম কৰা তপত বালি এসোপাত দুৰিবিবনেৰে ছটিওৱা শান্তিপানীৰ দৰে হয়। বাকী থকা ছোৱালী পাঁচজনীৰ ভিতৰত আমি তিনিজনীয়ে বি. এ. পাছ কৰি আছোঁ, বাকী দুজনী কলেজতে আছে। আমাৰ ঘৰখন কেনেকৈ চলিছে কোনোৱাই অনুমান কৰিব পৰিবনে ভুক্তভোগীৰ বাদে'।

আকাশ মাৰ্গত শগুণে উৰি উৰি তলৰ শ চোৱাৰ দৰে আমি চাকৰি বিচাৰিবলৈ ধৰিলোঁ। কৌতিয়াবা অতীষ্ঠ হৈ দেউতাক বকো ইমানবোৰ সন্তান জন্ম দিয়াৰ বাবে। এদিন তেনেকৈ বকি থাকোঁতে মায়ে চুলিকোছাত ধৰি মুখ নহয় লাওপাত কচুপাত বুলি থাং থাং চৰ দিলে। চাকৰিৰ বজাৰত দৌৰা সাতবছৰ হ'ল। ইয়াৰ আগৰটো চৰকাৰ পাতিবলৈ দিনক ৰাতি কৰি ৰাতিক দিন কৰি কৰবলৈ গ'লে দেহে-কেহে চেষ্টা কৰিলো। চৰকাৰ হ'ল। তাৰ পাছত চাকৰিৰ বাবে অহা যোৱা। ডেকা এম এল এটোৱে মোক গাড়ীত তুলি দিছপুৰলৈ লৈ আহিল। তাৰ লগত আৰু দুটা ল'ৰা আৰু দুজনী ছোৱালী আছিল ষেতিয়া ময়ো অকণো সন্দেহ নকৰিলোঁ। তাতে সি মোৰ বৰমাৰ ককায়েকৰ ল'ৰা। সৰুৰেপৰা তেজৰ সম্পৰ্ক থকা মানুহৰ দৰে সম্পৰ্ক। জানকী দত্তৰ লগত ক্লাছ নাইনৰ পৰা চলোৱা প্ৰেম-প্ৰণয়ৰ ক্ষেত্ৰত ময়ো তাক প্ৰথম অৱস্হাত বহুত সা-সহায় কৰি দিছিলোঁ। আহিলো। সি কথা দিলে বোলে চাকৰিটো হ'বই কাৰণ অৱসৰপ্ৰাপ্ত শিক্ষকৰ ল'ৰা-ছোৱালীক চাকৰি দিয়াৰ বাবে কেবিনেটত সিদ্ধান্ত লোৱা আছে। এম্. এ-ল এৰ হোষ্টেলত উঠিলোহি। যদিও শোৱাৰ সময়লৈকে আমি একেলগেই আছিলোঁ, যদিও তাত থকা ছটা ডেকা গাভৰুৰ মাজত মই ককাই-ভনী, মোমাই-ভাগিনৰ সম্বন্ধকে বুজিছিলোঁ— কিন্তু ৰাতি শোৱাৰ পাছত আমি অপৰিচিত হৈ পৰিলোঁ। এম্. এল. এ-কে ধৰি বাকী দুটা ল'ৰা সন্ধিয়াতে কোনি গ'ল আমি গম নাপালোঁ। ৰান্ধনীটোৱে আমাক খোৱা-বোৱাৰ পাছত শুবলৈ কোঠা আৰু বিছনা দেখুৱাই দিলে। আচৰিত কথাটো কি দুৱাৰবোৰত হুক লগাবলৈ মানা কৰিলে কিন্তু জপাই থবলৈ ক'লে। কাৰণ সোধাত ক'লে বোলে পিছত আকৌ ৰুমৰপৰা কিবা উলিয়াবলগীয়া হলে মিছামিছিকৈ টোপনি ভাগিব বাবেহে তেনেকৈ কোৱা হৈছে। যদিও দিনটোৰ ভাগৰে হেঁচা মাৰি ধৰিছিল তথাচ মোৰ টোপনি অহা নাছিল। নাৰীৰ যে এটা পঞ্চম ইন্দ্ৰিয় আছে

মই সেইদিনাহে গম পালোঁ। মাজনিশা সিহঁত আহিল। সিহঁতৰ হাঁহিৰ শব্দ আৰু অসংলগ্ন কথা-বতৰাবোৰ শুনিয়েই মই শুই থকাৰে পৰাই অনুমান কৰিলোঁ যে সিঁহত মাতাল হৈ আহিছে। কিছুপৰ বিছানাখনতে মই পাৰি থোৱা বিছনা চাদৰখনৰ দৰে চেপেটা লাগিলোঁ। মই গোটেই ছোৱালীজনী কঁপিবলৈ ধৰিলোঁ আৰু দুৱাৰখনত হুকডাল লগাবলৈ উঠি মই পুনৰ বিছনাখনত বহি পৰিলোঁ কাৰণ মোৰ মূৰ ঘূৰাইছিল। বহি থাকোঁতেই হঠাৎ কোঠাটোৰ লাইট জ্বলি উঠিল আৰু পোহৰত দেখিলো যে যাদৱে দুৱাৰৰ হুকডাল লগাই দিছে। সৰুৰে পৰাই যাদবক দেখিছোঁ যদিও, একেলগে কলেজলৈয়ো অহা-যোৱা কৰিছোঁ, আন্দোলনো কৰিছোঁ সভা-সমিতিও কৰিছোঁ যদিও কিন্তু মোৰ যাদৱক একেবাৰে অচিনাকি যেন লাগিল আৰু ভয়ঙ্কৰ দৈত্য এটা যেন লাগিল—যেন দুৰ্গাৰ যাঠিৰ খোচত মুখ বিকটাই দিয়া এইটো মহিষাসুৰহে। সি হাঁহি হাঁহি মোৰ ওচৰলৈ আগবাঢ়ি আহিল আৰু কোনো প্ৰস্তাৱ নকৰাকৈ সি মোক গবামাৰি ধৰিলে। মই টনা-আজোৰা কৰি এম্. এল্. এ. প্ৰতাপক চিঞৰি দিম বুলি ক'লত সি মোক হাঁহি মাৰি ক'লে বোলে কাণফলা চিঞৰ মাৰিলেও প্ৰতাপে এতিয়া নশুনে। কাৰণ প্ৰতাপ চাগৈ এতিয়া যমুনাৰ লগত কৰ্মৰত। মই টনা-আজোৰা কৰি থাকোঁতেই সি এবাৰ লাইটটো নুমাই দি মোক বিছনাখনত হেঁচামাৰি ধৰি বগৰাই দিলে আৰু কাপোৰবোৰ আজুৰি আজুৰি এৰুৱাই পেলালে। পুৰণা ব্লাউজটো ফাটি চিৰা-চিৰ হ'ল। মই হুক্ হুকাই কান্দিবলৈ ধৰিলোঁ আৰু বেচেৰা নীৰেণৰ ভৰিত কল্পনাতে সাৱটি ধৰি তাক ক্ষমা বিচাৰিলোঁ। যাদৱহঁতৰ নিচিনা মানুহক পশু বুলি আখ্যা দিলে আচলতে পশুক অপমান কৰা হয় কাৰণ পশুৱে কাকো কেতিয়াও বলাৎকাৰ নকৰে। বেচেৰা নীৰেণ। মাহেকত দুখনকৈ চিঠি দিয়া নীৰেণ চাগৈ এতিয়া ধুবুৰীত নিশ্চিন্ত মনে শুই আছে। জাহাজ কোম্পানীত নিচেই সাধাৰণ চাকৰি কৰে নীৰেণে। নবছৰ দিন ধৰি আমি দুয়ো

মনুমোৰে প্ৰতি দায়বদ্ধ। যাদৱে মোৰ ওপৰত অবিৰাম যি অত্যাচাৰ কৰিছে মই ক'ব নোৱাৰোঁ কিন্তু মই নীৰেণৰ বকুৰত সোমাই মুৰ খুন্দিয়াই খুন্দিয়াই কান্দিছোঁ। মই যেন নীৰেণৰ ভৰিতমুৰ খুন্দিয়াই খুন্দিয়াই কান্দিছোঁ। ন-বছৰৰ ভিতৰত নীৰেণে মাত্ৰ মোক নিবিড়ভাৱে পালে কেৱল সাৰ্টটি ধৰি ওঠত চুমা খোৱাৰ বাহিৰে কাহানিও কোনো কথালৈ আগবঢ়া নাই বা ইঙ্গিত দিয়া নাই। সেই নীৰেণৰ কথা ভাবি মই যাদৱৰ গাৰ হেঁচাত চেপেতা লাগি কান্দিবলৈ ধৰিলোঁ আৰু দুয়োটাৰে মাজত তেনে অৱস্থাতো এটাই তুলনা আহিল যেন এটা গছত বকুলফুল আৰু আনটো পায়খানাৰ পাৰত বগাই ফুৰা পায়খানাৰ পোক।

-যাদৱ উঠি যোৱাৰ পাছত মই মৰা মানুহ পৰাদি পৰি ৰ'লোঁ। এবাৰ মই নিজেই নিজৰ হাতৰ নাড়ীস্পন্দন পৰীক্ষা কৰাৰ চেষ্টা কৰিলোঁ। মাজৰ কোঠাটোত লাইট জ্বলি উঠিল আৰু মই গম ধৰিব পাৰিলোঁ যে সিহঁতে আৰু মদ খাবলৈ ধৰিছে। মোৰ যমুনা আৰু ৰেণুলৈয়ো বেয়া লাগিল। একেই আশাতে আহি সিহঁতো আজি এইদৰে বলি হ'বলগীয়া হ'ল। কিন্তু কি আচৰিত নিশ্চল হৈ পৰি থকাৰে পৰাই মই শুনিলোঁ সিহঁতৰ মাজত ছোৱালীৰ মাত। সেইজনী যে ৰেণু মই ধৰিবই পাৰিলোঁ। মানুহে বু বু বা বা কৰা কথাটো মোৰ বিশ্বাস হ'ল। ঘৰৰ অমতত প্ৰেমত পৰি বিয়া হোৱা ৰেণুৱে নিজৰ গিৰিয়েকক বোলে নিজেই বিহ দি হত্যা কৰিছিল। তাই বোলে বিয়াৰ পাছতো দেহাৰ মুকলি বেহা পাতিছিল। দেহা আৰু টকা দিহে বোলে তাই মেট্ৰিক পাছৰ চাৰ্টিফিকেট এখন যোগাৰ কৰিছিল। ৰেণুৰ নিচিনা মাইকীৰ কাৰণেই যে পুৰুষবোৰে এনে অপকৰ্মত লিপ্ত হ'বলৈ বেছি সাহস কৰে মোৰ বুজিবলৈ বাকী নৰ'ল। তাৰমানে সিহঁতৰ লগত তায়ো মদ খাইছে। তাই খিল্‌খিলাই হাঁহিছে। আৰু যমুনা আৰু মই দুয়োজনী দুখন বিছনাত খাই পেলাই দিয়া দুটা কল-খাকলিৰ দৰে পৰি আছোঁ। আজি তিনিমাহৰ আগতে কেন্সাৰ

হৈ মৰা যমুনাৰ বাপেকে যমুনালৈ দৰা বিচাৰিছিল। বৰজীয়েকৰ বিয়াখন চাই যাবৰ কাৰণে বাপেকটোৱে বৰ হেপাহ কৰিছিল। তিনিটা ল'বাৰ এটা আলফাত সোমাল। ক'ত কেনেকৈ আছেগৈ কোনেও নাজানে। দুটাৰ চাকৰি নাই। বৰজীয়েক অৰ্থাৎ সিহঁতৰ বায়েকৰ ওপৰতে ঘৰখনৰ দায়িত্ব পৰিল। বাপেক আছিল গ্ৰামসেৱক। মৰাৰ তিনিমাহ হ'ল যদিও বাপেকে পাবলগীয়া চৰকাৰী টকাৰ এটকাও পোৱা নাই। যমুনা আহিছিল মৃত বাপেকৰ ঠাইত চাকৰি এটা যোগাৰ কৰিবলৈ আৰু পাওনা টকাবোৰ যেনেতেনে পাছ কৰাই নিবলৈ। কিন্তু আহি নাৰী জীৱনৰ সৰ্বস্ব হেৰুৱাই ছুই দিয়া কেৰেলুৱা এটাৰ দৰে হয়তো বিছনাত কোচ-মোচ খাই পৰি আছে। তাই অহাৰ আগে আগে হেনো নিৰাপদে কামকেটা সমাধা হ'বৰ কাৰণে মাকে গোঁসাই ঘৰত সেৱা কৰাই সত্যনাৰায়ণ পূজা এভাগলৈ আগ কৰি তামোলপাণ আৰু টকা এটাৰে টোপোলা বন্ধাই থৈছে। যমুনা ইমানেই সৰুৰে পৰা গহীন গম্ভীৰ আৰু ব্যক্তিত্বসম্পন্না যে কোনো গুণ্ডা ল'ৰায়ো তাইক জোকাবলৈ সাহস কৰা নাছিল। হাতীৰ গছকেও মাৰিব নোৱাৰা যমুনা যেন আজি শিয়ালৰ গছকতে চেপেতা লাগিল। মই যিমানেই যমুনাৰ কথা ভাবিবলৈ ধৰিলোঁ সিমানেই নীৰেণৰ সত্তাই মোক এপিনৰ পৰা গিলি আনিবলৈ ধৰিলে। যমুনাৰ লগত নীৰেণৰ কোনো সম্পৰ্ক নাই—কিন্তু কিয় জানো ইটোৰ কথা ভাবোতে সিটোৱে হেতা-ওপৰা লগাইছে। এই যে যমুনাৰ ওপৰত বলাৎকাৰ হ'ল এই কথাষাৰ তাইৰ ভৱিষ্যতৰ দৰাটোৱে বিনা প্ৰতিবাদে বা বিনা বাক্যে মানি লবনে? আজি ন বছৰ দিন ধৰি একেবাৰে বুকুৰ মানুহ হৈ পৰা নীৰেণে তাইৰ এই কাহিনী শুনি কি কৰিব। কান্দিব? গালি পাৰিব? খঙত ফাটি পৰিব? নে আত্মহত্যা কৰিব? এইবোৰকে ভাবি চিন্তি মই গাটো নলবোৱাকৈ চেপেতা লাগি পৰি থাকোঁতে বুকুখনৰ মাজত চৰীয়াৰ পানীত জীয়াই থোৱা মাগুৰ মাছ সোপাৰ দৰে বেজাৰটোৱে

মোৰ্চ্চালিবলৈ ধৰিলে মই উশাহ বন্ধ হৈ মৰি থাকিম যেন। নাড়ীৰ ওচৰৰ পৰা ডিঙিৰ ঘটিকাটোলৈকে কিবা গোটা এটাই পকা মজিয়াত দলি মাৰি দিয়া ৰবৰৰ বল এটাৰ দৰে উঠা-নমা কৰি জাপিয়াবলৈ ধৰিলে মোৰ সঁচাকৈয়ে 'উশাহ বন্ধ হৈ যাব যেন লাগিল। আৰু ডিঙিটো বদত শুকুউৰা ভাতৰ মাৰ দিয়া গামোছা এখনৰ দৰে থৰথৰীয়া লাগি পৰিল। সেপ গিলিবলৈ চেষ্টা কৰি দেখিলো যে ডিঙিটো তিয়াব পৰাকৈ মোৰ মুখৰ ভিতৰত সেপেই নাই। পানী এগিলাচ খাব পাৰি নেকি ভাবোতেই কোনোবা এটা কোঠাটোলৈ সোমাই অহাৰ নিচিনা লাগিল—লগে লগে সোমাই আহিল বিলাতী মদৰ তীব্ৰ গোন্ধৰ এছাটি বতাহ। মই শুদা গাত বিছা বগোৰা মানুহৰ দৰে শিয়ৰি উঠিলো। এইটো আকৌ কোন সোমাল। মই বিছনাতে উঠিব খুজিও বহিবই নোৱাৰিলো আৰু ঠিক তেনেতে সি মোক বগৰাই লৈ গাৰ ওপৰত উঠিল। মোৰ গাত কাপোৰ-কানি নাছিলেই বাবে তাৰ বিশেষ কোনো কষ্ট নহ'ল। মদৰ গোন্ধৰে উপচি থকা মুখখনেৰে সি মোক যতে ততে কামুৰিবলৈ আৰম্ভ কৰিলে। মোক নিশ্চল নিস্তব্ধ দেখি এবাৰ সি তাৰ কাণখন মোৰ বুকুত হেঁচা মাৰি লগাই ধৰি পুনৰ বলিয়া কুকুৰে কামোৰাদি গোটেই গাতে কামুৰিবলৈ ধৰিলে। দাঁতৰ কামোৰত হোৱা বিষৰ অনুভৱৰ বাহিৰে মোৰ শৰীৰৰ কোনো উপলব্ধি নহ'ল। মই মনে মনে নিজকে প্ৰশ্ন কৰিলো যে হঠাতে মোৰ শৰীৰটো মই গম নোপোৱাকৈ পেৰেলেচিচ হোৱা ৰোগীৰ দৰে অসাৰ অচেতন হৈ গ'লনেকি। এটা মোটোহা মদাহী ডেকা দানবে মোৰ দৰে গাভৰু নাৰী এজনীৰ ওপৰত উঠি গাৰ সমস্ত জোৰেৰে কাঠত গিৰমিট ভৰোৱাদি কামনাৰ বিষ কাড় ভৰাই দিওতেও মোৰ কোনো অনুভৱ হোৱা নাই—তেনেহ'লে মই সঁচাকৈয়ে পক্ষাঘাত ৰোগত ভুগিছো নেকি? ধাৰণাটো প্ৰমাণ কৰিবৰ কাৰণে মই একো ব্যৱস্থাই নকৰিলো। কাণৰ ওচৰত তাৰ অসংলগ্ন কথাবোৰ শুনিহে বুজিলো যে সৰুৰে

পৰা একেলগে খেলা-ধূলা কৰা একেলগে ডাঙৰ-দীঘল হোৱা এইটো মোৰ আপোন মানুহ বৰমাৰ ককায়েকৰ পুতেক এম. এল. এ প্ৰতাপ। প্ৰতাপ নতুন পুৰুষৰ প্ৰতিনিধি। তাৰ বোল্দা কেচুৰ দৰে ডিঙিৰ শিৰবোৰ ফুলাই ফুলাই জনসভাত উদাত্ত কণ্ঠৰ বক্তৃতা শুনি পৰমপূজ্যপদেও শিক্ষাবিদ সিংহপুৰুষ আখ্যা দিছিল। দহ হেজাৰ মানুহ গোট খোৱা সভাতো মাইক্ৰোফোন নোলোৱাকৈ বক্তৃতা দিব পৰা কণ্ঠত জোৰ থকা সেই সিংহপুৰুষে এতিয়া মোৰ কাণত হেন্দুলি থকা শৰীৰৰ তালে তালে মিহি সুৰত কথা কৈ আছে। দেশপ্ৰেম, জাতিপ্ৰেম, নিপীড়িত জনতাৰ প্ৰেমত উদাত্ত কণ্ঠে ডিঙিৰ ৰক্তক্ষৰণ কৰি বক্তৃতা দিব পৰা অসমীয়া জাতিৰ সিংহপুৰুষজনে এয়া পেটত ডিঙিৰ গুৰিটোলৈকে মদ লৈ আন্ধাৰত অসহায়া এজনী ঠেকেচা মাৰি পাখি ভঙা চৰাইৰ দৰে গাভৰুৰ দেহৰ ওপৰত নৃত্যৰত এই পুৰুষক আন্দোলনৰ কালত বাতৰি কাকতৰ বৰ বৰ সম্পাদক বুদ্ধিজীৱী, ডাঙৰ ডাঙৰ শিক্ষাবিদ, অধ্যক্ষ, উপাচাৰ্যয়ো সিংহপুৰুষৰ খিতাপ দিছিল। উপাচাৰ্যই মৰমতে বিশ্ববিদ্যালয়ৰ আটাইতকৈ ডাঙৰ ডিগ্ৰী দিছিল। অন্ধকাৰত সেই সিংহপুৰুষৰ জাতিৰ মেৰুদণ্ডস্বৰূপ বীৰ্যবান দেশসেৱক এটা বলিয়া দুৰ্গন্ধযুক্ত চিকালৈ ৰূপান্তৰিত। কিছুপৰৰ পিছত তাৰ কামনাৰ পুজবোৰ ঢালি সি উঠি গুচি গ'ল। মই যে সঁচাকৈয়ে এটা মৃতদেহালৈ পৰিৱৰ্তিত হ'লোঁ এই কথাৰ মই হাতে হাতে প্ৰমাণ পালোঁ কাৰণ সি উঠি যোৱাৰ পাছতো মোৰ শৰীৰত ক'তো বিষ-বেদনা, লৰচৰ একো নাই। নিঃসাৰ হৈ পৰা শৰীৰটোৰ দৰে যদি মোৰ মুৰটো আৰু মনটোও এটা শিলৰ টুকুৰালৈ ৰূপান্তৰ হ'লহেঁতেন! নহ'ল। মই পৰি থকাতে মোৰ মনটো গৈ ধুবুৰীত সন্তীয়া ঘৰ এটাৰ সাধাৰণ তক্তাপোচ এখনত নিঃপাল দি শুই থকা নীৰেণৰ ওচৰ পালেগৈ আৰু তাৰ ভৰি দুটাৰ মাজত যেন আশ্ৰয় ললেগৈ। ৰাতি দুই বজাৰ কোব পৰিছিল। তেনেতে আৰু এটা আহি মোৰ গাৰ ওপৰত সেই

উঠি যোৱা সিহঁতৰ দৰে বাগৰি পৰিল। তাৰ ভাৰিত থৰ নাছিল। সি উবুৰি হৈ পৰিয়েই মোৰ বুকুত হক্ হককৈ বমি কৰিবলৈ ধৰিলে। দুৰ্গন্ধভৰা বমিৰ ছিটিকনি মোৰ চকুৰে মুখে সিচৰিত হৈ পৰিল। অথচ মুখখন মোহাৰি ল'বলৈ মোৰ হাত দুখন দাঙিব নোৱাৰিলোঁ। সেই দানৱে মোৰ চাদৰখনেৰেই মোৰ বুকুখন মোহাৰি ললে। তাৰ পাছত মই সঁচাকৈয়ে মৰি থাকিলোঁ হ'বলা। মই একো ক'ব নোৱাৰা হ'লোঁ। যেতিয়া চকু মেলো দেখিলোঁ বাহিৰৰ পৰা ৰ'দ সোমাইছে। গোটেই বিছনাখন তেজ, বমিৰে থেৰেচ্ হৈ আছে। কোঠাটোত আৰু কোনো নাই। পেটিকোটটো ভৰিৰ ফালে পৰি আছে। মেখেলাখন মাটিত। ব্লাউজটো শিতানত থকা টেবুলখনৰ ওপৰত। গোটেই ঘৰটো নিজম নিস্তব্ধ। হঠাৎ বাহিৰৰ দুৱাৰৰ ওচৰত ৰান্ধনী ল'ৰাটোৰ মাত শুনিলোঁ, "উঠিব লাগে, উঠিব লাগে, চাহাবসকল উঠাৰ আগতে চাহ তাহ খাই ল'ব লাগে। গোটেই ৰাতি মৌজ কৰি এতিয়া শুই থাকিলে নহয়, মোৰ কাম আছে সিফালে বাহিৰত মানুহ গোট খালেই। কিৰিং কিৰিং বেল টিপি আছে।" মই ঢলং-পলংকৈ উঠি মেখেলাখন কঁকালত হাতেৰে ধৰি সংলগ্ন বাথৰুমটোলৈ গ'লো। তেতিয়াহে মোৰ উপলব্ধি হ'ল যে মোৰ শৰীৰত যিমানবোৰ নোম আছে প্ৰতিডালেই যেন বেজিৰ দৰে মোৰ গোটেই গাটোতে মূৰৰ পৰা ভৰিলৈকে ঠহৰ ঠহৰ বিন্ধিছে। যেনে তেনে মুখ, চকুত পানী মাৰি ওলাই আহিলো। মোৰ যমুনাক চাবলৈ মন গ'ল। দুৱাৰখন ঠেলি ওলাই গৈ কাষৰ কোঠাটোত নাকৰ ঘৰ্ ঘৰণি শুনি কিছুপৰ বেৰত ধৰি ৰ'লো। পৰ্দাখন ফাক কৰি দেখিলো কোঠাটোত তিনিটা ডেকামানুহ উলঙ্গ হৈ পৰি আছে। সিহঁতৰ নাক বাজিছে। সিহঁতক দেখি ঘৃণাত মোৰ মুখ থুইৰে ভৰি পৰিল—বোধহয় কুষ্ঠৰোগীৰ গলিত মাংসৰ টুকুৰা এটা মোৰ জিভাত লগা হ'লেও সিমান ঘিণ নালাগিলহেঁতেন। লাহে লাহে মই পাৰ হৈ গ'লোঁ। এখোজ-দুখোজকৈ ঢলং-পলংকৈ যাওঁতে মোৰ এনে এটা ভাব হ'ল

যেন পাকঘৰৰ পৰা মাছৰছা মৈদাখন আনি আটাইকেইটাকে ব'লি কাটো। পিছে ভাবটো ভাব হৈহে থাকিল। সিটো কোঠাৰ দুৱাৰ খুলি দেখিলো গাৰুত মুখ গুজি যমুনাই উচুপি আছে। ইতিমধ্যে তাই কাপোৰ-কানিবোৰ পিন্ধি লৈছে। তাইৰ উৰুৰি হৈ থকা গোটেই গাটো বৈ বৈ জোকাৰ খাইছে। কি হ'ল জানো তাইক তেনে অৱস্থাত দেখি মোৰ হঠাতে ভীষণ খং উঠিল। উচুপনিত তাই ক'পাদি মই ক'পিবলৈ আৰম্ভ কৰিলোঁ। কিন্তু নিমিষতে কি ভাবি জানো মোৰ খংটো নোহোৱা হ'ল আৰু লাহে লাহে মই গৈ তাইৰ পিঠিত হাত দিলোগৈ। চুই দিয়া কেচুসাপ এডালৰ দৰে তাই জাঙুৰ খাই উঠিল। ঘুৰি লৈ মোক দেখি তাই ছুই দিয়া নিলাজী বনৰ দৰে যেন জাপ খাই যাব। আমি দুয়োজনীয়ে দুয়োজনীলৈ মৰামাছৰ থৰ চকুৰে চাই ৰ'লোঁ। লাহে লাহে মোৰ চকু তাইৰ গাৰ ওপৰেদি বাগৰি বিছনাখনলৈ আহিল। গাল, ডিঙি, গোটেইখনতে বিছাই ডকাদি তাইৰ ডমলা ডমল বান্ধি আছে। বগা বিছনা চাদৰখনত যেন একেলগে তেজ-পুজ এসোপাহে কড়ালমাৰি ধৰি শুকাব খুজিছে। তাৰ পাছত দুয়োজনীয়ে ইজনীয়ে সিজনীক ধৰি কান্দিবলৈ ধৰিলো। ক'বলৈ গ'লে ডিঙিত ধৰাধৰিকে হিয়ালি জিয়ালিকৈ কান্দিবলৈ ধৰিলোঁ। তেনেকৈ কান্দি থাকোঁতে আমাৰ দুয়োজনীৰে একেটা ভাবকে হ'ল যে বাহিৰত দৰ্শনপ্ৰাৰ্থী মানুহবোৰ ভীৰ লাগি আছে সিহঁতৰ আগত থিয় হৈ দুয়োজনীৰে গাৰ কাপোৰ খুলি জনপ্ৰিয় জননেতাৰ সভ্যতাৰ স্বাক্ষৰ দেখুৱাই দিওঁনেকি? থিতাতে এই ভাবটো হৈছিল যদিও পিছমুহূৰ্ততে মলনি হৈ গ'ল। কাৰণ বাহিৰত বৈ থকা সেই আটাইবোৰ মানুহেই ভীৰু, কাপুৰুষ আৰু অমানুহ। নহ'লেনো সিঁহতে উপজি পুৱাৰে পৰা এই অমানুহ কুৎসিত জানোৱাৰটোক লগ পাবলৈ বাট চাই থাকেনে? আমি যদিও দুয়োজনীয়ে কান্দিলোহে তথাচ কোনেও মুখেৰে একো কথা ক'ব নোৱাৰিলোঁ। আমি দুয়োজনী লাহে লাহে ওলাই

আহি সিটো কোঠাত দেখিলোহি ফুলশয্যাৰ নিশাৰ পিছৰ পুৱাত পৰম তৃপ্তিৰে শুই থকাৰ দৰে ৰেণু শুই আছে। তাইৰ গাৰ কাপোৰ গাত নাই যদিও তাইৰ গাত ক'তো অকণো বিৰক্তি বা যন্ত্ৰণাৰ ৰেশ নেদেখিলোঁ।

দিনৰ দিনটো সিহঁত এটায়ে আমাৰ দুজনীক লগ নিদিলে যদিও সিহঁতৰ লগত খিল্-খিলাই হাঁহি ৰেণু ওলাই গ'ল। দিনটো আমি পানীৰ বাহিৰে একোকে খাব নোৱাৰিলোঁ। বাহিৰলৈয়ো ওলাব নোৱাৰি বিভিন্ন ঠাইৰ মানুহৰ ভীৰ। যেন এই মানুহবোৰো চোৰ ধৰিবলৈ থাপ দি থকা গৃহস্থৰ দৰে আমাৰ দুজনীক ধৰিবলৈ চাৰিওফালৰে পৰা মেকুৰী সাৱধানভাৱে চোপ দি আছে। আমাৰ বৰ ভয় লাগিছিল। ক'ৰবাত যেন কেঁচাঘৰৰ বেৰৰ পোলাত চেপেটা লাগি সোমাই থকা নাইপিয়া সাপৰ দৰে চেপেটা লাগি থাকিম। লাহে লাহে সন্ধ্যা লাগিল। আৰু নক'লেও হ'ব যে সেই ৰাতিও পূৰ্বৰ ৰাতিৰ একেই ৰূপ। এনেকৈ চাৰি নিশা আমি তাত অতিবাহিত কৰিলোঁ। চিনেমাহলৰ ছীটৰ দৰে যেয়ে ইচ্ছা সেয়ে আমাৰ দেহৰ ওপৰত বাগৰি পৰিব পৰা হ'ল।

ইমানখিনি কৰাৰ পাছতো ইমানখিনি হেৰুৱাৰ পাছতো কিন্তু আমি চাকৰি নাপালোঁ। নাপালোঁ। ৰেণুৱে পালে। আমি হেৰুৱালোহে—নাপালোঁ। মই নীৰেণক এদিন সকলো ক'লোঁ। এটাও শব্দ খৰছ নকৰাকৈ সি শুনিলে। তাৰ পাছত সি বহাৰ পৰা উঠিল। মই তাৰ ভৰি দুটাত চুমা খাইছিলোঁ। সি লাহেকৈ মোক হাউলি দাঙি ল'লে। হিন্দী চিনেমাৰ নায়কে চোৱাদি মোৰ কান্দো কান্দো হৈ থকা মুখখনলৈ কিছুপৰ থৰ হৈ চালে। তাৰ পাছত এবাৰ তাৰ মুখখন মোৰ ওঁঠৰ ওচৰলৈ হাওঁলাই নি পুনৰ এৰি দিলে। সেই যে গ'ল আজি পাঁচ বছৰে নীৰেণ অহা নাই। মই তাক দেখা নাই। তাৰ কণ্ঠস্বৰ শুনা নাই। তাৰ হাঁহি শুনা নাই। তাৰ চিঠি পঢ়া নাই। সি গ'লগৈ।

এতিয়া মোৰ দেহৰ ওপৰত মোৰ অকণো অধিকাৰো নাই মোহো নাই। নতুন চৰকাৰৰ সেই ধানৰ বস্তা যেন পেটটোৰ বুঢ়া নকল দাঁত লগাই লোৱা মন্ত্ৰীটোও মোৰ দেহৰ ওপৰত নিজৰ ওজনৰ মাপ লৈছিল বহুবাৰ। আপুনি বিশ্বাস কৰিবনে মই নিজক সতী সাধ্বী কৰি ৰাখিবৰ কাৰণে তিনিবাৰ গৰ্ভপাত কৰাইছো। সেই বাবেই আজি মোৰ এই তাঁতৰ ৰাচখনৰ দৰে চেপেতা চেহেৰা আৰু বগা নিস্তেজ বকফুল পাহৰ দৰে শ্ৰী। আপুনি বহি থাকোঁতে সেই দালালটোৱে বাহিৰলৈ মাতি আনি কি ক'লে জানে ; ক'লে বোলে এইজনক দেখা কৰিবৰ কাৰণেই ফীজ লাগে। পাঁচ হেজাৰমান টকাৰ ফীজ এটা পালেহে পাচ মিনিটমান লগ কৰে। মই ক'লো মোৰ এই দেহটোৰ বাদে দিবলৈ একো নাই। তাকে শুনি সি ক'লে বোলে ছাৰে এনে এটা দেহালৈ কেৰাহীকৈয়ো নাচায়। ৰসগোলা খাই থাকোঁতে কোনোবাই জানো শুকান তিতা ভেকুৰী-গুটি চোবায়! তেতিয়াই মোৰ কান্দোন আহিছিল আৰু আপুনি মই কান্দি থকা চাই আছিল। ইহঁতৰ আটাইবোৰৰে কথাবোৰ একেটা ভাষাৰে। সেই জিলা শিক্ষা বিষয়া মানুহে যাক জানোৱাৰ হুচেইন বুলি কয় সিও মোক এবছৰীয়া এল্ পি স্কুলৰ চাকৰি এটাৰ বাবে দহ হেজাৰ টকা বিচাৰিছিল। মোৰ লগত যোৱা মোৰ ভণ্টিজনীলৈ দেখুৱাই ক'লে, "এওঁৰ হাততে টকাখিনি দি পঠিয়ালৈ দেওবাৰে মোৰ থকা ঘৰলৈ পঠাই দিব। মই অকলে থাকোঁ। পিছদিনা এপইণ্টমেণ্ট লেটাৰ লৈ যাবহি।" তাৰ কথা শুনি মই অলপ একাষৰীয়াকৈ তাক মাতি নি ক'লোঁ যে মোৰ এই দেহটোৰ বাহিৰে দিবলৈ একো নাই। মই ভণ্টিজনীয়ে শুনে বুলি যিমান সৰুকৈ ক'লো সি সিমান ডাঙৰকৈ ক'লে, "হুম— তোমাৰ এইটো দেহাত কি আছেহে ? এইটো লোকে মুখৰ পৰা উলিয়াই দিয়া কুঁহিয়াৰৰ চোবা নহয়নে ? বুইচা মই খাবলৈ নোপোৱা নহয় যে কুঁহিয়াৰৰ চোবা বুটলি মুখত ভৰাম।" মন কৰিলেনে এতিয়া—সিহঁতৰ ভাষা আৰু শব্দ একেবোৰেই।

তাৰ পাছত তাই মোৰ মুখলৈ চাই এটা হাঁহি মাৰিলে। সেই হাঁহিটো দেখি মোৰ এনে লাগিল যেন চোকা কটাৰী এখনেৰেহে জোৰেৰে ৰেপ্ মাৰি তাইৰ ওঁঠদুখন মেলি দিলে। মই একো ক'বলৈ নাপাওঁতেই তাই বহাৰপৰা উঠিল আৰু মোৰ ফালে নোচোৱাকৈয়ে ক'লে, "অটব্য অৰণ্যৰ মাজত দৌৰি ফুৰিছো। অটব্য অৰণ্যৰ মাজত বাঘৰ আগে আগে দৌৰি ফুৰা যেন মই এজনী হৰিণ।" কৈ কৈ তাই খন্তেক ৰোৱা চিটিবাছখনত উঠি গুচি গ'ল। বাছখন নেদেখা হোৱালৈকে মই চাই ৰ'লো। মই তাইক কথা ক'ব খুজি পাহৰি গৈছিলো আৰু তাই যোৱাৰ পাছতহে মোৰ মনত পৰিল। আচলতে মই তাইক ক'ব খুজিছিলো যে তাইক প্ৰথম দেখোতেই মোৰ ৰুণাক দেখাৰ নিচিনা লাগিল। কিন্তু কোৱা নহ'ল। আনকি তাইৰ নামটোও সোধা নহ'ল। কিজানিবা তাইৰ নামটোও ৰুণা আছিল। ৰুণাই আছিল কিজানি তাইৰ নামটো! তাই চিটিবাছত উঠি ক'লৈ গুচি গ'ল? তাই ইয়াত ক'ত থাকিব? সম্পূৰ্ণ অপৰিচিত মোৰ নিচিনা ডেকা মানুহ এটাৰ আগত তাই কেনেকৈ অনৰ্গল তাইৰ জীৱনৰ বীভৎসতম ঘটনাবোৰ বুঢ়ীআয়ে কোৱা সাধুকথাৰ দৰে কৈ গ'ল। ইমানবোৰ কথা কৈ থাকোঁতে মই মাত্ৰ এবাৰহে মাজতে মাত দি সুধিছিলো বোলো আপুনি এইবোৰ কথা কোনোবা মুক্তিবাহিনীৰ সদস্যৰ আগত কৈছিলনে? মোৰ কথা শুনি কিছুপৰ মোৰ চকুলৈ থৰ হৈ চাই তাই ব্যঙ্গ হাঁহি এটা মাৰি ক'লে, "কৈছিলো, কৈছিলো। দুজনক কৈছিলো। তেওঁলোকে হুমুনিয়াহ এৰি ক'লে বোলে কি কৰিবা, আমাৰ কেবাজনো ডাঙৰ নেতা প্ৰতাপ গগৈৰ কোৱাটাৰতে থাকেও। তেওঁৰ গাড়ীতে অ'লৈ ত'লৈ যায়। নিৰাপদে অস্ত্ৰ আৰু টকা পাৰ কৰি নিব পাৰে বুলি তেতিয়ালৈ কেবিনেট মন্ত্ৰী হোৱা প্ৰতাপ গগৈৰ গাড়ীতে তেওঁলোক অহা-যোৱা কৰে কাৰণ মন্ত্ৰীৰ গাড়ী কাৰণে ক'তো কোনেও খানাতালাচ নকৰে। আৰু সেইবোৰ সাহসতে সেই মন্ত্ৰীয়ে কোনোকালে ক'তো মুকলিকৈ

কৰিব নোৱাৰা অপকৰ্মবোৰ সি প্ৰকাশ্যেই কৰে। আনকি যোৱা নিৰ্বাচনটোতো সি সেইবোৰ বিপ্লৱী নেতাৰ নাম কৈয়েই ভোটৰ কেনভাচ কৰিছিল। শুনামতে তেওঁলোকৰ বহুতে ৰাতি ৰাতি চাহ বাগিছাত তাৰ হৈ ভোট বিচাৰিছিল।"

মই যে হাবিৰ মাজত খুন্দা-খুন্দালি খাই ঘূৰি ফুৰিছোঁ, দৌৰি ফুৰিছোঁ মইতো সেই কথা ছোৱালীজনীক কোৱা নাছিলোঁ। তেনেহ'লে তাই মোৰ মনৰ কথা কেনেকৈ গম ধৰিব পাৰিলে। তায়ো দেখোন যাওঁতে একেটা কথাকে কৈ গ'ল অটব্য অৰণ্যৰ মাজত তায়ো দৌৰি ফুৰিছে।

তাই গুচি যোৱাৰ পাছত কিছুপৰ মই কুমাৰণীপোকে বিন্ধা পইতাচোৰাটোৰ দৰে থৰ লাগি ৰ'লোঁ। যমুনাৰ কি হ'ল? যমুনায়ো এই ছোৱালীজনীৰ দৰে কিবা প্ৰকাৰে ক'ৰবাত আশ্ৰয় পালে! যমুনাৰ বিষয়ে মই জানিবলৈ উদ্‌বাউল হৈ পৰিলোঁ যদিও এই পকাবেণ্ডখনত মূৰ খুন্দিয়াই ভাঙিলেও যমুনাৰ বিষয়ে মোক কোনে ক'ব? সেই ছোৱালীজনীয়েই বা মোৰ চকুৰ আগতে বাহুত উঠি ক'লৈ গুচি গ'ল? তাইৰ নামটো বা কি? তাইৰ নাম ৰুণা। এৰা ৰুণাই হ'ব তাইৰ নাম। আৰু সেই যে তাই কোৱা যমুনা। তাইৰ নামো ৰুণা। এইবোৰ সকলোৰে নাম ৰুণা। ইহঁত সকলোৱেই ৰুণা। ৰুণাই কিন্তু মোক নিজ মুখেৰে একো কথাকে কোৱা নাছিল। তাইক যেতিয়া আমি উপৰ্যুপৰি প্ৰশ্ন কৰিছিলোঁ তথাপিও তাই আছিল নীৰৱ। আমি জানিছিলোঁ এইমাত্ৰ ছোৱালীজনীয়ে কৈ যোৱাৰ দৰেই তাইৰো দেহটো চাৰিদিন চিনেমাহলৰ ছিট এটাৰ দৰে হৈছিল। সেই দেশসেৱক নতুন পুৰুষসকলে তাইক ভোক গুচাই ভক্ষণ কৰিছিল। যদিও আমি সেইবোৰ কথা জানিছিলোঁ তথাচ তাইক আমি কোনেও বহুতদিন একো সোধা নাছিলোঁ। তাতে হাবিৰ মাজত দৌৰি দৌৰি কথা পাতিবলৈ আহৰিকে পোৱা নাছিলোঁ। কিন্তু এদিন তাই যেতিয়া গোহালিঘৰত চিপ্‌ লৈ মৰিল তাইৰ

কামোৰ খাই তেজ ক'লা হৈ থৰ হৈ থকা জিভাখনে যেন অনৰ্গল কৈ গ'ল কথাবোৰ। পকাহাতৰ সাংবাদিকৰ দৰে যেন তাইৰ ওলমি থকা ছিগো ছিগো হৈ থকা জিভাখনে বহুত সংবাদ লিখি থৈ গ'ল। দৌৰি ফুৰাৰ মাজতে ৰুণাৰ ওলমি থকা দেহটোৰ ওচৰত মই থমকি ৰৈছিলোঁ। যিযোৰ ওঠত মই মোপান কৰিছিলোঁ সেই ওঠযোৰ এই চিয়াহীবোৰৰ দৰে ক'লা হৈ আছিল। শুকান গোবৰ অকণমান গছকিলেও বা গোবৰ মাটিৰে ঘৰ মচাৰ পাছত আধাঘণ্টামানলৈ চাবোনেৰে হাত ভৰি মুখ ধুই থকা ৰুণাৰ ওলমি থকা দেহটোৰ কাপোৰত বিষ্ঠা লাগি আছে। গোটেই কাপোৰ-কানি বিষ্ঠাময়।

তেনেহ'লে এইমাত্ৰ চিটিবাছত উঠি গুচি যোৱা ছোৱালীজনী ৰুণা নহয়নে? তাইৰ নাম ৰুণা নহয়নে?

যিখন হাবিত অন্ধকাৰত মই দৌৰি ফুৰিছোঁ য'ত প্ৰতিটো খোজতে খুন্দা খাইছোঁ, কাঁইটে বিন্ধিছে এই হাবিখন আপোনা-আপুনি হ'লনে নাই কোনোবাই সৃষ্টি কৰিলে দৌৰিফুৰোতে মই ভাবোঁ। যিখন দেশত পিয়নৰ চাকৰি এটাৰ বাবেও মন্ত্ৰীয়ে হস্তক্ষেপ কৰে, যিখন দেশত কেৰেণীৰ চাকৰি এটাৰ কাৰণেও মন্ত্ৰীয়ে পোনে পোনে টকা দহ হেজাৰ খুজিবলৈ কুণ্ঠাবোধ নকৰে সেই দেশখনত মোহনদাস কৰমচাদ গান্ধী ক'ত আছে। অলৌকিক কথা কাণ্ডত মোৰ সমুলি বিশ্বাস নাই। তথাচ পৰীক্ষা এটা কৰি চাবলৈ মন যায়। প্লেনচেট বুলি যে কথা এটা আছে পৰলোকগত আত্মাক যে মাতিব পাৰি তেনেকৈ মহাত্মা গান্ধীৰ আত্মাটোক মাতি মোৰ চিঞৰি চিঞৰি সুধিবলৈ মন যায় বোলো গান্ধী তুমি কোৱা ৰামৰাজ্যখন এইখনেইনে? এইখন ৰামৰাজ্যৰ কাৰণেই তুমি দেশবাসীক মৰণ পণ কৰিবলৈ উচটাই দিছিলানে? আচলতে তেনেই সামান্য সংখ্যক লোকেৰে গঠিত শ্ৰেণী এটাৰ বাবেহে তুমি ৰামৰাজ্যখন গঠন কৰি থৈ নগলানে? ধনী, দালাল, দুৰ্নীতি-পৰায়ণ আৰু ক্ষমতাশালীৰ বাবেহে তুমি ৰামৰাজ্যখন গজগজীয়া

কৰি থৈ গ'লা। স'চাই সিহঁত আজি ৰামৰাজ্যত বাস কৰিছে। এনেবোৰ কথাই মই দৌৰি ফুৰোঁতে মোৰ মনত চিনেমাহলৰ সমুখত বিশৃঙ্খল অৱস্থাত থকা মানুহবোৰৰ দৰে এখন মেলাৰ সৃষ্টি কৰে। সেই মেলাত হিৰি-জিৰিকৈ গোটখোৱা কথাবোৰ, প্ৰশ্নবোৰে মোক থুকুচি পেলাই নগুৰ নাগতি কৰে। মই তেতিয়াই তাৰপৰা পৰিত্ৰাণ পাবৰ বাবে ডিঙি মেলি চাৰিদিশে চাওঁ যদিও পুত্ৰহাৰা মাতৃৰ চাৱনিবোৰহে দেখিবলৈ পাওঁ। নেদেখিম কিয় ? এইখন যে হাবি। গভীৰ অৰণ্য। অৰণ্যনে হাবি হাবিনে অৰণ্য ? অৰণ্যত শৃঙ্খলা আছে। হাবিত নাই।

আজি যে ইমান বছৰ ধৰি মই হাবিৰ মাজত দৌৰি আছোঁ মোৰ বিচিত্ৰ অভিজ্ঞতা হৈছে, চিত্ৰ-বিচিত্ৰ দৃশ্য দেখিছোঁ। কাৰোবাৰ চিঞৰ শুনি মই কাণ থিয় কৰিলোঁ আৰু সেইফালে দৌৰিবলৈ আৰম্ভ কৰিলোঁ। দেখিলো দুজনী মাইকী মানুহে গাৰ কাপোৰ-কানি খহাই উদং বুকু ভুকুৱাই ভুকুৱাই কান্দিব লাগিছে। দৌৰি দৌৰি ভাগৰো লাগিছিল বাবে সেই অচিলাতে সেইখিনিতে অকণমানপৰ ৰ'লো। দেখিলো মৰাশ এটা লেতেৰা ফটা কাপোৰ এখনেৰে ঢাকি থোৱা আছে। ওচৰতে মুৰটো আঠু দুটাৰ মাজত গুজি বহি আছে এটা প্ৰায় ষাঠিবছৰীয়া শুকান মানুহ যেন বান্দৰৰ পৰা ৰক্ষা পাবলৈ কুঁহিয়াৰণী এডৰাতহে এটা বান্দৰ মাৰি ওলোমাই থৈছে—ঠিক মানুহটোৰ চেহেৰা সেই শুকান বান্দৰটোৰ দৰে। মই চিনি পালোঁ ; সেয়া দধি বায়ন। দধি বায়নৰ তিনিটা ল'ৰা। শুনামতে দধিৰ একালত বহুত মাটিবাৰী আছিল। আনকি কিবা প্ৰকাৰে বাপেক ৰমাই টেকেলাই টাউনতো মাটি পাঁচবিঘা ৰাখিছিল। এতিয়া য'ত ডিচ্‌পেন্‌চৰীখন আছে সেয়া আছিল দধি বায়নৰ মাটি। যেতিয়া ডিচ্‌পেন্‌চৰীখনৰ কাৰণে ৰাজহুৱা সভাত মাটিৰ কথা ওলাল কিছুমান মানুহবোৰৰ মাজত গুণগুণণি উঠিল। সভাত এই কথাও ওলাল যে যদিহে ৰাইজে মাটি ঠিক কৰি দিব নোৱাৰে তেতিয়াহ'লে ডিচ্‌পেন্‌চৰীখন

ইয়াৰপৰা চাৰিমাইল দ্ৰীতৰলৈ নদীৰ কিনাৰৰ ইকৰাণী গাৱঁলৈ গুচি যাবগৈ। সভাত বহি থকা দধি বায়নৰ চকুৰ আগত কিছুমান দৃশ্য জিলিকি পৰিল কেঁচুৰ ৰসেৰে লিখা চিঠি অন্ধকাৰৰ মাজত জিলিকাদি। তেওঁৰ ডাঙৰ ছোৱালীজনীৰ গ্ৰহণী হৈছিল। গাঁৱলীয়া দৰৱত ভাল নোহোৱাত হচ্পিটেললৈ নিবলগীয়া হ'ল। ঘৰৰপৰা বাৰ মাইল দূৰতহে তেতিয়া হচ্পিটেল আছিল। নিবলৈয়ো একো সুবিধা নাই। ডাক্তৰকো ইমান দূৰৰপৰা মাতি আনিব নোৱাৰি। উপায় নাপায় গৰু গাড়ীত ভৰাই পমিলী নামৰ সোতৰ বছৰীয়া গাভৰু জীয়েকক হচ্পিটললৈ নিলে। কিন্তু ডাক্তৰে গাত হাত দিয়েই ক'লে বোলে ৰোগী মৰিল। বাটতে মৰিল। দুদিন আগতে পোৱা হ'লে বা পুৱা বেলাও পোৱা হ'লে চেলাইন দি বচাব পৰা হ'লহেঁতেন। চেলাইন কেইটামানৰ কাম আছিল। বহি থাকোঁতে দধি বায়নৰ সেই কথাটো মনত পৰিল। তেওঁ ঘপহকৈ বহাৰপৰা উঠিল। কান্ধৰ গামোচাখনেৰে মুখখন মোহাৰি মোহাৰি ক'লে, "ৰাইজসকল, হাচপতালখন যাব নেলাগে। মাটিৰ কাৰণে হাচপতালখন যাব নেলাগে। মোৰ সোঁ হাইস্কুলৰ কাষত মাটি পাচ বিঘা আছে। তাকে হাচপতালৰ কাৰণে আজি দহো ৰাইজৰ সম্মুখতে দান কৰিলোঁ। এই মাটি টুকুৰাৰ বাবে মোৰ মনত ভালেমান দিন ধৰি কিবা আথজা এটা লাগি আছিল। পিতাই আছিল মৌজাদাৰৰ টেকেলা। ৰমাই টেকেলাক কোনে চিনি নেপায়। কাৰবাৰ লীলামত যোৱা মাটি সস্তীয়া দামত পিতায়ে ডাকি ৰাখি থ'লে। ক'বলৈ গ'লে পাপৰ মাটি। লোকৰ আশাৰ সম্পত্তি। হেনজানি এই মাটিখনত হাচপতাল এখন হ'লে গোটেই মৌজাটোৰ ৰায়তৰ উপকাৰ হ'ব। গতিকে দান দিলো···।" দধিৰ কথা শেষ নহ'লেই গোটখোৱা ৰাইজে হাতচাপৰি বজাই জয়ধ্বনি কৰিলে। তাৰ পাছত সেইখন হচ্পিটেল হ'ল আৰু পাছতহে নগৰ হৈছে। তাৰ পাছত গান্ধীৰ ৰামৰাজ্যত দধি বায়নৰ ঘৰৰ অৱস্থা পূৰ্ণিমাৰ পিছৰ জোনটোৰ দৰে হৰি আহিবলৈ

ধৰিলে। যিকোনো অসুবিধাত মাটিবাৰী বেচোতে বা বন্ধকীত দিওঁতে দিওঁতে শেষত থকা ঘৰৰ ভেটিটোহে ৰ'লগৈ। সেই দধি বায়নেই এতিয়া বৰপুতেকৰ মৰাশ আগত লৈ জুপুকা মাৰি বহি আছে। গৰ্ভৱতী বোৱাৰীয়েকে গিৰিয়েকৰ শটোৰ ওপৰত উবুৰি হৈ হৈ পৰি হিয়া ভুকুৱাই কান্দিছে। মাকজনীয়েও পুতেকৰ শটো গবা মাৰি ধৰি ধৰি কপাল খুন্দিয়াই খুন্দিয়াই কান্দিছে। দধি বায়নৰ মৰি শ হোৱা বৰপুতেক শোভন আছিল প্ৰবীন দোকানীৰ ঘৰৰ হালোৱা। দধি বায়নৰ চাৰি বিঘা মাটি এই প্ৰৱীন দোকানীয়েই আধামূলীয়াকৈ কিনি লৈছিল। ক'লা পায়খানা কৰিছিল। কেইবাৰমান ভায়েকে ককায়েকক চাইকেলৰ কেৰিয়াৰত বহুৱাই চৰকাৰী হস্পিটেললৈ নিছিল। হস্পিটেলৰ পৰা পিল কেইটামান দিছিল আৰু কিনি নিবৰ কাৰণে দৰৱৰ কাগজ লিখি দিছিল। কিন্তু এদিন ৰাতি যেতিয়া ক'লা ক'লা পায়খানাৰ দৰে ক'লা ক'লা চেকুৰা-চেকুৰ বমিও কৰিবলৈ ধৰিলে ডাক্তৰৰ ওচৰলৈ লৰমাৰিলে ভায়েক দুটা। ডাক্তৰে ৰাতি আহিব নোৱাৰো বুলি ক'লে। পুৱা গাড়ী এখন ধৰিলে যাব পৰাৰ কথা ক'লে নহ'লে ৰোগীক লৈ আহিবলৈ নিৰ্দেশ দিলে। ৰাতিটো পৰ দি বহি থাকি পুৱা যেতিয়া ডাক্তৰৰ কথা ভাবিলে গাড়ী ধৰি অনাৰ সমস্যা হ'ল। গাড়ীখনে নিচেই কমেও অহাই যোৱাই দুশ টকা ল'ব, তাতে ডাক্তৰকো এশ টকামান ফীজ দিব লাগিব ক'ত পাব ইমান টকা ? ধাৰে বান্ধে মানুহ বন্ধক দিও টকাৰ যোগাৰ হ'লেও এই গেলা বোকাত ৰাস্তাত গাড়ী সোমাব কেনেকৈ ? সেয়েহে ডাক্তৰক হাতে ভৰিয়ে ধৰিছিল যেন তেখেত তেখেতৰ মটৰ চাইকেলতে আহি এবাৰ ৰোগীক চাই যাওক। ডাক্তৰ মান্তি নহ'ল। কোনো এখন ৰিক্সাও সেই গেলা ৰাস্তাত আহিবলৈ মান্তি নহ'ল। মিছাও নহয় যিহে ৰাস্তা ৰিক্সা টানিও নিব নোৱাৰি। উপায় নাপায় হাবাধনৰ ঠেলাগাড়ীখনতে তুলি ওপৰত কাপোৰ এখন বান্ধি দি ঠেলি টানি শোভনক হস্পিটেললৈ নিবলৈ

গলাল। চাৰিমাইল বাট ঠেলি ঠেলি নি পোন্ধৰ বছৰৰ আগতে নিজৰ মাটিত স্থাপিত হোৱা চৰকাৰী ডিচ্‌পেন্‌চৰীখন পোৱালেগৈ। তাতো ডেকা চৰকাৰী ডাক্তৰটোৱে ৰোগীক নাচায়হে নাচায়। অৱশেষত প্ৰবীন দোকানীৰ পৰা ধাৰলৈ নিয়া টকা পঞ্চাশটাৰ ত্ৰিশটা টকা ডাক্তৰক দিলতহে ডাক্তৰ ৰোগীৰ ওচৰলৈ আহিল। ডাক্তৰে পিটিটিক মোহাৰি চাই কিবা বেজী এটা লোৱাৰ কথা ক'লে। হাতত টকা কুৰিটা আছিলেই যেতিয়া সেই কুৰিটা টকা দিলত এটা বেজী দিলে। প্ৰৱীন দোকানীৰপৰা সুদ দিবলৈ বুলি ধাৰলৈ অনা পঞ্চাশ টকা ঠাইতে শেষ হ'ল। লাগ বুলিলে আকৌ প্ৰৱীনে দিব। কাৰণ প্ৰৱীনৰ চৰকাৰী সুলভ মূল্যৰ দোকান আছে। দুটকা পেয়সত্তৰ পইচাত বেচিবলগীয়া কেৰাচিন তেল প্ৰৱীনে দধিহ'তক ন-দহ টকা লিটাৰত বেচে। টকা তিনিটা দি তাৰে এপোৱা তেল কিনি নি কালি ৰাতিৰ ৰাতিটো বেমাৰী পৰ দিছে। গতিকে প্ৰৱীনৰ হাতত টকা আছে। মানুহতকৈ টকা ডাঙৰ নহয়, মানুহ বাচিলেই হ'ল। কিন্তু হ'লেও বেজীটো দিয়াৰ পাছত ডাক্তৰে লেখি দিয়া কাগজখনৰ দৰৱবোৰ কিনিবৰ কাৰণে সিহঁতৰ হাতত সেই সময়ত পইচা নাছিল। লগত প্ৰৱীন যোৱা হ'লেও কথা বেলেগ আছিল। যদিও ডাক্তৰে ত্ৰিশটকা লৈ ৰোগীক চালে, কুৰি টকা লৈ ৰোগীক চৰকাৰী বেজী এটাও দিলে—দোকানলৈ শিলপালিথি কাগজটুকুৰাৰ সমান কাকত টুকুৰাত দৰৱ কিনিবৰ কাৰণে নামকেটাও লিখি দিলে অথচ ডাক্তৰে ডাঙৰকৈ ক'লে বোলে ৰোগীৰ অৱস্থা ভাল নহয় মেডিকেল কলেজত ভৰ্তি কৰিব লাগিছিল নোৱাৰিলেও আজিৰ ভিতৰতে চিভিল হস্পিটেলত ছিট্‌ দিব লাগিব। ৰোগীৰ গাত মুঠেই তেজ নাই।

কলৈকো নিবলগীয়া নহ'ল। পুনৰ হাৰাধনৰ ঠেলাগাড়ীত ঠেলি ঠেলি আনি আবেলি তিনিমান বজাত যেতিয়া ঘৰৰ আগৰ চোতাল পাইছিলগৈ তেতিয়া শোভনৰ দেহটো চৰীয়াত জীয়াই থোৱা মৰি থকা গৰৈ মাছ এটাৰ দৰে শীতল আৰু থৰ হৈ পৰিল।

লাহেকৈ ঠেলাৰপৰা নমাই চোতালৰ কলপাতখনৰ ওপৰতহে পেলাই দিলে। মুহূৰ্ত্ততে যেন এখন বিশাল হাবিয়ে দীঘ বায়ন-হঁতৰ পৰিয়ালটোক ঘূৰ্ণীবতাহে চপাই অনাৰ দৰে নিজৰ বুকুৰ মাজলৈ চপাই আনিলে। শোভনৰ ঘৈণীয়েকৰ নমহীয়া সন্তান ধাৰণ কৰি থকা পেটটোৰ ওপৰত পুৰণা কপাহী মেখেলাখনেৰে কথমপিহে গাঁঠিটো দিব পৰা গৈছে। গাৰ চাদৰখন যে ক'ত পৰি আছিল। তাইৰ মুখ, চকু, হাতৰ, পিঠি, ভৰিৰ পটা পানীত ওপঙি থকা কেঁচা আম এটাৰ দৰে টেপ্‌টেপীয়া হৈ ফুলি আছে। চকুৰ পটা দুখন নিস্তেজ হৈ এনেয়েই কোমল তামোলৰ বাকলিৰ দৰে ফুলি আছে তাতে মাত ভাগি যোৱাকৈ চিঞৰি চিঞৰি কন্দাৰ ফলত চকুদুটা যেন গিলিয়েই পেলালে—যেন চকুৰ পটা দুখনত এই অলপতে দুটা কোদোৰে বিন্ধি দিলে। দীঘ বায়নৰ ঘৈণীয়েক অৰ্থাৎ শোভনৰ মাকজনীৰো গাত কাপোৰ নাই। মাকে যদিও পুতেকৰ বুকুত ট্ৰেজাৰীত ঘণ্টা কোবোৱাদি নিজৰ মুৰটোৰে খুন্দিয়াইছে তথাচ মানুহজনীয়ে মুখেৰে কাৰোবাক শাও দি আছে। কাক শাও দিছে। এই পুত্ৰহাৰা মাতৃৰ শাও ফলিয়াবনে? কিন্তু তেওঁ মাজে মাজে বোৱাৰীয়েকৰ ফালে মুৰ দাঙি চাই "কুলক্ষণী, পৈয়েৰৰ মুৰ খাইতী, ভৰবয়সত মাদলী ফুটা হতশ্ৰী তিৰোতাজনীয়ে মোৰ ল'ৰাটোৰ মুৰটো খালে" বুলি চিঞৰিছে।

মই বৈ থাকিব নোৱাৰিলোঁ। মই সেই দৃশ্য চাই থাকিব নোৱাৰিলোঁ। মই বৰ ভয় খালোঁ আৰু ধৰা পৰিব খোজা চোৰৰ দৰে মই সেইখিনিৰ পৰা দৌৰিবলৈ আৰম্ভ কৰিলোঁ। হাবিৰ মাজত গছ-গছনিত মই খুন্দা খুন্দালি খাইছোঁ যদিও মই দৌৰিছোঁ। মোৰ ভয় লাগিল জানোচা শোভনৰ মাকে বোৱাৰীয়েকৰপৰা মুৰ চকু আঁতৰাই মোৰ ফালে চাই শাও দিবলৈ ধৰে। যদি মানুহজনীয়ে মোকে বৰপুতেকৰ মৃত্যুৰ বাবে জগৰীয়া কৰে। যদি মানুহজনীয়ে মোৰফালে আঙুলি টোৱাই টোৱাই কয় যে তহঁত এই ডেকা ল'ৰাবোৰ থাকোঁতে আজিৰ দিনতো

পইচা নহ'লে কিয় চৰকাৰী ডাক্তৰ এখোজো নলৰে। কিয় চৰকাৰী ডাক্তৰে পইচা নাপালে চৰকাৰী বেজী এটা নিদিয়ে। কিয় মোৰ ৰৰপুত্ৰই ভৰযৌৱনত ক'লা তেজ হাগি বমি কৰি মৰিব লাগে? কিয় চৰকাৰী সুলভ মূল্যত দিবলগীয়া কেৰাচিন তেল প্ৰৱীনহঁতে ন-দহ টকা লিটাৰত আমাকেই বেচি আকৌ সেই টকাকে আমাক কাবুলীৰ দৰে সুতলৈ ধাৰ দিয়ে! যদি শোভনৰ মাকে চিঞৰি চিঞৰি মোক প্ৰশ্ন কৰে যে গান্ধীঈশ্বৰে এইখন কাৰ বাবে ৰামৰাজ্য কৰিলে? এতিয়া শ সংকাৰ কৰিবলৈ বা শৰ মুখৰ ছাঁই গুচাব লৈ সকাম পাতিবলৈ আকৌ সুত ভৰিহে প্ৰৱীনৰ পৰা টকা ধাৰ ল'ব লাগিব! সেই ধাৰ কেনেকৈ কি উপায়েৰে পৰিশোধ কৰিম!

সেইবাবেই মই দৌৰিছোঁ। এনেয়েও মই দৌৰিয়েই আছোঁ তাতে আৰু ভয় খালোঁ যেন শিয়ালৰ ভয়ত দৌৰি পলাওঁতে বাটতে নাহৰফুটুকী বাঘৰ লগতহে মুখা-মুখী হৈছোঁ। মই প্ৰাণটাকি দৌৰিছোঁ। এনেকৈ দৌৰি ফুৰোতে কিমানবাৰ যে মই হামখুৰি খাই পৰিছোঁ, কিমানবাৰ যে মোৰ আঠু কপালৰ তেজ ওলাইছে তাৰ লেখ জোখ নাই। এনেদৰে দৌৰি ফুৰোতে কেতিয়াবা মোৰ নিজকে অপৰিচিত ব্যক্তি যেন লাগে। মই বহুত নতুন নতুন কাহানিও নেদেখা দৃশ্য দেখিবলৈ পাওঁ। আৰু তেনেবোৰ দৃশ্যৰ ওচৰত মই মোক চিনি নোপোৱা হৈ পৰোঁ। বৰ ফোপনি উঠিছিল। ভাগৰত শৰীৰৰ গোটেই মঙহবোৰ যেন গছৰপৰা খহি পৰা গেলা কঠালৰ মুচিৰ দৰে খহি খহি পৰিবলৈ আৰম্ভ কৰিছে। হাবিৰ মাজত যে জোনাক হয় এই কথা পাহৰিয়ে গৈছিলোঁ। ৰিণিকি ৰিণিকি পোহৰ দেখি ফোপাই ফোপাই ওলাই গৈ নদীৰ পাৰ পালোগৈ। তলত জোনাকত নদীৰ বালিবোৰে যেন এখন বেদী সাজি তাৰ ওপৰত বগলী পাখি যেন বগা বিচনাচাদৰহে মেলি দিছে। মই পথাৰৰ আলিত মাছ ধৰিবলৈ চোপদি বহা বগলী এটাৰ দৰে পাৰতে বহি পৰিলোঁ আৰু সোঁহাতেৰে মাটিত ভেজা দিলোঁ। হাঁহিছে। ক'ৰবাত হাঁহিছে।

বহুতদিন এনেকৈ খিল-খিলাই হ'হা হাঁহিৰ শব্দ শুনা নাই— সেয়েহে কাণ পাতি শুনিলো। কিমান ৰং লাগিলে এনেকৈ হাঁহিব পাৰে মনতে ভাবিলো। তাহানি কলেজত পঢ়োতে ফাকুৱাৰ দিনা জেপত ফাকুগুৰিৰ এসোপা লৈ মনে মনে গৈ খেৰৰ মেজিটোৰ আঁৰত মোৰ হাততে ধৰা পৰিবলৈ লুকাই থকা ৰুণাক ফালৰ পৰা গবা মাৰি ধৰি মুৰে মুখে ফাকু গুড়িবোৰ সানি যেতিয়া হাত দুখন তললৈ বগৰাই দিছিলো যেতিয়া তাই খিল খিলকৈ হাঁহিছিল। তাইৰ হাঁহিত ৰগৰ পাই তাইৰ কাষলতিৰ তলত মই সঁচাকৈয়ে কুট্-কুটাই দিছিলোঁ। এজনী সৰু ছোৱালীৰ দৰে ওঠৰ বছৰীয়া ছোৱালীজনীয়ে যেতিয়া হাঁহিছিল মই সঁচাকৈয়ে ভাবিবলৈ বাধ্য হৈছিলোঁ যে কবিয়ে যে মৰততে সৰগ দেখা পায় কথাটো মিছা নহয়। এইখনেই সৰগ; আৰু কি অকৰা যে মই মনে মনে ৰুণাক লৈয়েই এই মৰততে সৰুকৈ সৰগ এখন ৰচিম বুলি কল্পনা কৰিছিলোঁ। তাৰ পাছত চুইচ্ অফ কৰি দিলে ওপৰত ঘুৰি থকা ফেনখন লাহে লাহে ঘুৰি ঘুৰি এপাকত ৰওঁ নৰওঁকৈ বৈ যোৱাৰ দৰে আমাৰ মাজৰ সেই খিল খিলনি হাঁহিবোৰ যেন কমি কমি গৈ ৰওঁ নৰওঁকৈ কোনোবা এটা মুহূৰ্তত বৈ গ'লগৈ। কেতিয়া ৰ'লগৈ ক'ত ৰ'লগৈ, যেন আমি গমেই নাপালোঁ আৰু গম ল'বৰ বাবে কাহানিও চেষ্টাও নকৰিলোঁ। এতিয়া চিন্তা কৰিও লাভ নাই কাৰণ গুৰে-মুতে লেটি পেটিলৈ, জিভাখন কামোৰ মাৰি ৰুণা গোহালিঘৰত ওলমি থকাই দু-বছৰ হৈ গ'ল। সঁচাকৈয়ে দৌৰি ফুৰোতে মই আজিকালি ৰুণাৰ কথা ভাবিবলৈকে আহৰি নাপাওঁ। ৰুণা বুলি যে এজনী ছোৱালী আছিল বুলিও মোৰ যে তেনেই আপোন আছিল এই কথাটো মোৰতো মনত নাই নায়েই কোনোবাই ক'লেও যেন মই অবান্তৰ অবাস্তৱ মনেসজা কথা বুলি উচাপ খাইহে উঠিম। মাত্ৰ সিদিনা সৈই চিটিবাছত উঠি গুচি যোৱা দেহটোৰ বাহিৰে দিবলৈ একো নাইবোলা ছোৱালীজনীক দেখিহে মোৰ ৰুণা ৰুণা লাগিছিল।

মোৰ চকুৰ আগেদিয়েই বগা জোনাকৰ মাজেদি ল'ৰা-ছোৱালী কেইটামান হুৰমুৰাই খিল্‌খিলাই তলৰ বালিলৈ নামি গ'ল। সিহঁত ইটোৰপৰা সিটোৱে লৈ কিবাকিবি চেলেকি খাইছে, চুমা খোৱাদি টিপা মাৰি মুখত ভৰাইছে আৰু তাৰ পাছত সিহঁতে নৃত্য কৰিবলৈ ধৰিলে! হাবিৰ মাজতেই যৌৱনৰ কেবাটা বছৰো দৌৰি দৌৰি পাৰ কৰিছো যদিও সেয়া সিহঁতে কি খাইছে মই বুজিব নোৱাৰাকৈ নাথাকিলোঁ। সিঁহতে সেয়া ড্ৰাগ খাইছে। ড্ৰাগ। মই যিমান পাৰোঁ মনোযোগেৰে সিহঁতকেটাৰ চেহেৰা কেটা চালোঁ। এটা ডি. চি-ৰ ল'ৰা, এটা চেলচ্‌টেক্স ছুপাৰিন্‌টেন্‌ডেণ্টৰ ল'ৰা, এটা মাৰোৱাৰী চাহ ব্যৱসায়ীৰ ল'ৰা, সৌ ছোৱালীজনী কলেজৰ অধ্যক্ষৰ ছোৱালী—বাকী ল'ৰা-ছোৱালী তিনিটা মই কোনোপধ্যেই চিনিব নোৱাৰিলোঁ। কিন্তু সিহঁতৰ পোছাকপাতি শ্ৰী-চেহেৰা দেখি অনায়াসে ধৰিব পাৰিলোঁ যে সেইকেটাও আজিৰ সমাজৰ কোনো লেখৰ মানুহৰ ল'ৰা-ছোৱালী। ওপৰৰ পাৰত যে এটা ডেকা মানুহ বহি আছে তালৈ অকণো সিঁহতে ভ্ৰূক্ষেপেই ক'ৰা নাই যেন পথাৰত গৰু এজাকে ঘাঁহ খাই থাকোঁতেও মানুহে কেয়াৰ নকৰি সেইফালে চায়েই প্ৰস্ৰাৱ কৰে। সিহঁতে তাৰ পাছত খেদা খেদি কৰি ইটোৱে সিজনীক, সিজনীয়ে ইটোক সাৱটি সাৱটি ধৰিছে, চুমা খাইছে, আকৌ দৌৰিছে ঠিক যেন ভাদমহীয়া কুকুৰ-কুকুৰণী এজাকহে গোট খাইছে। সিহঁতে পৰস্পৰে পৰস্পৰৰ কাপোৰ-কানি টানি আজুৰি খুলিছে আৰু দস্তুৰমত যৌনকাৰ্যত প্ৰবৃত্ত হৈছে। মোৰ মূৰৰপৰা ভৰিলৈকে ভৰিৰপৰা মূৰলৈকে গৰম অনুভূতি এটা উঠিছে-নামিছে, নামিছে-উঠিছে আৰু গোটেই গাটোত চোৰাত পাত কোবাই দিয়াৰ দৰে লাগিছে—বিজ-বিজাইছে, খজু-ৱাইছে। এসময়ত মোৰ চকু দুটা ইমানেই পুৰিবলৈ ধৰিলে যেন পকাজলকীয়াৰ ৰসহে চকুত টোপা টোপে কোনোবাই ঢালি দিছে। কিবা এটা ভয় খাই মই বহাৰ পৰা উঠি দৌৰ মাৰিলোঁ। মই পাছলৈ নোচোৱাকৈ দৌৰিবলৈ ধৰিলোঁ। হামখুৰি খাই পৰিব খুজিও

মই ৰোৱা নাই। মোৰ এনে এটা ধাৰণা হ'ল যেন মই ৰ'লেই সেই ড্ৰাগছ সেৱন কৰি মুক্ত যৌনকাৰ্যত লিপ্ত হোৱা ডেকা-গাভৰুজাকে মোক হাতীয়ে কলগছ চোবাই খোৱাৰ দৰে এফালৰপৰা চোবাই যাব। এই ভয়টোৱে মোক বতাহে পালতৰা নৌকা ঠেলি নিয়াৰদৰে ঠেলি নিবলৈ ধৰিলে। মই দৌৰিবলৈ ধৰিলোঁ।

বাৰ বছৰ দিনধৰি দৌৰিছোঁ। বাৰ বছৰে এ যুগ। এ যুগ কাল মই দৌৰিছোঁ কেৱল জীয়াই থাকিবৰ কাৰণে। দৌৰি দৌৰি মই মন্ত্ৰীৰ ওচৰলৈ গৈছোঁ, এম্. এল. এ-ৰ ওচৰলৈ গৈছোঁ, দালালৰ ওচৰলৈ গৈছোঁ, পঞ্চায়তৰ সভাপতি, কাউন্সিলাৰৰ ওচৰলৈ গৈছোঁ, ডি. চি-ৰ ওচৰলৈ গৈছোঁ, এছ. ডি. চি-ৰ ওচৰলৈ গৈছোঁ আৰু ক'বলৈ গ'লে সকলোৱে মোক গোৰ মাৰি দিছে যেন মোক গোৰটো নমৰাহ'লে তেওঁলোকে গ'ল খোৱাৰপৰা বলটো বচাব নোৱাৰিলেহেঁতেন। মই মুখ ঠেকেচা খাই পৰিছোঁ কথমপি মুৰটো ভঙাৰ পাছত সেপ্ গিলোতে লুণীয়া সোৱাদ এটা অনুভৱ কৰিছোঁ। তাৰ মানে নিশ্চয় মোৰ মুখত মুখৰ ভিতৰৰ পৰা দাঁতৰ গুৰিৰপৰা ওলোৱা তেজৰেই সেইটো স্বাদ। মোৰ জিভা কামোৰ খোৱাৰ তেজৰ সোৱাদ। চাৰিওফালে তেওঁলোকৰ আশে-পাশে তেনেদৰে পৰি থকা মোৰ নিচিনা অলেখক দেখা পালোঁ। তাইক দেখিলো, ৰুণাক দেখিলো আৰু যে কিমান! অৰ্জুনে বিশ্বৰূপ দেখোতে যেনেকৈ মহাপ্ৰলয়ৰ দৃশ্যও দেখা পাইছিল ঠিক যেন তেনেকৈ ময়ো সেই দৃশ্যবোৰকে দেখি আছোঁ। আজিকালি মই ক'তো ৰ'ব নোৱাৰা হ'লোঁ। অকণমানপৰ ক'ৰবাত ৰ'ম বুলি ভাবিলেও এই গেজেপনি মৰা হাবিৰ ভিতৰত মই মোৰ দেউতা, মা, দাদা আৰু ভণ্টিজনীক দৌৰি অহা দেখিবলৈ পাওঁ। মোৰ পাছে পাছে সিহঁতবোৰো কিয় দৌৰিছে? নে সিহঁতে মোক অনুসৰণ কৰি মোক লগ ধৰিবৰ কাৰণেই দৌৰিছে।

এনেকৈ দৌৰি ফুৰোতে মই এবাৰ খুন্দা খাই বৈ গ'লোঁ। বৈ গ'লো মানে কথমপিহে মুখ ঠেকেচা খাই নপৰাকৈ ৰ'লো।

দেখিলোঁ মোৰ বয়সৰ আৰু মোতকৈ সৰু তিনিটা ডেকা মোৰ সন্মুখত। সিহঁতলৈ চাই মই ভয় খাই গ'লোঁ। সিহঁতৰ চকুবোৰ যেন চকু নহয় একোটা একোটা আধাপকা জলকীয়াহে চকুবোৰৰ ঠাইত লগাই থোৱা আছে। সিহঁতৰ সন্মুখত মই মেকুৰীৰ গোন্ধ পোৱা নিগনিৰ দৰে কোচ-মোচ খাই ৰ'লোঁ। সিহঁতে মোক সুধিলে, "তুমি এনেকৈ হাবিৰ মাজত দৌৰিছা কিয় ?"

—মই জীয়াই থাকিবলৈ দৌৰিছোঁ। আৰু মই প্ৰথমে দৌৰিবলৈ আৰম্ভ কৰোঁতে এইখন ইমান গভীৰ হাবি নাছিল। পিছত কেনেবাকৈ মই গম নোপোৱাকৈয়ে এইখন হাবি হৈ গ'ল বা কোনোবাই হাবি কৰি দিলে অথবা মই নিজেই গম নোপোৱাকৈ হাবিৰ মাজত সোমাই পৰিলোঁ। বৰ ভয়ে ভয়ে কথাকেটা কৈ মই সিহঁতকেটালৈ চাই আছোঁ।

—এনেকৈ দৌৰি দৌৰি তুমি এই অটব্য অৰণ্যৰপৰা ওলাই যাব পাৰিম বুলি ভাবিছানে ? হাবিৰ মাজতে তুমি দৌৰি দৌৰি শেষ হৈ নাযাবানে ? মই ক'ব নোৱাৰোঁ ; কিন্তু মই নদৌৰি কি কৰিব পাৰোঁ। মইতো এনেয়ে পগলাৰ দৰে দৌৰি ফুৰা নাই ; মই কিবা এটা বিচাৰিহে দৌৰিছোঁ।

—ঠিকেই তুমি পগলাৰ দৰে দৌৰা নাই—কিন্তু তুমি যে দৌৰি ফুৰোতে ফুৰোতে পগলা হৈ গৈছা খবৰ আছেনে ? আৰু এনেকৈ দৌৰি দৌৰি এই হাবিৰ মাজত কিবা পাবানে ? দিনে দিনে যে হাবিখন ডাঠ হৈ গৈছে তাৰ খবৰ ৰাখিছানে ? গম পাইছানে ?

—গম পাইছো—গম পাইছো। আগতে দিনটোত বহুত দৌৰিব পাৰিছিলোঁ। কিন্তু আজিকালি সিমান দৌৰিব নোৱাৰো। তেতিয়াই বুজিব পাৰিছো যে দিনক দিনে এই হাবিখন বেছি ডাঠ বেছি গভীৰ হৈ গৈছে। পিছে তোমালোকনো এই হাবিৰ মাজত কিয় ? তোমালোকো মোৰদৰে দৌৰি ফুৰিছানেকি ?" বৰ সাহস গোটাই মই ল'ৰাকেটাক প্ৰশ্ন কৰিলোঁ আৰু একেই সাহসেৰেই

সিহঁতৰ ৰঙা চকুবোৰলৈ চাই থাকিলোঁ।—"আমিও দৌৰিছোৰেই ক'বলৈ গ'লে ; পিছে হাবিখন পাৰ হ'বলৈ দৌৰা নাই। আমি হাবিখন কাটি চাফা কৰিবলৈহে দৌৰিছোঁ। আৰু সেয়েহে তোমাক কব খুজিছোঁ যে এনেকৈ দৌৰি ফুৰা লাভ নাই ; আমি আটায়ে মিলি এই হাবিখন কাটি চাফা কৰিব লাগে।" তেওঁলোকৰ কথা শেষ হ'ল কি নহ'লেই মই তেওঁলোকক চিনি পালোঁ আৰু ক'ব নোৱাৰা-কৈয়ে মোৰ মুখত ব্যঙ্গ হাঁহি এটাই ওলোমা বাদুলী দিলে। কি সাহসত ক'ব নোৱাৰোঁ মই অকণো বিলম্ব নকৰি চিধাই কৈয়েই দিলোঁ, "তোমালোকৰ কথাত সংজাত নাই : বোধহয় এয়াও তোমালোকৰ অভিনয়হে। তোমালোকে হাবি চাফা কৰিবলৈ হাবিৰ মাজত সোমাই আছোঁ বুলি কৈছা যদিও তোমালোকৰ বহুতকে দেখোন মই মাৰুতী, হিৰ'হুন্দাত মন্ত্ৰী এম্. এল. এ-ৰ পয়োভৰেৰে ৰাজপথত ঘূৰি ফুৰা দেখিছোঁ। চাউলৰ চুৰিকাৰ্যত, ড্ৰাগছ ব্যৱসায়ত. মাৰোৱাৰীৰ গাড়ীত, ডাঙৰ ডাঙৰ চাকৰিয়ালৰ, ডাঙৰ ডাঙৰ চোৰাং ব্যৱসায়ীৰ দ্ৰয়িংৰুমত দেখোন তোমালোকৰ লগৰে বহুতক মই দেখি আছোঁ! বহুতক দেখোন বিদেশী বেঙকৰ ধনৰ চন্দুকৰ ওচৰত ধনগুলৈ হৈ ৰখীয়া হৈ থকাও দেখিছো। বহুতক সদ্যবিবাহিতা স্ত্ৰীৰ বাহুবন্ধনীৰ মাজত দেখিছো দেখোন। সেই সকলেও জানো এনেকৈ হাবিখন চাফা কৰিম বুলি কোৱা নাছিল।" কৈ মই কিছুসময় তেওঁলোকৰ প্ৰতিক্ৰিয়া বুজিবৰ বাবে চেষ্টা কৰি নিৰৱে ৰ'লোঁ।

—ক'ব পাৰা, গণতান্ত্ৰিক অধিকাৰ আছে বাবে বিশেষতঃ আমি গণতন্ত্ৰত বিশ্বাস কৰোঁ বাবে তুমি ক'ব পাৰা ; আমি শুনি যাম বুলি" আৰু কিবা ক'ব খোজোতেই হঠাৎ চিঞৰ এটা শুনি আমি স্তব্ধ হৈ গ'লোঁ। খুব সন্তৰ্পণে আমি চিঞৰটো অনুসৰণ কৰি আগবাঢ়িলোঁ। দৃশ্যটোত আমাৰ চকু থৰ হৈ গ'ল। প্ৰায় সত্তৰৰ ওচৰ চপা বৃদ্ধ এজনক তেওঁলোকৰ নিচিনা চাৰিটাই চাৰিউফালৰ পৰা অত্যাচাৰ কৰিছে। কেৱল আন্দাৰওৱেৰটো

গাত ৰখা বুঢ়াক সিহঁতকেটাই জ্বলা চুৰুটৰ জুই লগাই দিছে। সেইবোৰ কৰি থাকোঁতে সিহঁতে উচ্চস্বৰে কৈ আছিল, আৰু লিখিবিনে? আমাৰ বিষয়ে মিছা কথা আৰু লিখিবিনে? চালা প্ৰতিক্ৰিয়াশীল প্ৰতিবিপ্লৱী বুঢ়া।

—লিখিম, লিখিম। মই সঁচা কথা কৈছোঁ। মই যেনেকৈ সঁচা কথা সকলোৰে জনাকৈ লিখিছোঁ যদি মিছা হয় তোমালোকেও তেনেকৈ যুক্তিৰে লিখি সদৰী কৰি দিয়া নাই কিয়? তাকে নকৰি মোক অত্যাচাৰ কৰিছা। ভাবিছানে মোক হত্যা কৰি তোমালোকে নিস্তাৰ পাবা বুলি! মোৰ নিচিনা বুঢ়া এটাকহে মাৰিবা ৰক্তবীজৰ দৰে মোৰপৰা এহেজাৰ প্ৰতিবাদী সত্তাৰ জন্ম হ'ব তেতিয়া কিমান মাৰিবা" বুলি বুঢ়াটোৱে কথাষাৰ কৈ শেষ নকৰিলেই সিহঁত বুঢ়াৰ ওপৰত জঁপিয়াই পৰিল। আমি চকু জপাই দিলোঁ। মোৰ লগত অহা তিনিটাই মোক ভয়তে খামোচ মাৰি ধৰিলে। মৰাগৰুৰ দৰে বুঢ়াটোক চোচোৰাই নিয়া দেখি মোৰ লগত থকা তিনিটাই মোক খামোচ মাৰি ধৰিলে আৰু অসহায় চাৱনিৰে তেওঁলোকে মোৰফালে চাবলৈ ধৰিলে। বৰ তৃপ্তিৰে মুখৰ ভিতৰত চুপি থকা মৰ্টন এটা সম্মুখৰ বোকা এসোপাত পৰি গ'লে শিশুটোৰ যিটো চাৱনি হয় এওঁলোক তিনিটায়ো সেই চাৱনিৰে মোৰফালে চালে আৰু একেলগে তিনিওটাই হুমুনিয়াহ চাৰি মোক এৰি দি প্ৰথমে দুখোজমান লাহে লাহে দি পিছত হাবিৰ মাজত দৌৰি পলাবলৈ ধৰিলে। তেতিয়াহে মোৰ উপলব্ধি হ'ল যে হাবি চাফা কৰিবলৈ অহা তেওঁলোক এতিয়া নিজেই গভীৰ হাবিৰ মাজত অন্ধকাৰত নিজেই নিজকে নেদেখা হ'ল। আৰু ময়ো বুজিপালোঁ যে মিছাকৈ বহুতপৰ মই তেওঁলোকৰ লগত বৈ সময় খৰচ কৰিলোঁ। ছয়ত্ৰিশ বছৰ হ'বলৈ মোৰ আৰু বেছিদিন নাই। ছয়ত্ৰিশ বছৰলৈকে মই দৌৰিবই লাগিব। দৌৰি দৌৰি গৈ কিবা এটা খামোচমাৰি ধৰিবই লাগিব। নহ'লে নিস্তাৰ নাই। কথাটো ভবাৰ লগে লগে মই পুনৰ দৌৰিবলৈ ধৰিলোঁ।

মোৰ গোটেই গাতে হাবিৰ মাজত থকা অপৰিচিত কাঁইটীয়া গছৰ আচোৰে তেজ উলিয়াই দিছে মোৰ ভৰিৰ তলুৱা দুখন হুলে বিন্ধি থকা-সৰকা কৰিছে। মই খোজ দিব পৰা নাই। বিষত মই চেঁচালুটি পাৰিবলৈ ধৰিছোঁ; তথাচ মই দৌৰিছোঁ। মই দৌৰিছোঁ। মই কেবাটাও কাৰণত ৰ'ব নোৱাৰোঁ। ৰ'লেই পিছে পিছে দৌৰি অহা মোৰ দেউতা, মোৰ মা, মোৰ দাদা, মোৰ ভনীজনীয়ে মোক লগ পাবহি। যদিহে মোক লগ পাই তেওঁলোকে সোধে বোলে তই যে কাপুৰুষৰ দৰে দৌৰি ফুৰিছ কিবা লাভ হৈছেনে, হব'নে? ডেকামানুহ তই পেটৰ ভোক সহ্য কৰিব পাৰিছা কিন্তু আমি নোৱাৰা হৈছোঁ। দেখা নাই আমি বমি কৰিবলৈ ধৰিছোঁ। আমাৰ বমিত সেউজীয়া পানীহে ওলাইছে যাৰ সোৱাদ তিতা। সেইবাবে মোৰ ভাগৰ লাগিলেও মই ৰ'ব নোৱাৰোঁ।

এনেকৈ দৌৰি ফুৰোতে বহুত বহুত নতুন উপলব্ধি হৈছে। মই বহুত বহুত নাশুনা-নাশ্ৰুত দৃশ্য দেখিবলৈ ধৰিছোঁ। বহুত নতুন নতুন কথা চিন্তা কৰিবলৈ শিকিছোঁ। সেই আধাপকা জলকীয়াৰ ৰঙৰ চকুৰ ল'ৰাকেইটাই কৈ যোৱা কথাটোতো মিছা নহয়। মই বা আমি প্ৰথম খোজ দিওতে এইখনতো হাবি নাছিল। লাহে লাহে আমিও দৌৰিবলৈ আৰম্ভ কৰিলোঁ আৰু হাবিখনো গহীন হৈ যাবলৈ ধৰিলে, ডাঠ হৈ যাবলৈ ধৰিলে এনেকি ইমানেই গেজেপনি মৰা ডাঠ হাবি হ'ল যে কেনিও ক'তো সূৰ্যৰ পোহৰৰ ৰেঙনি এটাও হাবিখনৰ মাজত নপৰা হ'ল। আৰু সেইবাবেই বোধহয় প্ৰতি-খোজতে উজুতি মাৰিছোঁ; মুখ ঠেকেচা খাই পৰিছোঁ। এই ভেদ কৰিব নোৱাৰা হাবিখন আপোনা-আপুনি গজিছেনে নাই একো তৎ ধৰিব পৰা নাই। তাহানি দেউতাহঁতৰ দিনত যেতিয়া স্বাধীনতা আনিছিল যেতিয়া মহাত্মা গান্ধীয়ে ৰামৰাজ্যখন স্থাপন কৰিছোঁ বুলি কৈছিল তেতিয়া বাৰু তেওঁলোকে এই অভেদ্য হাবিখনৰ কথা ভাবিব পাৰিছিলনে? এইখন অৰণ্য নহয় হাবিহে। অৰণ্যত এটা শৃংখলা আছে, অৰণ্যত কাব্য আছে,

ছন্দ আছে, হাবিত নাই। হাবিত কোনো নীতি-নিয়ম-শৃংখলা নাই।

আসনবোৰ ইমান উজ্জ্বল আৰু ওখ হৈ হৈ গৈছে যে হাবিৰ মাজৰ পৰাই সেই ওখ আসনবোৰ আমাৰ চকুত পৰিছে, নাচাওঁ বুলিলেও তাৰ চিক্‌মিকনিয়ে আমাৰ চকু মেলিব নোৱাৰাকৈ ছাঁটমাৰি ধৰিছে। প্ৰতি পাঁচ বছৰৰ মূৰে মূৰে সেইবোৰ আসনত মানুহৰ আকৃতিৰ ফেটীসাপ এসোপাই কুণ্ডলী পকাই বহি নিজৰ ফণাবোৰ মেলি বিষবাষ্প বিয়পাই গোটেই বায়ু বিষাক্ত কৰি দিছে। আমি উশাহ ললেও মূৰত ধৰিছে। সিহঁতৰ বয়সবো চিন নাই। পঁচিশ-ত্ৰিশৰ পৰা আৰম্ভ কৰি ষাঠি-সত্তৰ, আশীলৈকে বয়সীয়া সেই ফণাধৰবোৰ। সিহঁতে অক্ষয়-আয়ুস লাভ কৰি আহিছে। সিহঁতে মুখেৰে দেৱভাষা কৈছে। সিহঁতে পান কৰে অমৃত এৰি দিয়ে হলাহল। বৈৰী কৃষ্ণৰ ছাঁ অহৰহ কংসই দেখি থকাৰ দৰে সিহঁতে আমাৰ চাৰিওফালে সিহঁতৰ ফণাবোৰ প্ৰসাৰিত কৰি আৱৰি পেলাইছে।

এইমাত্ৰ মোৰ একুৰি ষোল বছৰ পূৰ্ণ হ'ল। মই আৰু দৌৰিব নোৱাৰা হৈছোঁ বা দৌৰি একো লাভ নাই। বাঁহ ভাঙি দিয়া আমৰলি পৰুৱাৰ দৰে মেৰদৰে সহস্ৰ মই আৰু তাইহঁত এই হাবিৰ মাজত দৌৰি দৌৰি ভাগৰি পৰিছে; মুখ ঠেকেচা খাই পৰিছে; মুখেদি তেজ ওলাইছে। তেনেহ'লে আমি আৰু বৃথাই দৌৰিয়েই থাকিমনে? ইমানদিনে আমাক দৌৰাই দৌৰাই সিহঁতে ক্লান্ত শ্ৰান্ত কৰিলে যেন ডেউকা দুখন ভাগি পৰিথকা চৰাইহে। টপ্‌ টপাই আছোঁ উঠিব পৰা নাই।

আমি চিএৰোঁ। পৰি থকাৰে পৰাই আমি চিএৰোঁ। কোনেও আৰু আহি আমাক গিলি পেলোৱা এই গেজেপনি মৰা হাবিখন কাটি কুটি চাফাকৰি নিদিয়েহি। কোনোবাই যদি চাফা কৰিবলৈ বুলি কৈ আহিছেও শেষত তেওঁলোকেই হাবিৰ গৰ্ভত লুপ্ত হৈছে।

ৰাৰণে ডেউকা কাটি দিয়া জটায়ুৰ দৰে মই চিঞৰিবলৈ আৰম্ভ কৰিছোঁ। মই এতিয়া চিঞৰিছোঁ। কি আচৰিত কথা মই ইমানদিনে গমেই পোৱা নাছিলোঁ বা প্ৰমাণো চোৱা নাছিলোঁ ৰা দুৰ্বলতাৰ বাবেই হওঁক বা ভয়ৰ বাবেই হওঁক মই চিঞৰি চোৱা নাছিলোঁ। মোৰ কণ্ঠত ইমান জোৰনে গোটেই হাবিখন জন্জনাই গ'ল মোৰ চিঞৰত। ইমান চিঞৰ! একেলগে ইমান চিঞৰ গোট খালে শব্দৰ ধ্বনিত দেখোন ধৰণী কম্পমান হ'ব।

আগ্নেয়গিৰিৰ পৰা নিৰ্গত হোৱা লাভা আৰু ধোঁৱাৰদৰে আমাৰ চিঞৰবোৰ কুন্দলী পকাই যেন ওপৰলৈ উঠিছে আৰু মনৰ উৎসাহতে, তীব্ৰ আশাত চিঞৰি থাকোঁতে দেখিলোঁ মোৰ মূৰৰ চাৰিওফালে বন্দুকৰ নলী। আগতে হোৱা হ'লে এই বন্দুকৰ নলী দেখি দেখি দৌৰ মাৰিলোঁহেঁতেন। কিন্তু কি হৈছে ক'ব নোৱাৰো এতিয়া বন্দুকৰ নলীবোৰ দেখি মই উত্তেজনাত যেন ফাটি পৰিব খুজিছোঁ আৰু সেই উত্তেজনাতে যেন আকাশ বিদীৰ্ণ কৰা চিঞৰ মাৰিছোঁ। আমাৰ কণ্ঠৰ স্বৰধ্বনিত বন্দুকৰ শব্দ নিঃচিহ্ন হ'বই হ'ব। এই বন্দুক কাৰ বন্দুক? কাৰ হাতত কোনে তুলি দিছে এই বন্দুক? বন্দুকৰ শব্দত কণ্ঠ স্তব্ধ নহয় কণ্ঠৰ ধ্বনিতহে বন্দুকৰ খাৰ সেমেকি যাব।

তাৰ পাছত আমি সকলোৱে চিঞৰিবলৈ ধৰিছোঁ। হাবিৰ মাজৰ চিঞৰ চতুৰ্দিশে প্ৰতিধ্বনিত হয়। আমি চিঞৰিছোঁ। শুনিছহঁতনে আমাৰ চিঞৰ? কঁপিছেনে তহঁতৰ বুকু? মই আমি হৈ গ'লোঁ আৰু আমি দৌৰিবলৈ এৰি এয়া চিঞৰিবলৈ ধৰিছোঁ।

---

## সর্বতিকাল

### শিক্ষিতা গাভৰুৰ
### আত্মহত্যানে হত্যা
### ( নিজা বাতৰি দিওঁতা )

কুমাৰপুৰ ঃ যোৱা ১৭ ডিচেম্বৰ তাৰিখে নিচেই পুৱাতে সুৱাগমনি নগৰৰ পৰা সাত কিলোমিটাৰ আঁতৰৰ কুমাপুৰ গাৱঁৰ শ্ৰীভদ্ৰেশ্বৰ গগৈ নামৰ কৃষক এজনৰ ঘৰৰ সমুখৰ পানীখোৱা পুখুৰীত তেওঁৰেই জীয়েক শ্ৰীমতী চন্দ্ৰা গগৈৰ মৃতদেহ উদ্ধাৰ কৰা হয়। শ্ৰীচন্দ্ৰা গগৈ এগৰাকী কলা বিভাগৰ স্নাতক আৰু তেওঁৰ বয়স একুৰি তিনি বছৰ হৈছিল। তেওঁ স্থানীয় গণ-সংগ্ৰাম পৰিষদৰ মহিলা শাখাৰ সম্পাদিকা আছিল।

ঘটনাৰ বিৱৰণীত প্ৰকাশ যে শ্ৰীমতী চন্দ্ৰা গগৈৰ বাপেক এজন দুখীয়া খেতিয়ক। চন্দ্ৰা গগৈকে ধৰি তেওঁৰ ল'ৰা-ছোৱালী সাতোটা। ডাঙৰটো ল'ৰা বিনোদ গগৈ ১৯৮৩ চনৰ অবৈধ নিৰ্বাচনৰ প্ৰতিৰোধ সংগ্ৰামত লিপ্ত হৈ পুলিচৰ গুলীত নিহত হয়। ঘটনাৰ তিনিদিনৰ আগতে চন্দ্ৰাগগৈ জানখন্দা এম ই স্কুলৰ সহকাৰী শিক্ষয়িত্ৰীৰ পদ এটাৰ বাবে ইণ্টাৰভিউ দিবৰ কাৰণে ইয়াৰ পৰা কুৰি মাইল আঁতৰৰ এখন নগৰৰ ডাক বঙলালৈ গৈছিল। একে দিনাই ঘূৰি আহিবলগীয়া চন্দ্ৰা দুদিনতো ঘূৰি নহাত পিতৃ-মাতৃ চিন্তাত পৰিল। ইণ্টাৰভিউত পলম হোৱা বাবে প্ৰথম দিনা আহিব নোৱাৰি নগৰতে থকা সম্বন্ধীয়া মোমায়েকৰ ঘৰত থাকিল বুলি ভাবিলেও দ্বিতীয় দিনাও নহা দেখি গাৱঁৰে দদায়েকৰ পুতেক গুলচ গোহাঁই নামৰ ল'ৰাজনে গৈ নগৰত খবৰ কৰি জানিব পাৰিলে যে চন্দ্ৰা মোমায়েকৰ ঘৰলৈ যোৱাই নাই। ১৭

ডিচেম্বৰৰ পৰা কুমাৰ পুৰৰ পৰা ছয় কিলোমিটাৰ আঁতৰত থকা ৰেল ষ্টেছনলৈ যাবলৈ ওলোৱা চন্দ্ৰৰাীৰে বীৰেণ দত্ত নামৰ এজন লোকে ভদ্ৰেশ্বৰ গগৈৰ দুৱাৰ মুখৰ পুখুৰীটোৰ দলঙতে এটা হাত মোনা পৰি থকা দেখি সন্দেহ ক্ৰমে দলঙলৈ নামি গৈ তেওঁ মানুহ দুনুহ চিঞৰিবলৈ ধৰে। মানুহ গোট খোৱাত আৰু সেই হাত মোনাটো চন্দ্ৰাৰেই বুলি ঘৰৰ মানুহে কোৱাত পুখুৰীত নামি চলাথ কৰাত চন্দ্ৰাৰ মৃত দেহ পোৱা হয়।

মৃতদেহ পোৱাৰ পাচত স্হানীয় আৰক্ষী থানাত খবৰ দিয়া হয়। মৃত চন্দ্ৰাৰ গাল, ডিঙি আৰু বুকুত দাঁতৰ দাগ স্পষ্ট হৈ আছে আৰু তালৈ চাই এইটো এটা হত্যাকাণ্ড বুলি ঠাৱৰ কৰা হৈছে। স্হানীয় ৰাইজ এই সিদ্ধান্তত উপনীত হৈছে যে গাভৰু গৰাকীক কোনোবাই বলাৎকাৰ কৰিছে আৰু তাৰ পিচত হত্যা কৰি দায় সাৰিবৰ কাৰণে আত্মহত্যা বুলি প্ৰমাণ কৰিবলৈ পানীত পেলাই থোৱা হৈছে।

যথেষ্ট পলমকৈ আৰক্ষী বিভাগৰ লোক আহে যদিও তেওঁলোকৰ কোনো তৎপৰতা নেদেখি স্হানীয় ৰাইজ স্তম্ভিত হৈছে। শটো মৰণোত্তৰ পৰীক্ষাৰ বাবে চিভিল হস্পিতাললৈ প্ৰেৰণ কৰা হয় যদিও এই বাৰ্তাৰি প্ৰেৰণ কৰাৰ পৰলৈকে মৰণোত্তৰ ৰিপ'ৰ্টৰ একো সম্ভেদ আৰক্ষী বিভাগৰ পৰা আদায় কৰিব পৰা নাই। পুলিচৰ কোনো তৎপৰতা নেদেখি স্হানীয় ৰাইজ ক্ষুব্ধ হৈ পৰিছে আৰু ৰাইজে প্ৰশ্ন কৰিছে যে আৰক্ষীলোকে হত্যাকাৰীৰ পক্ষহে গ্ৰহণ কৰিছে।

উদ্যোগী সৰবৰহী, শিক্ষিতা,সৎচৰিত্ৰা, সংগ্ৰামীগাভৰু শ্ৰীমতী চন্দ্ৰা গগৈৰ মৃত্যুত অঞ্চলটোত শোকৰ ছাঁ পৰিছে। এই ঘটনাৰ উচিত বিচাৰ কৰি দোষিক শাস্তি বিহা নহ'লে ৰাইজে সংগ্ৰামৰ পথ ল'ব বুলি জৰুৰী সভাত সিদ্ধান্ত গ্ৰহণ কৰি মহকুমাধিপতি তথা আৰক্ষী অধীক্ষকক জনাই দিয়া হৈছে। ইয়াৰ প্ৰতিলিপি চৰকাৰৰ গৃহদপ্তৰলৈকো প্ৰেৰণ কৰা হৈছে।

[ সম্পাদকৰ টোকা : চন্দ্ৰা গগৈৰ আত্মহত্যানে হত্যা মৃত্যু-শীৰ্ষক অধিক তদন্ত প্ৰতিবেদন আনাৰ নিজা বাতৰি দিওঁতাৰ দ্বাৰা যুগুতে কৰাই এই কাকততে পৰৱৰ্তী কোনো এটা সংখ্যাত প্ৰকাশ কৰা হ'ব। বৰ্তমানে আমাৰ নিজা বাতৰি দিওঁতাই প্ৰতিবেদন প্ৰস্তুত কৰিবলৈ নিজাকৈ তথ্য সংগ্ৰহ কৰাত ব্যস্ত আছে। ]

নবকান্ত দেৱ গোস্বামী উচ্চ মাধ্যমিক বিদ্যালয়ৰ শিক্ষক কমন ৰুমত যুগবাণী নামৰ বাতৰি কাকতখন টনা-আজোৰা লাগিল। সহকাৰী শিক্ষক গৌৰৱ কলিতাই নিজৰখন কাকততে আদিৰ পৰা অন্তলৈকে ওপৰে ওপৰে এবাৰ চকু ফুৰাই চামৰাৰ পুৰণা হাত মোনাটোত জাপি কুচি ভৰাই থলে। তেওঁ বাতৰি কাকত স্কুলত নপঢ়ে। বিয়লি ঘৰলৈ গৈ চাহ-তাহ খাই বাৰাণ্ডাৰ চকীখনত বহিহে মনোযোগেৰে পঢ়ে। গৌৰৱ কলিতাৰ ঘৰলৈ সৰ্বমুঠ দৈনিক সাপ্তাহিক মিলাই আঠখন বাতৰি কাকত আনে। তাৰ মাজতে দুখন ইংৰাজী আৰু এখন বাঙালীও আছে। তেওঁ মাহেকটোত ইংৰাজী অসমীয়া বাঙালী মিলাই দহখনমান আলোচনীও আনে। তাৰে তেওঁ এখন সাপ্তাহিক আৰু তিনিখন দৈনিক কাকতৰ নিজা বাতৰি দিওঁতা। যুগবাণী নামৰ দৈনিক বাতৰি কাকতত ওলোৱা বাতৰিটোৰ বাবে তেওঁৰ চকুৰ আগতে কমনৰুমত শিক্ষক সকলৰ মাজত স্কুলৰ কাকতখন টনা-আজোৰা লাগিছে। কলিতাই একো কোৱা নাই। তেওঁ হাতত ৰেজিষ্ট্ৰাৰ বহীখন লৈ ক্লাছ নাইনৰ এ চেকছনলৈ ওলাই গ'ল। নিউজটো পঢ়ি হোৱা সকল শিক্ষক নিজ নিজ শ্ৰেণীলৈ গ'ল আৰু যি সকলে তেতিয়াও পঢ়িবলৈ পোৱা নাই তেওঁলোকে ৰেজিষ্টাৰ বহীখন চেপেটা কৰি কাষলতিৰ তলত লৈ বাতৰি কাগজখনত চকু থৈছে।

বিদ্যালয়ত আৰু এজন সাংবাদিক শিক্ষক আছে। তেওঁৰ নাম নোমল শইকীয়া। তেওঁ এখন তিনিদিনীয়া কাকতৰ সাংবাদিক। পিচে তেওঁ আৰু গৌৰৱ কলিতাৰ মাজত বহুত পাৰ্থক্য আছে। গৌৰৱ কলিতাই স্বচক্ষে নেদেখা পৰ্যন্ত বা

চৰজমীন তদন্ত নকৰালৈকে কোনো খবৰ কোনো কাকতলৈ নপঠায়। উপযুক্ত তথ্য, প্ৰমাণ হাতত নপৰালৈকে গৌৰয়ে খবৰ নপঠায়।

কিন্তু নোমল শইকীয়াই আহুকানে পহুকানে শুনিলেই খবৰৰ ঠাইত দীঘল গল্প লিখি কাকতলৈ পঠায়। চৰকাৰী খবৰক নোমলে সদায় আগঠাই দিয়ে সিঁপিনে গৌৰয়ে কিবা চৰকাৰী খবৰ অৰ্থাৎ জন সম্পৰ্কৰক্ষী বিষয়াৰ তৰফৰ পৰা দিয়া খবৰ পঠাবলগীয়া হ'লেও আতি গুৰি মাৰি টিকা-টিপ্পনি দিহে পঠায়। অৰ্থাৎ গৌৰয়ে নগৈ গড় গাৰ'ৰ বাৰ্তাৰ নকয়। গৌৰৱ কলিতাই কাহানিও জয়ঢোলটোক ডম্বৰু কৰা নাই, মেকুৰীক বাঘ বা বাঘক মেকুৰী কৰা নাই, জুৰিক সাগৰ বা কেচুক সাপ কৰা নাই। গৌৰৱ কলিতাই যি বাৰ্তাৰিকে নপঠাওঁক সেই বাৰ্তাৰিৰ সমৰ্থনত প্ৰচুৰ তথ্য আৰু প্ৰমাণ হাতত মজুত ৰাখে। তেওঁক কোনেও ভাবুকি দি আজিলৈকে বাতৰি পঠোৱাব পৰা নাই— অন্যহাতেদি নোমল শইকীয়াক নিজৰ ছাত্ৰই ধমক দিও গোকাট মিছা বাৰ্তাৰি কাকতলৈ পঠোৱাব পাৰে। উদাহৰণস্বৰূপে কেইটামান উদণ্ড পঢ়া শুনা নথকা ফঁপিচ ডেকাই ছাত্ৰ সংস্থাৰ নামত নগৰ-খনত জোৰ-জবৰদস্তী হকে-বিহকে চান্দা তুলি ফুৰি হয় সেই টকাৰে মদ খায় নহয় তাৰে দুই-এজনে স্কুটাৰ মটৰ চাইকেল কিনে। তাকে দেখি আৰু এটা দলে যুৱ দলৰ নামত একেই পন্থাৰে চান্দা তুলি বা অন্যভাষাত ডকাইতি কৰি মোটা মোটা চান্দাৰ টকাৰে একোখিনি কামকে কৰিছে। গৌৰৱ কলিতাই তাৰ ওপৰত ভিত্তি কৰি তেওঁৰ আটাইকেউখন কাকতলৈ বাৰ্তাৰি পঠালে। স্থানীয় ৰাইজ যে অতীষ্ঠ এই খবৰো দিলে। হুলস্থূল লাগিল। তাৰ প্ৰত্যুত্তৰত নোমল শইকীয়াই সেই বাৰ্তাৰি যে ভুৱা আৰু ভিত্তিহীন আৰু আন্দোলন বিৰোধী কোনো প্ৰতিক্ৰিয়াশীল মহলৰ এয়া যে চক্ৰান্ত তাৰ ওপৰত ভিত্তি কৰি নিজৰ তিনিদিনীয়া কাকতত তাৰ খবৰ প্ৰকাশ কৰিলে। তাৰ প্ৰত্যুত্তৰত গৌৰৱ কলিতাই চান্দা তোলোতে দিয়া ৰচিদ পত্ৰৰ

ফটোষ্টেট্‌কপি কাকতত অন্য এটা প্ৰতিবাদৰ বাতৰিত প্ৰকাশ কৰাই দিলে। সেই বাতৰি ওলোৱাৰ লগে লগেই প্ৰকৃত ছাত্ৰ সংস্থাৰ কাৰ্যালয়ৰ পৰা ছাত্ৰ সংস্থাৰ নামত এচাম দুষ্কৃতিকাৰীয়ে জোৰ-জুলুমকৈ চান্দা তোলা কাৰ্যৰ তীব্ৰ নিন্দা কৰি সাৱধান কৰি দিয়া বিবৃতি যেতিয়া কাকতত প্ৰকাশ হ'ল নোমল শইকীয়াই অসুখ বুলি তিনি দিনৰ বাবে কেজুৱেল লীভ লৈ স্কুললৈ নাহিল। সেই নোমল শইকীয়াই এতিয়া উক্ত বাতৰিটোৰ ওপৰত চকু ফুৰাই কাষতে থকা সহকৰ্মী শিক্ষক প্ৰতুল ঠাকুৰক ক'লে "এও আৰু তিলক তাল কৰি ক'ত কোনে ধৰ্ষণ কৰিলে, ক'ত কোনে বলাৎকাৰ কৰিলে তাৰ নিউজ দি বজাৰ গৰম কৰে। ছোৱালীজনীয়ে কিজানি পুখুৰীত জাপ মাৰি দিওঁতে দলঙত ঘহনা খায়ো গাত দাগ লাগিব পাৰে তেওঁ আকৌ তাতে দাঁতৰ দাগ দেখিলে। এইটো লৈয়েই কেইমাহমান বজাৰ গৰম কৰি থাকিব। আমি এইবোৰ নিউজ দিয়াত নাই" বুলি শইকীয়াই বহীখন লৈ ক্লাছ ফাইভৰ কোঠালৈ গ'ল।

সহকৰ্মী কেইজনমানে গৌৰৱ কলিতাক ঘটনাটোৰ সবিশেষ সুধিবলৈ ইচ্ছা কৰিছিল যদিও সাহস নকৰিলে। কাৰণ তেওঁ নোমল শইকীয়াৰ দৰে বাৰ্তাৰ কাকতত ওলোৱা বাতৰিৰ ওপৰত কাকো একো মুখেৰে নকয়। সেই কথাটো সকলোৱে জানেই বাবে গৌৰৱক কোনেও একো সোধা নাই।

নোমল শইকীয়াই ফাইভ বি চেকচনৰ আঢ়ৈ কুৰি ল'ৰাৰ হাজিৰা কৰি ইংৰাজী কবিতাটোৰ 'জেক এণ্ড জিল'ক পাহাৰলৈ তোলাতেই ছেকেণ্ড পিৰিয়েডৰ বেল পৰিলেই। ঘৰত ভালকৈ পঢ়ি আহিবলৈ কৈ শইকীয়া মাষ্টৰ কমন ৰুমলৈ সোমায়েই আৰম্ভ কৰিলে, "আমাৰ সংবাদ পত্ৰবোৰৰো দায়িত্ব আছে। এই ধৰ্ষণ, বলাৎকাৰ ঘোচ লোৱা দুনীতিৰ বাতৰিবোৰ পৰাপক্ষত প্ৰকাশ কৰিব নেলাগে। কাৰণ সেই নিউজবোৰে সৰু সৰু ল'ৰা-

ছোৱালীবোৰৰ মনবোৰ বেয়া কৰে। সিহঁতৰ কৌতূহল হয় জানিবলৈ কি কোৱা প্ৰতুল ?”

—এবাৰো সেইবোৰ নিউজ দিব নালাগে—দিব লাগে বিভিন্ন দলৰ বিভিন্ন সংগঠনৰ নেতাবোৰৰ বিবৃতি। চৰকাৰ বিৰোধী দলৰ কোনো বক্তব্য ছপাব নেলাগে। তাৰ বাহিৰেও তামূল-পূৰত তামোল চোৰৰ ঘিট ঘিটনি, মহাদেৱ কলেজত নৱাগত আদৰণি সভাৰ বাতৰি, কেৰেমীয়া গাৱঁত শ্বহীদ বেদী স্থাপনৰ যো-যা ইত্যাদি। প্ৰতুল ঠাকুৰৰ ঠাইত উত্তৰটো দিলে অন্য এজন শিক্ষক নন্দ বৰাই।—কি, সেইবোৰ নিউজৰ কি কোনো মূল্য নাইনে ? নোমল শইকীয়াই টান মাতেৰে ক'লে।

আছে আছে কেলেই মূল্য নাই। কেৰেমাইত চোৰৰ ঘিট-ঘিটনি নিউজটোত যিহেতু চোৰৰ নাম নাথাকে কোনো বিপদ নাই। চৰকাৰী বাতৰি দিবলৈ হ'লে চৰকাৰী সদস্যৰ নাম থাকে, সন্তুষ্ট হোৱাৰ মূল্য আছে। চৰকাৰ বিৰোধী নিউজ দিবলৈতো আৰু ভাল-কোনো বিপদেই নাই। তাৰ বাহিৰেও তিনিমাহ মানৰ মূৰত নিউজৰ কলম অনুযায়ী পেমেণ্ট হ'ব। গতিকে কেলেই মূল্য নাই। অলপ ৰগৰ কৰি ক'লে সহকৰ্মী শিক্ষক নজৰুলে হুচেইনে। তেনেতে সোমাই আহিল গৌৰৱ কলিতা। তেওঁ হাতৰ পৰা ৰেজিষ্টাৰ বহীখন বেগুদালত থৈ বুটিনখনত চকু ফুৰাওতেই নজৰুলে ক'লে-“এইবোৰ কি বলাংকাৰ-তলাংকাৰৰ নিউজ দিয়েহে কাগজত-মিছামিছিকৈ সৰু সৰু ল'ৰা-ছোৱালীবোৰ বেয়া হ'ব। কাউন্সিলবে স্কুল ঘৰৰ ভেটি স্থাপন কৰাৰ বাতৰি দিব নোৱাৰে। ছাত্ৰ সংস্থাৰ স্থানীয় উপদেষ্টাৰ বিবৃতি ছপাব নোৱাৰে। সমাজখন কলুষিত কৰিবলৈ মিছা-মিছিকৈ এইবোৰ নিউজ কাকতত দিয়ে। নজৰুলৰ কথাত গৌৰৱে হাঁহিলে। নোমল শইকীয়াই খঙতে প্ৰতুল ঠাকুৰক লৈ বাহিৰলৈ গ'ল। নোমল শইকীয়াৰ খংটো যেনেকৈ বেছি ঠিক তেনেকৈও ভয়টোও বৰ প্ৰবল। গতিকে মুখে মুখে ধৰিবলে কোনোবাই মৰিয়াই বুলি তেওঁ মুখৰ

ভিতৰত্তে মোক মোকাই থাকে। মুখেৰে উচ্চবাচ্য একোকে নকৰি সজে সজে আঁতৰি যায়। আৰু সেইটো কথা জানে কাৰণেই লগৰবোৰে তেওঁক কাট মাৰি থাকে।

নোমল শইকীয়াৰ আৰু এটা ভয় আছে। কোনোবাই কিজানি লাগি-ভাগি তেওঁৰ পৰা ৰিপ'ৰ্টাৰৰ বাবটো আঁতৰাই দিয়ে।

কাৰণ নতুন কাগজ কিবা ওলালেই তেওঁক ৰিপ'ৰ্টাৰ পাতিবৰ কাৰণে দৰখাস্ত দিয়ে যদিও নিয়োগ পত্ৰ আছে গৌৰৱ কলিতালৈ। তেতিয়াই তেওঁ গম পাইছে যে ইয়াৰ পৰা কোনোবাই তেওঁৰ এগেইনস্টে কিবা জনায়। তিনিদিনীয়া কাকতখনৰ ৰিপ'ৰ্টাৰ যদি আৰু চাৰিমাহৰ ভিতৰত, মাহে দুহোটা বাতৰি পঠায় ক'ৰবাত এটাহে ওলায় যদিও তাৰ পৰা নোমল শইকীয়াৰ বহুত উপকাৰ হৈছে। কাৰণ যিকোনো মিটিং মাটাং হ'লে য'লৈ মন্ত্ৰী এম্. এল. এ. আদি কৰি ডাঙৰ মানুহবোৰ আহে তাত দুহক দেখুৱাই শাৰী পুৰাই বহিব পাৰে। ৰিপ'ৰ্টাৰ বুলি মানুহৰ পৰা সমীহ আদায় কৰিব পাৰে। তাৰ বাহিৰেও অগম্য ঠাইলৈ অবাধে গমন কৰিব পাৰে।

এতিয়াই এয়া অবৈধ চৰকাৰ বুলি মন্ত্ৰী, এম. এল. এ-ৰ কাষলৈ যোৱাটো নিষেধ যদিও নোমল শইকীয়া যাব পাৰে। ৰাজ্য শিক্ষামন্ত্ৰী গণেশ দত্তৰ ঘৰলৈ নোমল শইকীয়া যায়। অকল যোৱাই নহয় খুলখালীয়েক জনীয়ে ঘৰতে জহৰা ফুকাই বহি আছিল—বহুতে ভিনিহিয়েকৰ ফালৰে বুলিও কয়; বোলে বায়েকৰ ঔশচীয়া ভাত দিবলৈ থাকোতেই ভিনিহিয়েকে বায়েকৰে ভনীয়েক বুলিয়েই অলপ বেছি মৰম কৰিলে, গালেমুৰে বেছি হাত ফুৰালে তাৰ পাচত ইচ্ছা হ'ল; এতিয়া সেইজনী খুলখা-লীয়েকক ৰাজ্য শিক্ষা মন্ত্ৰী গণেশ দত্তৰ দ্বাৰা এটা প্ৰাইমেৰী স্কুলৰ শিক্ষয়িত্ৰীৰ চাকৰি দিয়ালে। চাকৰি কৰি আছে। দৰ্মহা লৈ আছে। তাৰ কাৰণে কিবা টেক্নিকেল কথাও লাগি গণেশ দত্তৰ কোৱাটাৰতে সাতদিনমান থাকিলগৈ। সাতে-সোতৰই

এনেকুৱা বহুত সুবিধাৰ কাৰণেই নোমল শইকীয়াই পঁচিশ বছৰৰ চাকৰিটোতকৈ দহ বছৰ কৰা ৰিপ'র্টাৰৰ পদটো হেৰুৱাবলৈ বৌছি বেয়া পাব। গতিকে যেয়ে যিহকে কওঁক তেওঁ আৰু কাকো মুখ পাতি নধৰে, কওঁক, ঈৰ্ষাতে কয়।

গোৰৰ কলিতাৰ অফ্ পিৰিয়ড। তেওঁ একাষৰীয়াকৈ বহি ডায়েৰীখন উলিয়াই বগা কাগজত কিবা লিখাত লাগিল। তেওঁৰ স্বভাৱটো জানে বাবেই অন্য সহকাৰী কোনোও তেওঁক একো সোধাও নাই আমনিও কৰা নাই। দুকুৰি দুই তিনি বছৰীয়া গোৰৰ কলিতাৰ এটা ব্যক্তিত্ব আছে। এইখন স্কুলত চাকৰিত সোমোৱা তেওঁ বাইশ বছৰ হ'ল। ঘৰৰ পৰা চাৰি কিলোমিটাৰ তেওঁ চাইকেল কৰি আহে। নানান লেঠাত তেওঁ ঘৰৰ পৰা ওলায়ো পুৱা আঠ বজাত আৰু সোমায়গৈয়ো প্ৰায় সাতমান বজাতহে। মানুহটোৱে নোমল শইকীয়াৰ দৰে চেল্ চেলাই নুকুৰে যদিও ৰসিকতা কৰিব জানে। ৰিপ'ৰ্টাৰ বুলি নহয়, সেই ৰসিকতা কৰিব জানে বুলিয়েই সৰ্বস্তৰৰ মানুহৰ তেওঁৰ প্ৰতি আকৰ্ষণ আছে। তেওঁ ৰ'তে বহে ত'তে চাৰিওফালে মানুহে লদা বান্ধে। নোমল শইকীয়াৰ ক্ষেত্ৰত ইয়াৰ ওলোটাটো হয়। নোমলক দেখিলেই মানুহ পলায়। লোকে তেওঁক হাতী বৰুৱা আখ্যা দিয়ে।

অৰ্থাৎ যিজনে বৌছি ব'ৰ কৰে তেওঁৱেই হাতী বৰুৱা। নোমল শইকীয়াই এই সম্ভেদ নাপায়। গোৰৰ কলিতাই সেই সম্ভেদ পায়।

[ দুই ]

গোৰৰ কলিতাৰ ঘৰ পাওঁতেই সবু ছোৱালীজনী শুলেই।

সেয়ে ঘৈণীয়েকে প্ৰায়েই কয় বোলে আপোনাৰ জীয়েকে বাপেক বুলি চিনি নপাবই। ছোৱালী শুই উঠাৰ আগতে ওলায় আৰু শোৱাৰ পাচত সোমায়। এনেকুৱা মানুহক ক'ত বাপেক বুলি চিনি পাব। ডাঙৰটো ল'ৰা অভিলাষ চেভেনত পঢ়ে। পঢ়াত বেয়া নহয় কাৰণে তাক এম্. ই. বৃত্তি দিবৰ বাবে বাছনি কৰিছে। সি পঢ়ি আছে।

গৌৰৱ চাইকেলখন আওজাই থৈ কাপোৰ কানি সলাই টিউ-বেলত মুখ-হাত ধুই আহি চকীত বহি ঘৈণীয়েকে দিয়া চাহকাপ খাবলৈ ধৰিলে। তেওঁ হাতত কাগজখন মেলি লওঁতেই লাইট গ'ল। ঘৈণীয়েক ৰুণুমীয়ে কেৰাহীত তেল দি পাচ পোৰণ দি তেল মাৰিবলৈ লৈছিল। গ'ল লাইট। আন্ধাৰে মুধাৰে ডাইল-খিনি কেৰাহীত বাকি মানুহজনীয়ে বিদ্যুৎ বিভাগৰ চৌদ্ধ পুৰুষ উদ্ধাৰি গালি পাৰি ওলাই আহি খেপিয়াই খেপিয়াই জুই-শলাৰ বাহ বিচাৰিলেহি। ইপিনে অভিলাষে চিঞৰ লগাইছে তাক মম এডাল লাগে।

—এই ৰহ ৰহ, চিঞৰবাখৰ নকৰিবি ; বিচাৰিছে। এইবোৰ হোৱাতকৈ নোহোৱাই ভাল। আভুৱা ভৰা কথা। বাপেৰে বাতৰি লিখিছেহে লিখিছে এইবোৰৰ ওপৰত বাতৰি দিব নোৱাৰে।'' মানুহজনীয়ে জুইশলা কাঠি এটা জ্বলালে।

—দেউতাই নিউজ দিলেই দেশত লাইট নোযোৱাকৈ থাকিব-নেকি ?'' পঢ়াৰ টেবুলৰ পৰা অভিলাষে ক'লে। মাকে একো নক'লে। তাৰ ওচৰত লেম্প এটা জ্বলাই দি মানুহজনীয়ে গিৰি-য়েকৰ ওচৰত মম এডাল জ্বলাই গলা মমৰ টোপাল দি লগাই থব খুজি বাৰে বাৰে ব্যৰ্থ হৈ এইবাৰ মম কোম্পানীক গালি দিয়াত লাগিল ''এইবোৰ কি মম বনাইছে জানো। মম গলি শেষ হ'বগৈ তথাচ লগাব নোৱাৰি। চব ফাকি।'' কথমপি মমডাল লগাই থৈ মানুহজনী আকৌ পাকঘৰলৈ গ'ল।

ন বাজিবৰ হ'ল। নিচেই কমেও দহ বজালৈকে লাইট নাহে আৰু। মমৰ পোহৰত আজিকালি গৌৰৱ কলিতাই লেখাপঢ়া কৰিব নোৱাৰে। জলকতবক লাগে। গাওঁখনলৈ প্ৰথম লাইট আহোতে এদিন গৌৰৱে গাৱঁৰে বুঢ়ী বুদাইমাকক সুধিছিল, ''বোলো বৰবৌ গাৱঁলৈ লাইট আহিল নহয়, তোমাৰ ঘৰত আলিমহৰী ল'ৰাই লাইট লগালেও ; আমি মাষ্টৰেহে লগাব পৰা নাই ; পিচে লাইট আহিলত কেনেকুৱা লাগিছে ?''

—ভালেই লাগিছে। গাওঁ গুচি টাউন হৈছে আৰু বেয়া লাগিবনে।

—পিচে লাইট হ'লত চাগৈ তোমালোকৰ বহুত সুবিধা হৈছে।

—হৈছে হৈছে বহুত সুবিধা হৈছে। সন্ধিয়াতে লাইটৰ পোহৰত পুৰণা লেম চাকিকেটা বিচাৰি খোচাৰি যোগাৰ কৰি থব পাৰি। নহ'লে লাইট গ'লে আৰু খুন্দা-খুন্দলি খাব লাগে।'' বুঢ়ীয়ে উত্তৰ দিলে।

গৌৰৱ কলিতাই বৰুক নিউজ কৰি ''গাৱঁত লাইটৰ পোহৰ'' বুলি বাতৰি এটাও দিছিল। বাতৰিটো ওলোৱাৰ পাচত মানুহে ভালো পাইছিল। পিছে কথা মিছা নহয়।

গাৱঁত লাইট দিয়া মানে ঢোল কোবোৱা। ১৯৯০ চনৰ ভিতৰত দেশৰ সকলোবোৰ গাৱঁতে বিজুলী শক্তিৰ যোগান ধৰা হ'ব। তাৰ অৰ্থ হ'ল কেবাটাও। প্ৰথমতে গাৱঁত বিজুলী শক্তিৰ খুটা পুতিব। ঠিকাদাৰ ব্যৱসায়ীতকৈয়ো মন্ত্ৰীৰ পৰা মহৰীলৈকে ধনী হ'ব। যি কেঘৰে পাৰে ঘৰত লাইট লগাব আৰু সেই লাইটৰ পোহৰত গাৱঁৰ আন্ধাৰবোৰ পলাই ভগা জুপুৰীবোৰত সোমাই আৰু আন্ধাৰ কৰিব। ভাৰতবৰ্ষৰ দুখীয়া শ্ৰেণীৰ শতকৰা অষ্ঠাশী ভাগ মানুহ গাৱঁত থাকে। গতিকে শতকৰা বাৰ ঘৰৰ লাইটৰ পোহৰত উজ্জ্বল হ'ব আৰু শতকৰা চাৰিকুৰি আঠঘৰৰ ঘৰবোৰ আন্ধাৰত সোমাব। সিপিনে চৰকাৰে গান্ধীৰ ৰাম ৰাজ্যত বিজয়ৰ জয়ঢোল বজাব পাৰিব যে সকলোৰ গাৱঁলৈ বিজুলী শক্তি যোগান ধৰা হ'ল। বিশ্বৰ চকুত চমক লাগিব। ভাৰতবৰ্ষত সঁচাকৈয়ে ৰামৰাজ্য হ'ল। কথাটো এনেকুৱা হ'ল যে চাউল আছেনে নাই তাৰ বিচাৰ নাই—কিন্তু সকলোৰে ৰান্ধনী ঘৰত পকা চোকা সাজি দিয়া হ'ল। লাগে সেই চোকাত সপ্তাহত তিনিদিনেই জুই নজ্বলক।

—মাৰ টীনকটোৱে মুৰত লোৱা তেলটোৱে শেষ হ'ল বোলে;

আজি আনিবলৈ কৈ গৈছে।" টেবুলৰ কাগজ পত্ৰ সামৰি সামৰি বুণুমীয়ে ক'লে।

—মুৰত লোৱা তেল নহয় গোন্ধতেল বুলি কোৱা। হাঁহি মাৰি গৌৰবে ক'লে, প্ৰি-ইউনিভাৰ্চিটি পাছ ছোৱালী এজনীয়ে মাই কোৱাদি মুৰত লোৱা তেল বুলি ক'ব লাগেনে ?

পাকঘৰত সোমাই সোমাই মই প্ৰি-ইউনিভাৰ্চিটি যে পাছ কৰিলোঁ পাহৰিলোৱেই। কিবা নিৰক্ষৰ মহিলা যেনহে লাগে ঘৰৰ বেৰত পৰা ৰ'দত এঙাৰেৰে ন-বজাৰ চিন দি থোৱা স্কুলীয়া ল'ৰাৰ মাকৰ দৰে। ইংৰাজী আখৰবোৰ পাহৰিলোৱেই। কেতিয়াবা প্ৰমাণ চাবৰ কাৰণে অভিলাষৰ ইংৰাজী কিতাপখন মেলি চাম বুলি ভাবো সময়েই নাপাওঁ। শব্দৰ অৰ্থটো পাহৰিলোৱেই। সিদিনা সি হাতীত উঠাৰ ইংৰাজী কি বুলি সুধিছে মই মনত পেলাই কব পৰা নাই—পিচত কম বুলি কৈ উদয়াদিত্যক সুধিহে আকৌ আৰেলি কৈছোঁ।

মাৰ মুৰঘূৰণীটো অলপ কমিছেনে ঔষধ খাই ?

—নিজে মাকজনীক দেখা এটা কৰি সুধিবলৈ সময় নাপায়। হোজা বুঢ়ী বাবে অভিমান কৰিব নাজানে—মই হোৱা হ'লে গপ পাতিলোঁহেঁতেন। কমিছে, এতিয়া খাবও পৰা হৈছে। কৈ বুণু ভিতৰলৈ গ'ল। অভিলাষে ভাত দিবলৈ চিঞৰিছে। গৌৰবে টেবুলৰ ঘড়ীটোলৈ চালে চাৰে ন বাজি গ'ল। মাক শুলে চাগৈ। মাক থাকে সৰু ভায়েক গুণেশৰ লগত। ডাঙৰটো ককায়েক অভয়-চীয়াৰ থাকে নগৰত। দুখন টাউনত দুখন ঘৰ। সৰুটো ভায়েক গুণেশৰ চাকৰি-বাকৰি নাই। পুৰা-গধূলি টিউছন কৰে আৰু প্ৰেছ এটাত প্ৰুফ-ৰিডাৰ কৰে। বি. এ. ফেইল। বিয়াৰ আগে আগেই মাকে তিনিওটাকে তিনিখন বাৰী দি বেলেগ কৰি দিলে। গৌৰবে নিজৰ ভাগত পৰা বুপিত মাটি তিনিহালিচা গুণেশকে খাবলৈ দিলে। ডাঙৰটোৱে আকৌ জেঠেৰীয়েকক খাবলৈ দি গ'ল। বাৰীখনত গুণেশৰ জেঠেৰীয়েকে কুঁহিয়াৰ কৰে। মাকে

বোলে মই গুণৰ লগতে থাকো দে। ন-ছোৱালীজনী অকলেনো থাকে কেনেকৈ। তাতে মাকবোৰে সৰুটো পুতেকক এৰিবই নোৱাৰে। থাকিল। ঔষধ পাতি কাপোৰ কানিৰ কিবা দৰকাৰ হ'লে বোৱাৰীয়েক ৰুণুমীক কয়; বোৱাৰীয়েকে পুতেকক কয়, পুতেকে আনি দিয়ে-বোৱাৰীয়েকে শাহুৱেকক চমজাই দিয়ে। এইদৰেই সংসাৰখন চলি আছে। মাজতে মাকৰ মূৰ ঘূৰণি হৈছিল। কোন ডাক্তৰক দেখুৱাব ভাবি থাকোতেই বন্ধু ডাক্তৰ সত্যজ্যোতি দত্ত ডিব্ৰুগড় মেডিকেলৰ পৰা কিবা কাৰণত গুৱা-হাটীলৈ যাওঁতে তেওঁৰ ঘৰতো সোমাই গ'ল। গৌৰৱে মাকক দেখুৱালে। প্ৰেছক্ৰিপছন এখন দি গ'ল সেইমতে দৰৱ খালত এতিয়া ভাল হৈছে। চিকিৎসক হিচাপেও ভাল ডাক্তৰ হিচাপেও ভাল অথচ তেওঁৰ প্ৰমোছন হোৱাই নাই। আজিকালি প্ৰমোছন লোৱাৰ কিটিপ আছে। সত্যই সেই কিটিপ নাজানে।

—হে'ৰা ভাত হ'ল যদি দিয়া; বৰ ভাগৰ লাগিছে। লাইট অহালৈ বাট চাব নালাগে। সেই অনা ডেলে। ধৈণীয়েকক ক'লে।

—অ' দিব খুজিছো; মিনুৱে অকণমান ৰবলৈ কলতহে ৰৈছো; খৰিচা দিয়া কচুৰ আঞ্জা বান্ধিছে হেনো। দুপৰীয়া বোলে দাদাই খাবলৈ নাপালেই।

—অ' তেনেহলে অকণমান ৰোৱাই ভাল।

—সেই কাৰণেহে ৰৈছো। লোকৰ ভাই বোৱাৰীয়েকে বৰ-জনাকৰ কাৰণে খৰিচা দি কচুশাক বনাইছে নৰলে হবনে?

—ছাৰ আছেনে? কোনোবাই বাহিৰত মাত লগালে।

অ' আছো, ৰবা দেই, হেৰা সেই লেম্পটো উলিয়াই আনাচোন, কোনোবা আহিছে বুলি কৈ গৌৰৱ কলিতাই ধৈণীয়েকৰ হাতৰ পৰা লেম্পটো লৈ বাহিৰৰ কোঠালৈ ওলাল। ধৈণীয়েকে চেপা মাতেৰে ক'লে, মাজ ৰাতিখন কোন আহিছে এপৰ বেলা কথা পাতি নাথাকিবা। ভাগৰ লাগিছে।

—অ' তোমালোক আঁহা আঁহা।

—লাইটডালো নাই ইমান দিগদাৰ লাইট গ'লে আৰু আহিবলৈ নাই। আগন্তুকৰ এজনে ক'লে।

—লাইটৰ কথা নকবা আৰু-ক'বলৈ হৈছে আৰু বোলে ঘৰত লাইট আছেনে বোলে আছে। সিমানেই। বাজীগৰু। চৰকাৰৰ সকলোবোৰ কাম-কাজ আচনি বাজীগৰুৰ নিচিনাহে হৈছে। পিছে কোৱাচোন নহা মানুহ ৰাতিখন ক'ৰপৰানো আহিলা?

—ছাৰ আহো বুলি ভাবো পিচে আহিবলৈ সময়েই নাপাও। নানান লেঠাত ঘূৰি ফুৰিব লাগে। গুণীন বোলাটোৱে ক'লে। তাৰ মুখত আধুনিক ডেকা ল'ৰাৰ দৰে নিমজ ক'লা ডাঢ়ি। লগত অহাটোৰ আকৌ লেনিনৰ ছবিত থকা ডাঢ়িৰ দৰে থুতৰিতহে আছে।

—ছাৰৰ ওচৰলৈ আহিবলৈ আমি দুটাই সদায় পাঙো। পিছে সময়হে উলিয়াব নোৱাৰো। থুতৰিত ডাঢ়ি থকাটোৱে ক'লে। গোৰৰ কলিতাই।

সিহঁত দুটালৈ এবাৰ এবাৰ চাই মনতে কিছুমান কথা কুঁহিয়াৰ জুকিওৱাদি জুকিয়াই পেলালো। এই দুটা ল'ৰা অঞ্চলটোৰ স্বয়ম্ভু ছাত্ৰ নেতা আৰু সৰ্বঘৃণনীয়। যদিও মনে মনে সকলোৱেই ঘিণেই কৰে কিন্তু মুখৰ আগত কোনেও বিৰোধিতা নকৰে। আনকি ফুচ্‌ফুচায়ো নকয়। কলেই বিপদ—মাৰ খাব লাগিব, এঘৰীয়া হ'ব লাগিব। চাৰি বছৰীয়া কলেজৰ ক'ৰ্চটো আজি পোন্ধৰ বছৰেও নিচিঙি ছাত্ৰ হৈ আছে। সিঁহত ইমানেই ক্ষমতাশালী নেতা যে কলেজৰ অধ্যক্ষৰ গাড়ীখনো দুদিন তিনি-দিনৰ কাৰণে লৈ যাব পাৰে।

সিহঁত খিয় হ'লে চান্দাৰ পৰিমাণ যিমান দাবী কৰা হয় তাতকৈ দহ টকা বেছি দিয়ে। সিহঁত মদৰ নিচাত শাওণত পতা বহাগী বিদায় অনুষ্ঠানত অতিথি শিল্পীৰ হাতত ধৰি নাচিব পাৰে।

বিহু নাচ ভালুক নাচত পৰিণত হয়। অবৈধ বৰ্জিত মন্ত্ৰীৰ

ঘৰৰ পৰা দিন দুপৰতে ওলাই অহা দেখিলেও সিহঁতক কোনেও একো নকয় বৰঞ্চ সেয়া কৌশল বুলিহে কয়। তেনেকুৱা অবৈধ মন্ত্ৰীৰ পৰা কেৰাচিন তেলৰ ডিপু এটাৰ পাৰ্মিট লৈ সিহঁতে যুক্তি প্ৰদৰ্শন কৰিলে বোলে চলে-বলে-কৌশলেৰে ইহঁতৰ পৰা আদায় কৰিবহে লাগে। ইহঁতৰ কথাও সাধাৰণ মানুহটো বাদেই স্কুল-কলেজৰ শিক্ষক-অধ্যাপকে উঠা-বহা কৰে। বহাগী বিদায়ৰ ডেৰলাখ টকাৰ হিচাপ বা সাহাযাৰ্থে অনা থিয়েটাৰৰ হাজাৰ হাজাৰ টকাৰ হিচাপ চাৰি বছৰেও নিদিলেও ইহঁতক কোনেও একো নকয়। মদ খাবলৈ টকাৰ দৰকাৰ হ'লেই ইহঁতে যি কোনো দোকানত সোমাব পাৰে আৰু চন্দুক খুলি পইচা উলিয়াই আনিব পাৰে। সেই দুটা নেতা পৰেশ আৰু গুনীন আজি এই নিশাখন কিয় আহিল তাক সাংবাদিক গৌৰৱ কলিতাই নুবুজাকৈ নাথাকিল। সিহঁতৰ ৰাজহুৱা সভাত দিয়া উদাত্ত কণ্ঠৰ ভাষণো উল্লেখযোগ্য। এবাৰ ৰাজহুৱা সভাত মাইক্ৰফোনৰ সন্মুখত ডিঙিৰ শিৰ বোন্দাকৈ চুটোমান ফুলাই কৈছিল, "ৰাইজসকল পুলিচৰ 'অতি শয্যা' যদি ইমানতো সহনশীল কৰি থাকো তেনেহলে আমাৰ অসমীয়াজাতিৰ প্ৰৱল অগ্নিগৰ্ভত সলিল সমাধি ঘটিব।" —কোৱাচোন পৰেশ নহা মানুহ আহিলা ৰাতিখন; ভয়হে লাগিছে।

কি কাৰণতনো আহিলা কোৱাচোন।" গৌৰৱ কলিতাই সুধিলে।

—নাই ছাৰ বিশেষ একো নাই; এনেয়েই ওলাই আহিলো। বুলি পৰেশে কৈ নিজৰ গালৰ ডাড়িবোৰৰ ওপৰত হাত ফুৰাই গুনীনলৈ চালে।

—ছাৰ আজিৰ কাগজতয়ে ওলাল নিউজটো বৰ বেয়া লাগে দেই।" গুনীনে ক'লে।

—আজিকালি আৰু মানে কাগজ মেলিবই নোৱাৰি .তেনেকুৱা

নিউজৰে কাগজ ভৰ্তি।" পৰেশে ক'লে। "আমি গৈ খবৰ কৰি আহিলোগৈ ছাৰ"।

—দেশখন বৰ বেয়া হ'ল ছাৰ। আৰু এনেকুৱা নিউজ নিদিলে আজিকালি কাগজো নচলে নহয়।

সেই পূৰ্বদূত নামৰ কাকতখনৰ প্ৰথম পেজতে ছাৰ তেনেকুৱা নিউজ আৰু ছবি দেখিবই। শইকীয়া ছাৰে এদিন মোক বেয়া পালে মই কাগজখন 'আন ষ্টেণ্ডাৰ্ড' বুলি ক'লো।" গুনীনে কৈ গৌৰৱ কলিতাৰ মুখলৈ চালে। গৌৰৱ কলিতাই বৰ্তমানলৈকে একোকে কোৱা নাই যদিও সিহঁতহালৰ নাড়ী-নক্ষত্ৰ মনে মনে টিপি চাই আছে।

—আমি দিয়া নিউজহে মানে ছাৰে কাকতলৈ নপঠায়।" পৰেশে অভিমান কৰিলে। অলপ তিক্ততাৰ ফৰমাইচী হাঁহি এটা মাৰি গৌৰৱ কলিতাই ক'লে, "মইটো আৰু বিবৃতি নপঠাওঁ জানাহঁতেই তোমালোকে।"

—ছাৰ, ঘটনাটোত বাবু কোন কোন আছে অকণমান ক'ব-নেকি?" গুনীনৰ কথা সোধাৰ ধৰণটো আৰু প্ৰতিটো কথাৰ অন্তত থুতৰী ডাঢ়ি মোহৰাৰ ষ্টাইলটো দেখি কলিতাৰ ৰগৰ লাগিল।

—মানে ছাৰ অন্য কথা নহয় এনেয়ে আৰু জানি থ'ব খুজিছো, এইবোৰ সমাজৰ শত্ৰু, ইহঁতক এতিয়াই চিনি থ'ব লাগে। এইবোৰেই আই মিন প্ৰতিক্ৰিয়াশীল সমাজদ্ৰোহী মানে।" পৰেশ নেতাই ঘৃণাৰে ক'লে।

—ছাৰ কোন কোন আছেনো বাৰু, অনুগ্ৰহ কৰি ক'বনে কি?" গুনীনে অনুগ্ৰহ বিচাৰিলে।

—আছে আৰু, সময়ত প্ৰকাশ পাব নহয়, দেখা পাবাই।" অতিশয় সংযম অৱলম্বনেৰে গৌৰৱ কলিতাই ক'লে।

—তেনেহলে ছাৰ পিছৰ নিউজটো বনালে নেকি?

—ওঁ প্ৰস্তুত কৰি আছো।

—অকণমান দেখুৱাবনেকি ?

—নাই কেলেই দেখুৱাম ? প্ৰেছ চিক্ৰেচি বুলি এটা বস্তু আছে জানানে ? গতিকে সেইটো মোক দেখুৱাবৰ বাবে কিয় অনুৰোধ কৰিবা ।

—নাই ছাৰ মানে বেয়া নাপাব এনেয়ে কন্‌ফিডেন্‌চিয়েলী জানিব বিচাৰিছিলো ।

—নিউজটো পঠালেনেকি ছাৰ অনুগ্ৰহ কৰি ক'বনেকি ?

—নাই পঠোৱা । কাইলৈ বা পৰহিলৈ পঠাব লাগিব ।

—নাই মানে ছাৰ এনেকুৱা মানুহবোৰক "এচপজ" কৰি দিব লাগে । কিন্তু এটা কথা ছাৰ এনেকুৱা নিউজবোৰে ছাত্ৰ—ছাত্ৰীৰ শৈক্ষিক পৰিৱেশ নষ্ট কৰে । সেই কাৰণেই কৈছো ছাৰ— আমি মানুহকেটা জানিব পৰা হ'লে আঞ্চলিকভাৱে বিচাৰ কৰিলেহেঁতেন—, মিছা মিছি কাগজত নিদিয়াকৈ হ'লহেঁতেন ।

গৌৰৱ কলিতাই একো নক'লে । মনে মনে হাঁহিলে । আজি পোন্ধৰ বছৰৰ আগতে কলেজত নাম লগাই আজিলৈকে—ছাত্ৰৰ নামটো মূৰত পিন্ধি আছিছে নিশ্চয় তাৰ বাবে শৈক্ষিক পৰিৱেশই দায়ী । নহ'লে বেচেৰাহঁতৰ পো-পোৱালি হাইস্কুলৰ ওপৰ শ্ৰেণী পালেগৈহেঁতেন ।

—পিচত ৰিপ'ৰ্টটো নপঠালেই ভাল হবনেকি ছাৰ ?

মানে ছাৰে ভাবি চিন্তি চাব । আমি কাৰোবহে কবলৈ অহা নাই কিন্তু মানে চ চাইটিৰ ভালৰটো কৈছোঁ । আকৌ ৰিপ'ৰ্ট ওলাওক । পুলিচৰ 'অতিশয্যা' বাঢ়ি যাওক । মিছা মিছিকৈ আমাৰ ডেকা ল'ৰাবোৰক মাৰপিট কৰক । ভাবি-চিন্তি চাব ছাৰ । শইকীয়া ছাৰে হোৱা হ'লে নিউজটো আমাক দেখুৱা-লেহেঁতেন, লাগে ক'লেহেঁতেন বোলে কাৰবাত কাটিব লাগে যদি কাটি দিয়াহ'ক । এতিয়া ছাৰে আমাক বাতৰিটো দেখুৱাবলৈকে বেয়া পালে ।

—দহ বাজিল চোৱা—এতিয়ালৈকে লাইটটো আহিব

নালাগেনে। লাইট গ'লে আৰু নাহে। সন্ধিয়ালগালৈ কিবা লিখা-পঢ়া কৰিবলৈ থ'লে নহ'ব। বৰ লচ হৈছে। দিনটো পঢ়িবলৈ সময়েই নাপাও ৰাতিও যদি লাইটৰ এই অৱস্থা হয় কি কৰিবা" বুলি গৌৰৱ কলিতাই কৈ অকাৰণতে মেলা দুৱাৰেদি বাহিৰলৈ চালে। কথা আৰু চাৰিনিৰ অৰ্থ হ'ল যে তোমালোক যোৱাগৈ; মোক আৰু আমনি কৰি নাথাকিবা।

—ছাৰক ৰাতিখন আমনিহে কৰিলো, যাওঁ ছাৰ।

—যোৱানে, যোৱা।

—আমি কোৱাটো চাবচোন বাৰু ছাৰ—, অন্য কথা নহয় মানে শৈক্ষিক পৰিবেশটো নষ্ট হ'ব নালাগে। ছাৰ আমি যাওঁ।

—বাৰু যোৱা।

ৰক্ষা পালে। সিহঁত ওলাই যোৱাৰ পাচত গৌৰৱ কলিতাই নিজৰ গাত ইফালে-সিফালে হাতেৰে থাপৰিয়াই মহ খেদাই খেদাই কথাবোৰ সম্পাদনা কৰি ললে। তিনিটা প্ৰধান সম্ভাৱনা আছে সিহঁত দুটা এই ৰাতিখন অহাৰ। প্ৰথম হ'ল নিশ্চয় সিহঁতক তেওঁলোকে লোভ দেখুৱাইছে বোলে যদি নিউজটো বন্ধ কৰি দিব পাৰে কিবা শকত উপহাৰ দিব। নতুবা এনেকুৱাও হ'ব পাৰে যে নিউজটোৰ ভয় খুৱাই সিহঁতেই কিবা আদায় কৰিবলৈ চেষ্টা কৰিব পাৰে। নচেৎ এইটো এটা চান্স লব খুজিছে গৌৰৱ কলিতাক হাত কৰি লোৱাৰ অন্য সাংবাদিকৰ দৰে সিহঁতৰ কথাত উঠ-বহ কৰিবলৈ। এইকেটা কথাই হ'ব পাৰে।

—ভাত নাথায়নেকি?

—দিলানেকি? গৈছো।

—সেই দুজন কিয় আহিছিল ৰাতিখন?

—শৈক্ষিক পৰিৱেশ সুস্থ কৰাৰ পৰামৰ্শ দিবলৈ আহিছিল।"

"হাঁহি মাৰি গৌৰৱে ক'লে।

—আজি আবেলি বোলে গাড়ী এখনত আৰু কেইজনমান

আহিছিল। মই লগ পোৱা নাই, ই আজিহে লগ পালে। ক'ৰ মানুহ জানো। পিচত আহিম বুলি কৈ গ'ল।" বনুমীৰ কথাত গৌৰৱে একোকে নকলে আৰু এবাৰলৈয়ো ভাবিয়েই নাচালে কোননো আহিছে। লাইট অহাই নাই। ভাত পানী খাই উঠি তেওঁ কিছুপৰ লেখা-পঢ়াৰ টেবুলতে বহি তামোল চোবাবলৈ ধৰিলে। শুই থকাৰ বাহিৰে অন্য উপায় নাই—লেখা-পঢ়া কৰিব নোৱাৰি। গৌৰৱৰ লগৰ কেজন শিক্ষক চাগৈ টিউশ্বনৰ পৰা উঠিছেহে। বহুত অভিভাৱক আৰু ছাত্ৰ-ছাত্ৰীয়ে গৌৰৱক ইংৰাজী পঢ়ুৱাবৰ বাবে জোৰ কৰিথাকে। তেওঁৰ কথা হ'ল তেওঁ যি জানে ক্লাছতেই ভালকৈ পঢ়ুৱায়। ঘৰত ক্লাছ খুলি ললে আৰু স্কুলত পঢ়ুৱাব নোৱাৰিব। চাৰি-পাঁচখন কাগজৰ সাংবাদিক যদিও গৌৰৱে কাহানিও ক্লাছ খতি কৰা নাই বা পাল মৰা নাই। ওচৰে-পাজৰে আটাই-কেউখন স্কুলেই গৌৰৱ কলিতাক ভাল শিক্ষক বুলি জানে। ওচৰৰ কোনো এখন স্কুলৰে কোনো ছাত্ৰই আজিলৈকে ইংৰাজীত লেটাৰ পোৱা নাই। কিন্তু গৌৰৱৰ স্কুলৰ পৰা প্ৰতিবছৰে নহ'লেও দুবছৰ তিনিবছৰৰ মূৰে মূৰে হাইস্কুল লিভিং পৰীক্ষাত ইংৰাজীত লেটাৰ লয়। তেওঁ ইংৰাজী সদায় ক্লাছ ফাইভৰ পৰা আৰম্ভ কৰে। সেয়েহে আনকি অসমীয়াতো বহুত ল'ৰাই ফেইল কৰে বা বেয়া নম্বৰ পায়। কিন্তু ইংৰাজীত ফেইল কৰা ল'ৰাৰ সংখ্যা নিচেই নগণ্য। স্কুলখনৰ ভিতৰত যদি পঁচিশ-টাই ফেইল কৰে তাৰে পাঁচোটাহে ইংৰাজীত বেয়া কৰে। বেছি-ভাগেই বেয়া কৰে অংকত। সেয়েই ল'ৰা-ছোৱালীবোৰে কয়হে বোলে কলিতাছাৰে যদি অংকও ললেহেঁতেন।

আচলতে গৌৰৱ কলিতাই পাঢ়ুওৱাব কিটিপ জানে। আৰম্ভণিৰে পৰা তেওঁ ল'ৰাক এনেদৰে ইংৰাজী শিকাবলৈ আৰম্ভ কৰে যে ল'ৰাৰ বাবে ইংৰাজীটো আতংকৰ ঠাইত হেপাহৰ বিষয় হৈ পৰে। উদাহৰণস্বৰূপে যদিহে ছিক্সৰ ল'ৰা এটায়ো 'আই এম এ বয়ৰ' ঠাইত 'আই ইজ এ বয়' লিখে তেওঁ ল'ৰাটোক



মৈথুন—১২

ওচৰলৈ মাতি আনি কয় 'হেৰি নহয় বিৰাজ, 'মই এটা ল'ৰাৰ ইংৰাজী তই কৰিলি 'আই ইজ এ বয়' ঠিকেই লিখিছ। ভুল হোৱা নাই-শুদ্ধই লিখিছ। কাৰণ তই এটা কথা জান যে ভাৰ্ব এটা লাগে গতিকে তই 'ইজ' দিছ। ৰাইট। কিন্তু চা ফাইভৰ ল'ৰা এটায়ো লিখে আকৌ আই এম এ বয়। তই লিখিছ 'আই ইজ এ বয়।' শুদ্ধ হৈছে। পিছে পৰীক্ষকে নম্বৰ নিদিয়ে অ'। আমাৰতো পঢ়াৰ লগত পৰীক্ষাত পাছ কৰাৰ কথা এটাও আছে। এতেকে নম্বৰ নিদিয়া বাক্য লিখিলেতো নহ'ব। গতিকে তই নম্বৰ পোৱা উত্তৰ লিখিব লাগিব। তই লিখিব লাগিব আই এম এ বয়। তেতিয়াহে নম্বৰ দিব। কিন্তু ইজটো লগাব লাগিব অন্য ঠাইত যেনে হি ইজ এ বয়। যদু ইজ এ বয় ইত্যাদি। আইৰ লগত ইজ দিলে পৰীক্ষকে কাহানিও নম্বৰ নিদিয়ে। মই হোৱা হ'লে দিলোহেঁতেন। কিন্তু মইতো তহতৰ পৰীক্ষাৰ বহী সদায় চাবলৈ নাপাওঁ। প্ৰৱেশিকা পৰীক্ষাৰ তহতৰ বহীটো মই চাবলৈ নাপাওঁ। বা কলেজৰ পৰীক্ষাৰ বহীটো মই চাবলৈ নাপাওঁ। সেই বাবে আজিৰ পৰা তই সদায় আই এম এ বয় শিখিবই লাগিব, বুজিলি। তেওঁৰ শিকোৱাৰ পদ্ধতিবোৰ এনেকুৱা। গতিকে তেওঁ পঢ়ুউৱা বিষয় ছাত্ৰই টান নাপায় আৰু সেই বাবে ফেল নকৰে।

গোবৰ্ধন কলিতা বিচনালৈ যাবলৈ উঠোঁতেই নঙলা মুখত গাড়ী এখন ৰোৱাৰ শব্দ শুনিলে। লেম্পটো হাতত লৈ বাহিৰলৈ ওলাব খোজোঁতেই লাইট আহিল। ঘড়ীত চালে দহ বাজি গ'ল নিজৰ নিজৰ স্বাৰ্থত মানুহবোৰ গাড়ী গুৰা লৈ প্ৰায়েই অহা যোৱা কৰাৰ কাৰণেই ওচৰ চুবুৰীয়া গাৱঁৰ মানুহে তেওঁক এজন বৰ ডাঙৰ মানুহ বুলি ভাবে। এই ডাঙৰ মানুহ বুলি ভবাৰ মাচুলো তেওঁ ভৰিবলগীয়া হয়। কিবা চাকৰি বাকৰিৰ বাবে তেওঁ কৈ দিলেই হ'ব বুলি ল'ৰা ছোৱালীবোৰ তেওঁৰ ওচৰলৈ আহে। কিবা চৰকাৰী ল'ন আদিৰ গ্ৰান্টৰ বাবেও তেওঁ কলেই

হ'ব বুলি তেওঁৰ ওচৰত ল'ৰা-ছোৱালীয়ে ভীৰ কৰে। হাস্পতালত পইচা নভৰাকৈ ছিট এটা পাবৰ বাবেও তেওঁৰ ওচৰলৈকে আহে। ডাক্তৰ আনিফিজ দিব নোৱাৰি ডাক্তৰক বহুৱাই থৈ তেওঁৰ ওচৰলৈকে দৌৰ মাৰি আহে টকা ত্ৰিশটা ধাৰলৈ বিচাৰি। কেতিয়াবা কলিতাৰ বিৰক্তি লাগে। কাৰণ মানুহে ভবাৰ দৰেতো তেওঁ সকলো কাম কৰি দিব নোৱাৰে। তেওঁ নিজেহে গম পায় বা জানে তেওঁ কিমানৰ ডাঙৰ মানুহ। কিমান লেখৰ মানুহ। থানাৰ পৰা জামিনত আনিবলৈ যাবলগীয়া হ'লেও বহুত ক্ষেত্ৰত তেওঁৰেই দৌৰিব লাগে। তেওঁতকৈয়ো আমনি পায় ঘৈণীয়েক ৰুণুমীয়ে। এতিয়াই সেয়া নিশা দহ বাজি গ'ল আকৌনো কোনোবা আহিব লাগেনে ?

—কলিতা আছেনে ?

—আছো, আহক।

—চাওক আমি সোমোৱাৰ লগে লগেই লাইট আহি গ'ল : আমাৰ ভাগ্যহে ভালনে আপোনাৰ ভাগ্য ভাল ক'ব নোৱাৰো। টেংটেঙীয়া মাতৰ ধুতি পিন্ধা ক'লা মানুহজনে ক'লে। তেওঁ এজন প্ৰাইমেৰী স্কুলৰ শিক্ষক। পিচে চৰকাৰৰ দলৰ এই অঞ্চলৰ এজন লেখৰ মানুহ। নিজৰ তিনিওটা ল'ৰা-ছোৱালীকে অগা-পিছাকৈ সাত মাহৰ ভিতৰত চাকৰি দিলে। এটা সমবায় বেংকত আৰু দুজনী এল-পি স্কুলত সোমাল।

—কি হ'ল, শুবলৈ লৈছিলনেকি ? পেটুৱা ডেকা মানুহ-টোৱে কলে। তেওঁ নব নিযুক্ত কাউন্সিলাৰৰ সহোদৰ। জীৱিকা কি দেখাত কোনেও নাজানে যদিও ঘোচখোৰ উচ্চ পদস্থ চৰকাৰী বিষয়াৰ দৰে থাকে। গাড়ীয়ে গুড়াই, দাইভাবে-চাইভাবে বৰ ডাঙৰ খিতাপী মানুহ থকাদি থাকে।

—আপোনাক চাগৈ আমনিহে কৰিলো। আমি মানে আবেলি এবাৰ আহিছিলো। ল'ৰাই কোৱা নাইনে ? এজনে ক'লে।

—মই ল'ৰা-ছোৱালী সাধাৰণতে শোৱাৰ পাচতহে পাওঁহি—

কাইলৈ পুৱাহে লগ পাম। গৌৰৱ কলিতাই পৰম অমনোযোগিতাৰে ক'লে।

বৰ আপোনাক অসময়ত আমনি কৰিবলৈ আহিলো। কথা এটাত লগ পাবলৈ। পেটুৱাই ক'লে।

—বৰ বৰ বাই দি বাই মনত পৰোতেই আপোনাক কথা এটা কৈ লওঁ বুলি ধুতি পিন্ধা জনে কওঁতেই গৌৰৱ কলিতাই ক'লে। "বৰচোন বৰ এই লাইটটো এনেয়ে জ্বলি আছে। নুমাই থৈ আহো" বুলি তেওঁ কোঠাটোতে কাপোৰৰ পৰ্দাৰে পাৰ্টিশ্বন কৰি লোৱা ঠাইকনলৈ সোমাই গৈ লাইটৰ চুইচটো কিটিপ কৰাৰ লগতে টেপ ৰেকৰ্ডাৰৰ চুইচটোও অন কৰি আহিল। ওলাই আহোতে হাতত এনেয়ে চশমা জোৰে কলমটোৰে লৈ আহিল।

—কওকচোন কি ক'ব খুজিছিল আপুনি? গৌৰৱে ক'লে।

—হেৰি আপুনি হেড্মাষ্টৰ পষ্টৰ কাৰণে চিলেকছন বিচাৰি এপ্লাই কৰিছিল নহয় হ'বলা। প্ৰাথমিক শিক্ষকজনে সুধি টটকৈ চকু দুটা মেলি তেওঁলৈ চালে।

—কৰিছিলো কেতিয়াবাই।

—অঁ হ'ব হ'ব, সিদিনা আমাৰ মন্ত্ৰীয়ে কোৱা শুনিছিলোঁ অহা মাহতে হ'ব। বুজিছেনে নাই কলিতা—' বুলি লেখৰ মানুহে মুৰটো অলপ কলিতাৰ ফালে হাওলাই ক'লে। 'কিমান মাষ্টৰ অহা-যোৱা কৰিছে মন্ত্ৰীৰ ওচৰলৈ। দিনত আন্দোলনৰ নেতা হৈ অবৈধ চৰকাৰৰ বুলি চিঞৰিলে কি হ'ব আমিহে জানো কোন কিমানু পানীৰ মাছ? সেই মহেশ্বৰ বৰা, বোধেশ্বৰ হাজৰিকা, কৃপাল ফুকন, মাধৱ শৰ্মা, আজমল হুচেইন আন্দোলনৰ নেতা নহয়নে? দিহুপুৰলৈ যোৱাৰ কথা বাদেই দিয়ক ইয়াত ৰাতি ৰাতি কিমান দিন মন্ত্ৰীৰ ওচৰলৈ গৈছে মইহে জানো। মোৰ আগত মুখেৰে মাতিব নোৱাৰে নহয়—। চব জানো। হেড মাষ্টৰ এছিছটেণ্ট হেড মাষ্টৰৰ পষ্টৰ বাবে চিলেকচন লাগে। কি খাতিৰ। কিন্তু মই মুখৰ আগত কৈছোঁ বুলি নাভাবিব—

পাব লাগে আপোনাৰ দৰে শিক্ষকে। মই মন্ত্ৰীক সিদিনা আপোনাৰ কথা কান চোৰাইছোঁ। তেখেতে আপোনাক ভালকৈ জানে। ইন্সপেক্টৰ অফিচতো আপোনাক ভালকৈ জানে। আপুনি ইণ্টাৰভিউলৈ যোৱাৰ আগতে মোক এবাৰ মনত পেলাই দিবচোন। আচলতে আপোনাৰ নিচিনা শিক্ষকে বেক লগাবৰ দৰকাৰেই নাই। এই ইমানখিনি কথা শুনাৰ পাচতো গৌৰৱ কলিতাই একোকে কোৱা নাই। পৰ্দাখনৰ সিপাৰে টেপ ৰেকৰ্ডাৰটোৰে শুনাৰ দৰে তেৰোঁ শুনি আছে।

—হৈৰি নহয় কলিতা ছাৰ—আজিৰ যুগবাণী কাকতত যে নিউজটো ওলাল মানে কথাটো কি। পেটুৱাই সুধিলে।

—ওলোৱা খিনিতো পঢ়িছেই—সেইখিনিয়েই' গৌৰৱে ক'লে।

—মানে আপুনি গৈছিল তালৈ।

—গৈছিলো। মই দুদিন গৈছোঁ। গৌৰৱ কলিতাই গহীনাই ক'লে।

—নিউজটো পঢ়িছো। কিন্তু এটা কথা ছাৰ—ছোৱালীজনীৰ চৰিত্ৰত অলপ গোলমাল আছিল। আপুনি জানেনে নাই জানো। কাউন্সিলাৰৰ ভায়েকে ক'লে।

—কিন্তু ক'তা ওচৰ চুবুৰীয়া সকলো গঞাই দেখোন ছোৱালীজনীৰ ষ্ট্ৰং পাৰ্চনেলিটিৰ সৎচৰিত্ৰৰ বুলি কৈছে। গৌৰৱ কলিতাই ক'লে।

নহয় মানে এতিয়া মৰিল যেতিয়া কবই। তাতে কিছুমানে তিলকে তাল কৰাৰ মতলব কৰিয়েই থাকে। আপুনি ছাৰ এটা কথা নিজেই ভাবি চাওকচোন তাইৰ ইণ্টাৰভিউত কিমান দেৰী হব ঠিক নাই জানিও অকলে অকলে গৈছে। সাংবাদিক মানুহ আপুনি মোতকৈ ভালকৈ জানিব—ছোৱালীজনীৰ. এছ. আই. মহেন ফুকনৰ লগত প্ৰেম আছিল। বহুত দিনৰ পৰা চিঠি-পত্ৰ দিয়া আহ-যাহ আছিল। আমি এতিয়াহে গম পাইছোঁ। মাজে মাজে ৰাতি তাই অকলশৰে থকা ফুকনৰ ঘৰত থাকেগৈয়ো। ইপিনে তিনিচুকীয়াত ঘৰতযে

ফুকনৰ ল'ৰা-ছোৱালী এহালৰে সৈতে পৰিয়াল আছে ইয়াত কোনেও নাজানে। তেৰোঁ অবিবাহিত বুলি ইয়াত পৰিচয় দি ফুৰিছিল। অৱশ্যে ছোৱালীজনীৰ গাত বৰ দোষ নাই কাৰণ ফুকনক অবিবাহিত বুলিয়েই তাই জানে তাতে চাকৰি এটা যেনে তেনে যোগাৰ কৰি ল'বই লাগে সেই বুলিয়েই ফুকনৰ লগত তাইৰ বুজা বুজি হোৱাটো একো আচৰিত নহয়। হ'ব পাৰে। আমি ফুকনৰ নিচিনা মানুহ এটা ইয়াৰ পৰা ট্ৰেন্সফাৰ কৰাৰ ব্যৱস্থা কৰিছোঁ। অলপতে অৰ্ডাৰ ওলাব। মানুহটোৱে ইয়াৰ আগতেও কেবাজনী ছোৱালীক সৰ্বনাশ কৰাৰ খবৰ আমি পাইছোঁ। অকল ইয়াতেই নহয় বহুত ঠাইত সি কেলেংকাৰী লগাই আহিছে। এতিয়া এমাহৰ ছুটিৰ দৰখাস্ত দি পলাল। উশাহ নসলোৱাকৈ কোৱাদি ক'লে পেটুৱাই আৰু ঘন-ঘনকৈ উশাহ সলাই শুনি থাকিল গৌৰৱ কলিতাই। কাৰণ তেওঁ সকলোবোৰ কথা জানে আৰু পেটুৱাৰ বক্তব্যৰ মতলবটোও তেওঁ জানিছে আৰু সেয়ে তেওঁৰ পেটে পেটে বৰ খং উঠিছে। তেওঁৰ উশাহ ঘন হৈ হৈ গৈছে।

আমি সেইকাৰণেহে আহিলোঁ বোলোঁ কলিতাই আচল কথাটো জানেনে নাই জানো। কাৰণ আপুনি এজন ভাল সাংবাদিক অন্যৰ নিচিনাকৈ আপুনি নগৈ গড়গাৰঁৰ বতৰা ন কয়। কিন্তু আপোনাৰ আগত মানুহে কথা লুকাব। মাষ্টৰে ক'লে। কৈ তেওঁ ধুতিৰ আগটো ঠিকঠাক কৰি ললে, আৰু এটা কথা নহয় ছাৰ; অলপ নিজৰ ইচ্ছা নাথাকিলে অৱশ্যে মই তাইক যে ধৰ্ষণ কৰা হৈছে সেইটো কব খোজা নাই মই জেনেৰেলীহে কথাটো কব খুজিছোঁ যে এজনী প্ৰাপ্তবয়স্কা ছোৱালীক বলাৎকাৰ কৰিব নোৱাৰে যদিহে তাইৰ ইচ্ছা নাথাকে। নাৰী বাৰু শাৰীৰিক-ভাৱে দুৰ্বল মই মানিলৈছোঁ কিন্তু চিঞৰ-বাখৰ কৰিবতো পাৰে। আমি যিমানদুৰ অনুসন্ধান কৰি পালোঁ এই ছোৱালীজনীয়ে আত্মহত্যা কৰাটোৱেই হয়। কথাহল কি তাইৰ ফুকনৰ লগত যৌন

সম্পৰ্ক আছিল আৰু বহুতৰ সম্ভৱ তাইক ফুকনে বিয়া কৰামৰুলি কৈছিল। আপুনি জানেনে নাই জানো তাই কনচিভ কৰিলে। তাতে তাইৰ মাৰ্কছ বেয়া চবতে থাৰ্ড ডিভিজন। গতিকে ইণ্টাৰভিউ বেয়া হৈছে। সিপিনে চাগৈ তাইক ফুকনে প্ৰলোভন দি থৈছিল। তাইৰ পৰা বোলে কাৰোবাক কাৰোবাক দিবৰ কাৰণে বুলি ফুকনে টকাও লৈছিল। হয়তো তাই শেষত গম পালে যে ফুকন বিবাহিত আৰু দুটা ল'ৰা-ছোৱালীৰে এখন সংসাৰ আছে। তাই চাগৈ কনচিভ্ কৰাৰ কথাও ফুকনক ক'লে। ফুকনে চাগৈ না কৰিলে। কিজানি ফুকনে চাগৈ তাইক কৰবাত হোটেলতো ৰাখিব পাৰে। শেষত উপায়ন্তৰ হৈ মই ভাবোঁ তাই চুইচাইড কৰিছে। পণ্টমৰ্টেম কৰা ডাক্তৰজনে ফাইনেল ৰিপ'ৰ্ট দিয়া নাই যদিও তেৰোঁ চুইচাইড কৰাৰ কথাকে ইংগিত দিলে। কাউন্সিলৰৰ ভায়েকে কথাখিনি কৈ জেপৰপৰা পান এটা উলিয়াই মুখত ভৰালে।

—আপুনি কলিতাই ভালকৈ জানেই তথাচ কিছুমান কথা নাজানিবও পাৰে বাবে আমি আভাস এটা দি গলোঁ।" লেখৰ মানুহ মাষ্টৰে ক'লে।' "শইকিয়াই কৈছে তেওঁৰ কাকতলৈ এই গোটেই বিৱৰণ দি ৰিপ'ৰ্ট পঠাব। আৰু এটা কথা নহয় তাইৰ চিঠি এছ. আই. ফুকনৰ তাত পোৱা গৈছে নহয়। ফুকনৰ বাক্সখিনি লৰাটোৱে কেবাখনো চিঠি উদ্ধাৰ কৰি দিছে। সেইবোৰ আমাৰ হাতত আছে।

মূল কথাটো হ'ল কি ছাৰ দোষীয়ে শাস্তি পাব লাগে। এছ. আই. ফুকনক এতিয়া হামৰেণলৈ ট্ৰেন্সফাৰ কৰা হ'ল। তাৰ পাচত তেওঁৰ ওপৰত ডিপাৰ্টমেণ্টেল একচন লোৱা হ'ব। আৰু এটা কথা নহয় ছাৰ এনেকুৱাবোৰ মনেসজা কেচত অযথা নিৰ্দোষী মানুহ এসোপা হাৰাশাস্তি হয়।

হ'বই, এনে কিছুমান মানুহক কল্পিতভাৱে জড়িত কৰা হয় যে ভাবিবই নোৱাৰি। তেনে ক্ষেত্ৰত সাংবাদিকৰো ভূমিকা আছে।

সাংবাদিকে পথ নিৰ্দেশ কৰিব পাৰে। মই ছাৰ আপোনাৰ কথা কোৱা নাই। সংবাদসেৱাক স্বাধীনতা দিয়া হৈছে ঠিকেই পিছে স্বাধীনতাটোৰ অপব্যৱহাৰ হৈছে। স্বাধীনতা মানে যিহকে তিহকে লেখাটোকে নুবুজায়। যোৱা বছৰ সেয়া এজন সম্পাদকে এম. এল. এ বোৰক পকেটমাৰ আৰু মন্ত্ৰীবোৰক ডকাইতৰ নিচিনা বুলি ছবি অঁকাই ছপালে। সেইটোনো স্বাধীনতা হ'লনে? বহুত দেৰী হ'ল। কলিতাক আৰু আমনি নকৰোঁ। আৰু এটা ৰিপ'ৰ্ট পঠোৱাৰ কথা-বাৰ্তাৰটোত আছে, পঠালেনেকি? মাষ্টৰে সুধিলে।

নাই পঠোৱা, তৈয়াৰ কৰি আছোঁ। গৌৰৱে ক'লে। সেইটো পঠাব জানো ছাৰ? অৱশ্যে আপোনাৰ স্বাধীনতাত হস্তক্ষেপ কৰিব খোজা নাই, সুধিছোহে মানে যদিও পঠায় আকৌ এবাৰ চেকেণ্ড থট এটা দি চাব নেকি? পেটুৱাৰ কথাৰ উত্তৰত গৌৰৱ কলিতাই দীঘলীয়াকৈ হামিয়ালে। আমি উঠোহে আপোনাক বহুত আমনি কৰিলোঁ। আপুনি কাইলৈ বা পৰহিলৈ সদৰলৈ যাবনেকি? যদি যায় এবাৰ চাৰ্কিট হাউচত মন্ত্ৰীক লগ ধৰি আহিবচোন। তেখেতে আপোনাক লগ পাবলৈ বিচাৰিছে। কিবা নিউজ আছে হেনো। মাষ্টৰে ক'লে। কৈ তেওঁলোকে উঠিল। গৌৰৱ কলিতাও বহাৰ পৰা উঠিল। কাউন্সিলাৰৰ ভায়েকে আকৌ ক'লে। ছাৰ আপোনাক কথাখিনি কলোঁ আপুনি ভাবি চিন্তি চাব। আৰু প্ৰয়োজন হ'লে আপোনাক এই ক্ষেত্ৰত আমি বহুত সহায় কৰিব পাৰোঁ। ভাল বাৰু আমি যাওঁহে।

ভাল হওঁক কলিতাই ক'লে। চৰকাৰী দলৰ আঞ্চলিকৰ লেখৰ মানুহ মাষ্টৰে ঘূৰি লৈ ক'লে হেৰি কলিতা কি লোকৰ কাগজত নিউজ লিখি থাকেহে আপোনাৰ নিচিনা মানুহে নিজে কাগজ উলিয়াব লাগে। আজিকালি চৰকাৰেও এইবোৰ ক্ষেত্ৰত বহুত সহায় আগবঢ়াইছে। ত্ৰিশ চল্লিশ লাখ পৰ্যন্ত ঋণ দিছে। লওক

ল'ন এটা। নিজে কাগজ উলিয়াওক বাৰু যাও দেই, থাকিব। নিশাখন আমানি কৰাৰ কাৰণে অসন্তোষ নকৰিব।

তেওঁ লোক দুৱাৰদলি পাৰ হওঁ নোহওঁতেই গৌৰৱে পৰ্দাখনৰ সিপাৰে অন হৈ থকা টেপৰেকৰ্ডাৰৰ চুইচটো কিটিপকৈ অফ কৰি দিলে। চৰা ঘৰৰ লাইটটো নুমাই তেওঁ দুৱাৰখন বন্ধ কৰি ভিতৰলৈ গ'ল। ৰুণুমীয়ে কাহি বাতি ধুই মেলি আহি চকী-খনত বহি-মূৰটো ফনিয়াইছিল। কলিতা বিচনাত উঠি শুই থকা চাৰি বছৰীয়া ছোৱালীজনীক কপালত পাৰি থকা ম'হটো হাতৰ তলুৱাৰে লাহেকৈ থাপ মাৰি মাৰিলে। তাৰ পাছত কপালৰ আগৰ চুলিখিনি আঁতৰাই দিলে। চাৰ বছৰীয়া সীমনা শান্ত পৃথিৱীত শুই আছে। মাজ নিশাখন সেই দুজন কেলেই আহিছিল ?

পৰামৰ্শ দিবলৈ আহিছিল কেনেকৈ নিউজ পঠাব লাগে কোন বোৰ নিউজ পঠাব নালাগে। নিজে ল'ন লৈ নিউজ পেপাৰ এখন উলিয়াব লাগে। এইবোৰেই।

—কুমাৰপুৰৰ নিউজ এটা লৈ বোলে হুলস্থুল লাগিছে অথনি প্ৰেছৰ পৰা আহি গুণেশে ক'লে। মই কাগজখন মেলি চাবলৈ সময়কে পোৱা নাই। পিছে এটা কথা বৰ গৰম নিউজবোৰ দিওঁতে অলপ সাৱধান হ'ব লাগে।

হয়নে কি ? কোনোবাই মৰিয়াবনেকি। কিনো আচৰিত কথাটো আজিকালি যিহে দিনকাল পৰিছে কেতিয়াবা ভাবোহে কেনেকুৱা সময়তনো পৃথিৱীত জন্ম ললোহঁক। আৰু কেনে এক সময়তনো আমাৰ ল'ৰা-ছোৱালীবোৰক জন্ম দিছোঁ।

—বৰ নিষ্ঠুৰ হ'ল। মাৰিলে মাৰিব দিয়া ; ভালহে নাম হ'ব।

—আপোনাৰ খালি প্ৰতিটো কথাতে পেংলাই। অথনি গুণেশেও কৈছে'' বুলি ৰুণুমীয়ে লাইটটো অফ কৰি বিচনাত উঠিল।

[ তিনি ]

## চন্দ্ৰা গগৈৰ আত্মহত্যানে হত্যা ? অধিক প্ৰতিবেদন

( নিজা বাতৰি দিওঁতা )

এই কাকততে ওলাই থোৱা কুমাৰ পুৰৰ চন্দ্ৰা গগৈৰ মৃত্যু সম্পৰ্কত বিশেষভাৱে অনুসন্ধান কৰি অধিক তথ্য পোৱা গৈছে। এই মৃত্যু যে আত্মহত্যা নহয় সেই সম্পৰ্কত আৰু ৰাইজৰ মনত কোনো সন্দেহ নাই। উল্লেখযোগ্য যে চন্দ্ৰা গগৈৰ হত্যা সম্পৰ্কত দুখন চিঠি পোৱা গৈছে। এখন চিঠি চন্দ্ৰা গগৈৰ বিচনাৰ তলত তেওঁলৈ লিখা পোৱা গৈছে আৰু আনখন চিঠি মুখ্য কাউন্সিলৰলৈ লিখা পোৱা গৈছে। কিন্তু চিঠিৰ শেষত লিখকৰ কোনো নাম নাই যদিও ইনিচিয়েল কৰাৰ দৰে কিবা সাংকেতিক চিহ্ন পোৱা গৈছে। চন্দ্ৰা গগৈলৈ লিখা চিঠিখনত আছে, "তোমাৰ কাম হ'ব। ইতিমধ্যে যথাস্থানত যি যি কৰিব লাগে কৰা হৈছে। ইণ্টাৰভিউৰ দিনা উপস্থিত থাকিবলৈ হেলা নকৰিবা। বহুত সংখ্যক প্ৰাৰ্থী আছে কাৰণে ইণ্টাৰভিউ দেৰিও হ'ব পাৰে কাৰণে সাজু হৈ আহিবা। চাকৰি যে হ'ব সেই সম্পৰ্কত তুমি নিশ্চিত থাকা। সময়ত দেখা হ'ব। ইখন চিঠি লিখা হৈছে মুখ্য কাউন্সিলৰলৈ। "শ্ৰদ্ধেয় ছাৰ, মাল ৰেডী। পিছে নতুন আৰু অনভিজ্ঞ কাৰণে বেছি মানুহ হ'লে বিপদ হ'ব। ইয়াৰ ভিতৰত আপোনাক লগ পোৱাৰ আশা নাই। মন্ত্ৰী ছাৰক মোৰ ব্যক্তিগত কথাটো কান চোৱাব। লগত অলপ পঠালো। বাকীখিনি পিছত হ'ব। শ্ৰদ্ধা গ্ৰহণ কৰিব।" চিঠি দুখনৰ অন্তত লিখকৰ নাম নাই কাৰণে এতিয়াই নাম কোৱাটো কঠিন।

ঘটনাৰ দিনা চন্দ্ৰা গগৈয়ে ট্ৰেন্সপ'ৰ্ট অফিচৰ সন্মুখতে স্কুল এছ. আই. শ্ৰীফুকনক লগ পায় আৰু ফুকনৰ কথা মতেই তেওঁ কিনা ট্ৰেন্সপ'ৰ্ট বাছৰ টিকটটো বিক্ৰী কৰি ফুকনহঁতৰ এম্বেছেদৰ

গাড়ীত উঠে। সেই গাড়ীতে মুখ্য কাউন্সিলৰো আছিল। তিনিমান বজাতেই চন্দ্ৰাৰ ইণ্টাৰভিউ শেষ হ'ল যদিও এছ. আই. ফুকনে চন্দ্ৰাক বাহিৰত আহি কলেহি যে ইণ্টাৰভিউ শেষত মন্ত্ৰী ছাৰক লগ কৰিব লাগিব বাবে তেওঁ থাকিব লাগিব। চিন্তা কৰিব নালাগে বাছ আদি নাপালেও তেওঁলোকৰ গাড়ীতে চন্দ্ৰা যাব পাৰিব। সেইমতে চন্দ্ৰা ডাক বঙলাতে বহি থাকিল।

ৰাজ্য মন্ত্ৰীজন যদিও বৰ্তমান শিক্ষা বিভাগৰ নহয় তথাচ স্হানীয় মন্ত্ৰী হিচাপে তেওঁৰেই ইণ্টাৰভিউ ব'ৰ্ডৰ সভাপতি আছিল। সাতমান বজাত চন্দ্ৰা গগৈক ডাকবঙলাৰ ভিতৰলৈ মতা হয় আৰু বাকী কেইজনৰ লগতে তেওঁকো লুচী ভাজি আৰু চাহ মিঠাই খাবলৈ দিয়া হয়। আঠমান বজাত এখন মুখ্য কাউন্সিলৰৰ গাড়ীতে এছ. আই. ফুকনৰ লগতে চন্দ্ৰা গগৈয়ো বহে। তাৰ পিছত গাড়ী যাবলৈ ধৰে। আধাঘণ্টা মান যোৱাৰ পাছতহে চন্দ্ৰাই গম পালে যে গাড়ী তেওঁলোকৰ ফালে নগৈ অন্য দিশেহে যাব লাগিছে। কথাটোত সন্দেহ কৰি চন্দ্ৰাই কাষতে বহা ফুকনক কোৱাত মুখ্য কাউন্সিলৰৰ সেইফালে অলপ কাম আছে বুলি কৈ যিমান ৰাতিকে হওঁক চন্দ্ৰাক ঘৰত নমাই থৈ আহিব বুলি কথা দিলে।

ন মান বজাত গাড়ী গৈ মহমৰা ৰিজাৰ্ভৰ ফৰেষ্ট ডিপাৰ্টমেণ্টৰ গেষ্ট হাউচৰ চৌহদত সোমাল। আটাইকেইজন নামি যোৱাত চন্দ্ৰা নামি গৈ যিটো কোঠাত সোমাল তাত ৰাজ্য মন্ত্ৰী গৰাকীক বিচনাত ওপৰলৈ মুখ কৰি এনেয়ে পৰি থকা দেখা পালে। চন্দ্ৰাহঁতক দেখি তেওঁ বিচনাতে বহি বাকীসকলকো বহিবলৈ হাঁহি হাঁহি ক'লে। কিবা সন্দেহ কৰি চন্দ্ৰাই বাহিৰলৈ ওলাই আহি গাড়ীৰ ড্ৰাইভাৰজনক ইফালে সিফালে চালে যদিও তেওঁ দেখা নাপালে। তেনেকুৱাতে এছ. আই. শ্ৰীফুকনে তেওঁৰ ওচৰতে বৈ তেওঁৰ হাতত ধৰি মন্ত্ৰী ছাৰক তেওঁৰ নিজৰ দুখৰ কথা

ক'বলৈ কয়। চন্দ্ৰাই দ্বিধা ভাব প্ৰকাশ কৰাত ফুকনে একো ভয় নকৰিবৰ কাৰণে সাঁকিয়াই দিয়ে।

তাৰ পিছৰ খিনি কথা পৰিস্কাৰ। শেহনিশালৈকে তিনিজন মানুহে চন্দ্ৰাৰ ওপৰত উপৰ্য্যুপৰি যৌন অত্যাচাৰ কৰে। শেষলৈ চন্দ্ৰা চেতনাহীন হৈ পৰে।

এতিয়া কথা হ'ল ইমানখিনি কথা জ্বল জ্বল পট-পটকৈ ওলাই থকা সত্ত্বেও পুলিচে এই সংক্ৰান্তত কোনো লোককে এতিয়ালৈকে গ্ৰেপ্তাৰ কৰা নাই আৰু সেয়েহে স্থানীয় ৰাইজ, সংগ্ৰাম পৰিষদ আৰু ছাত্ৰ সন্থাই দোষিক কৰায়ত্ত কৰিবৰ কাৰণে দাবী জনায়। কোৱা বাহুল্য যে যেহেতু এই কেলেঙ্কাৰিত উচ্চস্তৰৰ লোক জড়িত আছে আৰু সেয়ে আৰক্ষী বিভাগো বিপাঙত পৰিছে। মৰণোত্তৰ পৰীক্ষাৰ প্ৰতিবেদন এই পৰ্য্যন্ত কোনেও চাবলৈ পোৱা নাই। মৰণোত্তৰ পৰীক্ষাৰ প্ৰতিবেদনতো বিশেষ একো আশাজনক তথ্য পোৱা নাযাব বুলি সচেতন মহ'লে শংকা প্ৰকাশ কৰিছে। ৰাইজৰ দাবী হ'ল যে যদিহে এই হত্যা-কান্ডৰ উচিত বিচাৰ অনতিপলমে পোৱা নাযায় ৰাইজ আন্দোলনৰ পথত নামিবলৈ বাধ্য হ'ব।

উল্লেখযোগ্য যে এই সন্দৰ্ভত বহাদ্বিতীয়খন ৰাজহুৱা সভাই লোৱা প্ৰস্তাৱ মৰ্মে চন্দ্ৰা গগৈৰ পৰিয়ালক এককালীন এক লাখ টকা ক্ষতিপূৰণ হিচাপে দিবলৈ দাবী কৰি ইয়াৰ প্ৰতিলিপি মুখ্য মন্ত্ৰী প্ৰমুখ্যে গৃহ মন্ত্ৰীলৈয়ো প্ৰেৰণ কৰা হৈছে।

ইয়াৰ পৰৱৰ্তী কোনো সংখ্যাত চন্দ্ৰা গগৈক কেনেকৈ হত্যা কৰা হ'ল সেই বিষয়ে অধিক তদন্ত প্ৰতিবেদন প্ৰকাশ কৰা হ'ব। সম্পাদক বাতৰিটো ওলোৱাৰ লগে লগেই গৌৰৱ কলিতাৰ পুনৰ অশান্তি আৰম্ভ হ'ল। বিভিন্ন মানুহে তেওঁক লগ পাবলৈ বিচাৰিলে। ক্লাছলৈ যোৱাৰ আগতেই হেডমাষ্টৰ নিজে কমনৰুমলৈ আহি তেওঁক মাতি নিলেহি। হেডমাষ্টৰ তেওঁতকৈ বহুত চিনিয়ৰ কাৰণে তেওঁক নাম কাঢ়িয়েই মাতে হেডমাষ্টৰে ক'লে।

এটা কথা নহয় গৌৰৱ, আজিলৈকে তুমি যিমান নিউজ বা তোমাৰ কমেণ্টৰী ওলাইছে কোনোও সৰলভাবে প্ৰত্যাহ্বান জনাই দাবী সাব্যস্ত কৰিব পৰা নাই। মই মানে তোমাক পাতনি নেমেলি পোনে পোনেই ক'ব খুজিছোঁ। কথা হ'ল চন্দ্ৰা গগৈৰ সম্পৰ্কত তুমি যি নিউজ বা তদন্ত প্ৰতিবেদন দিছা মই নিশ্চিত যে সেইবোৰ সত্য। সৰল প্ৰত্যাহ্বান কোনেও জনাব নোৱাৰে। কিন্তু কথা হ'ল কিছুমান নিউজ দিওতে অলপ সাৱধান হ'ব লাগে।

—কি হ'ল—আপুনি কিবা গম পাইছেনেকি ছাৰ ?

—গম মানে তেনে ধৰণৰ বিশেষ নাই তথাচ

—আপোনাক এই বিষয়ে কোনোবাই লগ কৰিছেনেকি ?

—নাই তেনেকৈ মোক লগ কৰিবলৈ সাহস কৰা নাই কিন্তু কিছুমান কথাৰ অনুমান শুদ্ধ হয়'' বুলি হেডমাষ্টৰ হঠাতে ৰ'ল। গৌৰৱ কলিতাৰ এই অংকৰ উত্তৰ উলিয়াবলৈ বাকী নাথাকিল যে হেডমাষ্টৰ ভয়তে কম্পমান।

নিশ্চয় তেওঁক বহুতে লগ কৰিছে আৰু নিজৰ সহকাৰী শিক্ষকক চম্ভালিবলৈ পৰামৰ্শ দিছে। হয়তো হেডমাষ্টৰৰ টকা পইচাৰ কেলেঙ্কাৰীকে ধৰি বহুত কেলেঙ্কাৰীৰ কথা তেওঁলোকে মনত পেলাই দিছে। দিনত আন্দোলনকাৰীৰ পক্ষ লৈ নানান কথাত উচতাই ৰাতি অবৈধ নেতাৰ লগত চৰকাৰী মহলৰ লগত গোপন হলি গলিৰ বাবে ছাত্ৰ সন্থাৰ ৰোষতে তেওঁ পৰি আছে। সেয়েহে ছাত্ৰ সন্থাৰ নামত ক-খ-গ যেই কোনোৱে বিচাৰিলেই তেওঁ নিজৰ খুলখালীয়েকক চলাবলৈ নিদিয়া গাড়ীখনো দি দিয়ে।

—ছাৰ এটা কথা। মই আচলতে একো সাংবাদিকেই নহয়। মোৰ একো সাহসেই নাই। সত্যৰ শতকৰা বিশ ভাগহে মই লিখো আশী ভাগ বাদ দি থওঁ। বোধ হয় সেইবাবেই সেই লেখকজনে আমাৰ দেশৰ সাংবাদিক সকলক বেশ্যাৰ লগত তুলনা কৰিছে। বক্তব্যটোত মই ক্ষুণ্ণ হোৱা নাই। গতিকে আপুনি

মোৰ কাৰণে চিন্তা নকৰিব। কিবা অসুবিধা হ'লে পাৰিম চলিব, টিউশ্যন কৰিম।" গৌৰৱ কলিতা অলপ উত্তেজিত হ'ল।

—নহয় মানে তোমাৰ চাকৰিৰ কথা মই কোৱা নাই। চাকৰি কোনে খাব। পিচে আজি-কালি কাৰো একো কৰিব-নোৱাৰা কাম একো নাই। আজি-কালি ডাঙৰ সৰু বো একো চিন নাই। মোৰ নিজৰ ল'ৰাৰ বয়সতকৈয়ো সৰু ছাত্ৰই মোৰ ঘৰৰ সমুখতে "ঐ দালাল ওলাই আহ্-ৰাতি হ'লে কৰ সাহ" বুলি শ্লগান দিব পাৰে—ধেমালি পাইছা তুমি।

—ছাৰ কথা সিমানেই নহয় জানো? মই যাওঁ ক্লাছ আছে" বুলি কৈ গৌৰৱ কলিতা হেডমাষ্টৰৰ কোঠাৰ পৰা ওলাই আহিল। কৰিডৰটোতে কেইজন মান ল'ৰা বৈ আছিল। গৌৰৱ কলিতাক দেখিয়েই তেওঁলোকে ক'লে:

—ছাৰ আমি আপোনাক অকমান লগ পাব বিচাৰোঁ।

—হয়নেকি। তেনেহলে তোমালোক অলপ ৰোৱা—মোৰ ক্লাছ এটা আছে লৈ' আহো, কুৰি মিনিট গলেই।" কোনো প্ৰত্যুত্তৰৰ বাবে নবৈ গৌৰৱ ক্লাছৰ ফালে গ'ল।

—আ এওঁ মানে অৰুণ শেবাৰীতকৈয়ো ডাঙৰ সাংবাদিক। দেখিছানে তেওঁ একছেকেণ্ড নৰ'ল। আমাক আজিলৈকে এনেকৈ নেগলেকট কৰাৰ সাহস কোনেও কৰা নাই। বৰ বেছি ডেমাকী।" বৈভৱে ক'লে।

—মই পিছে বেয়া পোৱা নাই। মই সেই কাৰণেই ছাৰক শ্ৰদ্ধা কৰোঁ।

তেওঁ ক্লাছ খতি নকৰে। কালৈকো ভয় নকৰে। সাংবাদিককেই বোলা বা শিক্ষককেই বোলা আজি-কালি আমাক দেখিলে নিজৰ বহা চকী এৰি দিয়ে তেওঁলোক ভীৰু। মই পছন্দ নকৰোঁ।" হেমন্তই ক'লে। হেমন্তৰ কথাত বৈভৱেই বেতিয়া একো নামাতিলে বাকী তিনিটায়ো মাতিম বুলি ভাবিছিল যদিও মনে মনে থাকিল। তেওঁলোক বেন্সখনত বহিব খোজোতেই কমনৰু-

মৰ পথা ওলাই অহা নোমল শইকীয়াই দেখিলে। তেওঁ আৰ্তৰাৰ কৰি উঠিল "আও তোমালোক। কেতিয়া আহিলা? আহাঁ আহাঁ ক'ত ইয়াত বহিছা? আহাঁ আহাঁ কমনৰুমলৈ আহাঁ।" নোমল শইকীয়াই কি কৰো কি নকৰোকৈ উধাতুফালে। এইজন শিক্ষক তথা সাংবাদিকৰ পাল্চ বিটিং দেখুৱাবৰ কাৰণে হেমন্তই অলপ ৰগৰ কৰি ক'লে, "কেতিয়াই আহি এইখিনিত বৈ আছোঁহি। কোনেও মাত বোলেই কৰা নাই। আমি অন্য কৰবালৈ গ'লে গেটৰ মুখৰ পৰাই আদৰি-সাদৰি নিয়ে। ইয়াত মাত এষাৰো দিবলৈকে মানুহ নাই। হেডমাষ্টৰৰ লগতে ইয়াৰ সকলোৰেই অবৈধ চৰকাৰৰ লগত হাত মিলালে যেন পাইছোঁ।" বক্রোক্তি কৰি হেমন্তই বেঁকা হাঁহি এটা ওঠত ওলোমালে।

—নাই নাই সঁচাকৈ কৈছোঁ ভাই আমি তোমালোক অহা ক'ব নোৱাৰোঁ। চকু মেলি থওঁতেও মিঠাতেল লাগিলে মুদখাই যোৱা যেন লগা চকুহাল ঘন্ ঘনকৈ জপা মেলা কৰি নোমল শইকীয়াই ক'লে। কথা পাতি থাকোতেই কমনৰুমৰ পৰা আৰু কেইজনমান শিক্ষক আহি তেওঁলোকক বেঢ়ি ধৰিলেহি। ওলাই আহিল হেডমাষ্টৰ। হেডমাষ্টৰে ওলায়েই পূৰ্বৰ আটাইকেউজনৰে মাতৰ জোৰ তলপেলাই চিঞৰি চিঞৰি ক'লে "এ তোমালোক আহাঁ মই দেখাই নাই। ক'ত বাহিৰত মলথুধান পৰাদি পৰি আছাঁ—আহাঁ ইয়ালৈ, বহিবা।

—নাই ছাৰ, আমি কলিতা ছাৰকহে লগ পাবলৈ আহিছোঁ। হেমন্তই ক'লে।

—অ' হয়নেকি? তোমালোক অহাৰ আগতে এই অলপতে কলিতাক মই কৈছোঁ। বাৰু ৰ'বা আহাচোন তোমালোক, কলিতা ক্লাছত আছে চকীদাৰৰ হতুৱাই মতাই দিওঁ।

—নাই নালাগে ছাৰ; তেখেতক আমি লগ পালোঁ। ক্লাছটো শেষ হ'লে লগ পাম বুলি কৈ গৈছে।" বিমানে ক'লে।

—তেওঁৰ অলপ বোঁছ। তোমালোকক লগ পায়ো আকৌ

ক্লাছলৈহে গৈছে। এক মিনিট বৈ কথাটো পাতি যাব পাৰে।"
নোমল শইকীয়াই কৈ হেমন্তহঁতৰ ফালে চালে।

—নাই ছাৰক আমি সেই কাৰণেই ভাল পাওঁ আৰু শ্ৰদ্ধা কৰোঁ। নিজৰ দায়িত্বত ছাৰ সদায় চিৰিয়াছ।" হেমন্তৰ কথাও নোমল শইকীয়াই কি ক'ব। ভাবোতেই বে'ল পৰিল। ক্লাছৰ পৰা সকলো শিক্ষক-শিক্ষয়িত্ৰী ওলাই অহাৰ বহুত পাছতহে গৌৰৱ কলিতা ওলাই আহিল। গৌৰৱ কলিতাই কৰিডৰটো পাৰ হৈ যাওঁতে হেমন্তহঁতক মাত লগাই লৈ গ'ল। সেইখিনিতযে আৰু বহুত শিক্ষক শিক্ষয়িত্ৰী আছিল তেও কালৈকো ভ্ৰূক্ষেপ নকৰিলে।

—ছাৰ আমি আপোনাৰ ওচৰলৈ আহিলোঁ অভিনন্দন জনাবলৈ ; আমাক চিনি পাইছেনে বাৰু মই ছাত্ৰ সংস্থাৰ আঞ্চলিকৰ সভাপতি, তেওঁ বিমান সম্পাদক। বৈভৱহঁতকতো চিনি পাইছেই ইয়াৰে ছাত্ৰ। গৌৰৱ কলিতাৰ মুখৰ আগৰ আৰামী বেঞ্চখনত বহি লৈ হেমন্তই ক'লে। বাকী ক্লাছলৈ নোযোৱা বা কথা শুনি থাকিবলৈ পলম কৰা শিক্ষকসকলে একো নমতাকৈ ডাঙৰ ওপৰ-ৱালাৰ ওচৰত হাহোঁ হাহোঁকৈ থকাৰ দৰে বৈ থাকিল।

অভিনন্দন, কোৱাচোন কিহৰ বাবে।" ইতিমধ্যে অন্য এখন চকীত বহা হেডমাষ্টৰেহে সুধিলে। নোমল শইকীয়াই একো নুশুনাৰ ভাও ধৰি কিবা বহী এখন উলিয়াই এনেয়ে আঁক বাক কৰি থাকিছে যেন অনুমান হ'ল।

—মানে ছাৰ সেই কুমাৰপুৰৰ বাতৰি আৰু তদন্ত ৰিপৰ্টৰ বাবে"। বিমানে ক'লে আৰু লগে লগে গৌৰৱে হেডমাষ্টৰলৈ চালে।

—আমি ছাৰ বিমানৰ্খিনি আমাৰ বৰীয়াকৈ তদন্ত কৰিলোঁ সেই আটাইখিনি আপোনাৰ লগত মিলিছে। আৰু আছে ছাৰ।" হেমন্তই ক'লে উৎসাহেৰে।

—মানে ছাৰ সঁচা কথা ক'বলৈ গ'লে এনেকুৱা ইমান ডাঙৰ ডাঙৰ মন্ত্ৰী-চন্ত্ৰীক সাঙুৰি কোনেও নিউজ নিদিয়ে মানে সাহস নকৰে।" বৈভৱে ক'লে।

—আমাৰ বতাহৰ গতিত আৰু সোঁতত উটি যোৱা সাংবাদিক মুখাৰ্জীৰহে বেছি।" হেডমাষ্টৰে টিপ্পনি দিলে।

—আপুনি ছাৰ নিৰ্ভয়ে তদন্ত কৰি যি পায় দিয়ক, আমি কেনেদৰে সহায় কৰিব লাগে ক'ব। এই মানুহ কেটাৰ আৰু বহুত কাহিনী আছে।" হেমন্তই কৈ গৌৰৱ কলিতাৰ মুখলৈ চাই তেওঁৰ প্ৰতিক্ৰিয়া বুজিবলৈ চেষ্টা কৰিলে।

—হে'ৰা তোমালোকে চন্দ্ৰা গগৈ দেশত এজনী ওলাল বুলি ভাবিছানেকি। এনেকুৱা শই শই চন্দ্ৰা গগৈ কাৰোবাৰ কামনাৰ নিতৌ বলি হ'ব ধৰিছে জানানে?

—ছাৰ সেইটো ক'বই নেলাগে। হেজাৰ হেজাৰ চন্দ্ৰা গগৈ মৰিছে।" বৈভৱে ক'লে।

—বাৰু তোমালোক আহিলা, আহি মোক অভিনন্দন জনালা মই বল পালোঁ। সাহস পালোঁ। পিছে মই এতিয়া তোমালোকক মুকলিকৈ কথা এটা ক'ব খুজিছোঁ। বোধ হয় বেয়া নোপোৱা।" গৌৰৱে প্ৰশ্নবোধক চাৱনিৰে ক'লে।

—নাই নাপাও ছাৰ কওক খোলা মানুহক আমি ভাল পাওঁ।" বিমানে ক'লে।

—মোৰ বাৰ্তাটো পঢ়ি তোমালোকে মোক অভিনন্দন জনাবলৈ আহিলা মই ভাল পালোঁ, বল পালোঁ কিন্তু তোমালোকৰ সন্থাৰ উপদেষ্টা বুলি পৰিচয় দিয়া দুজনে মিদিনা আহি এক প্ৰকাৰ মোক এনেকুৱা নিউজৰ পিচত নুঘুৰিবৰ কাৰণে সতৰ্ক কৰিয়েই থৈ গ'ল।

—কোন কোন ছাৰ? কোনে কৰিলে?" হেমন্তই সুধিলে।

—কেলেই দুজন উপদেষ্টা বুলি কৈছো নহয়। তোমালোকৰ উপদেষ্টাৰ সীমা সংখ্যাই নাইনেকি? গৌৰৱে সুধিলে।

—নহয় মানে ছাৰ কোন কোন আহিছিল?

সেই এটাৰ নাম পৰেশ এটাৰ নাম পুলিন বোলে।

অ' সিহঁত ছাৰ স্বয়ম্ভু উপদেষ্টা, দালাল। বিমানে ক'লে।



মৈথুন—১৩

—তেনেকৈ ক'লে নহ'ব নহয় তোমালোকে। তেওঁলোকক দালাল বুলি তোমালোকে জানাই, তোমালোকৰ সংস্থাৰ নামত সিহঁতৰ নিচিনা এসোপাই উদভণ্ডালি কৰি ফুৰে, টকা তোলে—মাৰ পিট কৰে, দম দিয়ে, ভাবুকি দিয়ে—এই সকলোবোৰ কথা তোমালোকে জানাই। কিয় ৰাজহুৱাভাৱে সিহঁতবোৰক কানডেম নকৰাহঁত। ৰাজহুৱাভাৱে নিন্দা কৰি সিহঁতৰ নিচিনাবোৰক বৰ্জন নকৰা কিয় ? তাকে নকৰি ব্যক্তিগত আমেজ পুৰাবলৈ সিহঁতেহে দেখোন বৰ্জনৰ কাৰ্যসূচী তৈয়াৰ কৰে। সিহঁত কলেজত সোমোৱা কিমান বছৰ হ'ল ? চৌধ্ধ-পোন্ধৰ বছৰ নহ'লনে ? চাৰিবছৰীয়া ক'ৰ্ছ এটাৰ বাবে কোনোবা এটা পোন্ধৰ বছৰ ছাত্ৰ হৈ থাকিব পাৰেনে ? সিহঁতৰ নৈতিকতা কিবা আছেনে ? শ্বহীদ বেদীৰ কাৰণে সিহঁতেই সভাপতি সম্পাদক হৈ আশীহেজাৰ টকা তুলি ক'ত কিমান খৰছ কৰিলে আজিলৈকে হিচাপ দিলেনে ? তেনেহলে কিহৰ ভয়ত তোমালোকে পাৱলিকলি কানডেম কৰা নাই সেই শক্তিক। মই যদি কওঁ যে তেনেধৰণৰ দুষ্কৃতিকাৰী কিছুমানেই তোমালোকৰ সংস্থাটোৰ ওপৰত চেকা লগাইছে আৰু কেন্সাৰ ৰোগৰ দৰে তলে তলে খুলি খুলি খাইছে আৰু লগতে আন্দোলনটোৰ মেৰুদণ্ডদালতো ঘুণ লগাইছে ; তেনেকৈ কোৱাৰ বাবদ কাইলৈ সিহঁতে যেতিয়া মোক বৰ্জন কৰাৰ প্ৰস্তাৱ ল'ব বা মোৰ ঘৰলৈ দলিয়াব তেতিয়া তোমালোক দিনৰ পোহৰত বাধা দিবলৈ আহিবানে ? তোমালোকে এনেকুৱা নৈতিকতাবিহীন ফেচিষ্টবোৰক কিয় বাহিৰ কৰি দিয়া নাই ? মই খোলাকৈ কোৱা কাৰণে তোমালোকে হয়তো মোক বেয়া পাইছা কিন্তু সিহঁতেই সিদিনা মোক এই নিউজ নপঠাবৰ বাবে সাৱধান কৰি দিছিল। 'শৈক্ষিক পৰিবেশ' বোলে নষ্ট হ'ব। সিহঁতৰ নিচিনা বোৰে ছাত্ৰৰ নাম লৈ থকাৰ কাৰণেহে শৈক্ষিক পৰিবেশ নষ্ট হৈছে। গৌৰৱ কলিতা উত্তেজিত হ'ল।—নাই ছাৰ আমি বেয়া পোৱা নাই। আমি ছাৰ সিহঁতক গুৰুত্বকে নিদিওঁ।

সেইবাবে আমাক দম দিব নোৱাৰে। কিন্তু ছাৰ কি হ'ব মানুহে বিশেষতঃ বেয়া নাপাব ছাৰ আপোনালোকৰ নিচিনা শিক্ষক অধ্যাপকেহে সিহঁতৰ নিচিনা শক্তিক বেছি লাই দিয়ে।" হেমন্তই ক'লে। বিমান আৰু বৈভৱে শলাগিলে কথাষাৰ।

—সৎসাহসৰ অভাৱ কাৰণেইতো ফেচিষ্টবোৰে সমাজত আগস্থান লৈ নেতৃত্ব বহন কৰিবলৈ সুবিধা পাইছে।" গৌৰৱ কলিতাই ক'লে। বাবু ছাৰ আমি যাওঁ। আমাৰ পৰা কিবা সহায় লাগিলে ক'ব। কৈ বিমানহঁত উঠিল। গৌৰৱ কলিতাও বহাৰ পৰা উঠিল। নোমল শইকীয়াই এতেপৰে তললৈ মুৰ কৰি কিবা লিখি আছিল যদিও এতিয়া মুৰ তুলি হেমন্তহঁত যোৱাৰ ফালে চালে। গৌৰৱ কলিতাই ধুৰুপ জানিলে যে স্কুলৰ পৰা বাহিৰে বাহিৰে শইকীয়াই পৰেশ বা গণীনক বিচাৰি চাব। বহুত কথা কবলগীয়া আছে তেওঁৰ। নজৰুল হুচেইনে অকণমান আগবাঢ়ি আহি ক'লে, "দাদা, আপুনি কিন্তু ভাল কথা ক'লে। চবে ক'বলৈ সাহস নকৰে সিহঁতৰ বিষয়ে আপুনি ভাল ক'লে। পিছে এই কেইটা ল'ৰা আকো বেয়া নহয়। ল'ৰা কেইটাৰ বিচাৰ বুদ্ধি-জ্ঞান আছে।

—বেয়া নহয় কাৰণেহে সিহঁতৰ বিবেকত কামুৰিবৰ কাৰণেই কথাবোৰ কলো। আৰু সিহঁতেও ঠিক কথাকে কৈছে। আমাৰ নিচিনাবোৰেই তেনেকুৱা গুণ্ডাবোৰক ভয় কৰি লাই দি থাকে। তেনেকুৱা তথাকথিত গুণ্ডা স্বয়ম্ভু নেতাবোৰে যেতিয়া 'দহে সাতে বাইশ' বুলি কয় সকলোতকৈ আগতে শিক্ষক শ্ৰেণীটোৱেই থিয় হৈ ক'ব এৰা দহে সাতে বাইশ হয়েই। দেখি আছো নহয়।", কৈ গৌৰৱ কলিতা বহাৰ পৰা উঠিল।

—আৰু এটা কথা হ'ল বুইছে দাদা, আমাৰ শইকীয়া নিজা বাতৰি দিওঁতাই চন্দ্ৰাগগৈৰ নিউজটো ভে'গ কৰিবৰ কাৰণে এটা ৰিপ'ৰ্ট তৈয়াৰ কৰি থৈছিল। পিছে এতিয়া তেওঁৰ আগতে ছাত্ৰ সন্থাৰ ল'ৰাই আপোনাক অভিনন্দন জনাই গ'ল যেতিয়া তেওঁ

আৰু সেইটো নিউজ পঠাবলৈ সাহস নকৰিব। নজৰুল কঁৱাষাৰ কৈ চাৰিওফালে চাই নিজৰ ক্লাছলৈ যাবলৈ ওলাল।

গৌৰৱ কলিতাৰ এনেকুৱা এটা ধাৰণা হ'ল যেন 'যুগবাণী নামৰ কাকতখনৰ যেন তিনিলাখমান কপিৰহে এই অঞ্চলত গ্ৰাহক আছে। মুখে মুখে কাকতখনৰ কথা মুখে মুখে নিউজটোৰ কথা। অথচ মাত্ৰ এই বৃহৎ অঞ্চলটোত কাকতখনৰ প্ৰচাৰসংখ্যা হ'ল তিনিশ। আচলতে চন্দ্ৰা গগৈ বা এজনী নিৰপৰাধী গাভৰু ছোৱালীক বলাৎকাৰ কৰি হত্যা কৰাৰ কাৰণে মানুহবোৰ উদগ্ৰীৱ বা উৎকণ্ঠিত হৈ নিউজটোৰ কথা আলোচনা কৰা নাই, মূল কথাটো হ'ল এনেকুৱা কথাত স্বয়ং মন্ত্ৰী, চিফ কাউন্সিলৰৰ দৰে সৰ্বশক্তিমান লোকক জড়িত কৰাৰ কাৰণেহে মানুহৰ হেপাহ আৰু উৎকণ্ঠা বেছি হৈছে। আজি গোটেই দিনটো গৌৰৱ কলিতাক যিমানবোৰ মানুহে লগ কৰিছে অতিশয় জনপ্ৰিয় মন্ত্ৰী-জনকো কিজানি এদিনত ইমান মানুহে লগ নকৰে। মানুহবোৰে কলিতাক প্ৰশংসা কৰিছে। ধন্যবাদ দিছে বা অভিনন্দিত কৰিছে কিন্তু সেই একেবোৰ মানুহক যদি প্ৰকাশ্যে ৰাজহুৱা প্ৰতিবাদ কৰিবলৈ কোৱা হয় তুপাই বুৰ মাৰিব। গৌৰৱ কলিতাৰ হঠাৎ বিশ্ববিদ্যালয়ৰ অধ্যাপক তথা অস্তিত্ব ৰক্ষা আন্দোলনৰ অন্যতম নেতা ডঃ দেৱ দত্ত মহন্তলৈ মনত পৰিল। ডঃ মহন্তৰ ল'ৰা-ছোৱালীয়ে লিটোল ফাৱাৰত পঢ়ে কাৰণে ভালকৈ অসমীয়া লিখা-পঢ়া কৰিব নাজানে বাবে ডঃ মহন্তই অসমীয়া কিতাপৰ পৰা সাধু পাঢ়ি শুনাব লাগে। ডঃ মহন্ত সাজে-পেছোকে কথাই-ভাষাই চাল-চলনেৰে এজন ঘোৰ অসমীয়া মানুহ আৰু জাতীয় চেতনাই যে তেওঁৰ প্ৰাণ স্বৰূপ দেখা সকলেতো বাদেই জন্মান্ধজনেও তেওঁৰ কথা শুনিলে নিভাজ দেশ ভাষা জাতি প্ৰেমী বুলি কবলৈ বাধ্য। গতিকে অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত ডঃ মহন্ত জপিয়াই পৰিল। নিজৰ বুদ্ধিৰ বলতেই তেওঁ দেশৰ নামজ্বলা নেতা সকলৰ শাৰীত নিজৰ আসন গজগজীয়া কৰি ল'লে। তেওঁ

নিজৰ অধিকাৰ সাব্যস্ত কৰিব পাৰে। জেইলত তেওঁক প্ৰথম শ্ৰেণীৰ প্ৰিজনাৰ হিচাপে ট্ৰিট্ কৰিবলৈ দাবী কৰি সকলো সা-সুবিধা বিচাৰিলে। তেওঁ নিজে ৰান্ধি খোৱাৰ ব্যৱস্থা কৰিলে আৰু প্ৰতি সাজত দিয়াচাৰি পাছ টুকুৰা বৌমাছৰ ৰাহিখিনি ঘৰলৈ পঠোৱাৰো ব্যৱস্থা কৰিলে। দুলীয়াজানত পুলিচে নিৰস্ত্ৰ জনতাৰ ওপৰত গুলী চলালে। জাতিপ্ৰাণ ডঃ দেৱদত্তৰ বুকু ভাগি গ'ল। চাৰ্কিট হাউচত কমিছনাৰ আছেহি বুলিও তেওঁ গম পালে। এশ চৌৱাল্লিশ ধাৰা বৰ্তি আছে বাবে পুৰুষৰ সমাবেশ নিৰাপদ নহয়। গতিকে ৰাতিটোৰ ভিতৰতে তেওঁ মহিলাৰ সংগঠন এটা কৰি পিচদিনা মহিলাৰ দ্বাৰা কমিচনাৰক ঘেৰাও কৰাৰ আঁচনি কৰিলে। মহিলাৰ সমদল আগবাঢ়ি গৈ আছে চাৰ্কিট হাউচৰ ফালে। দেৱদত্তৰ পত্নীও আহিলাহেঁতেন সমদলত যদিহে তেওঁৰ হঠাতে পুৰণা মুৰ ফুৰাণিটোৱে লগ নললে-হেঁতেন। ডঃ শইকীয়া বা ডঃ বৰুৱাৰ দৰে চিন্তাশীল নেতাকেজন অলপ শঙ্কিত হ'ল কাৰণ আইন তেতিয়া পুলিচৰ লাঠীৰ আগত। ইচ্ছা কৰিলে জনসমাবেশত পুলিচে গুলীয়াব পাৰে মহৰ টোকো-নেৰে টঙনিয়াব পাৰে, শুই থকাতে ৰাতি বুট জোতাৰে গুৰিয়া পাৰে। আইন পুলিচৰ লাঠীত আৰু সংবিধান দুহাতৰ তলুৱাত। মহিলা সকলক পুলিচে বাধা দিছে। সমদলটোৰ পৰা দুই ফাৰ্লংমান আঁতৰত বৈ থকা ডঃ মহন্ত খঙত ফাটি পৰিব ধৰিছে। কমিছনাৰৰ ইমান সাহস; আই সকলক অৱজ্ঞা কৰে। ছাত্ৰ এজন চাইকেল মাৰি পাৰ হৈ গৈছিল। ডঃ মহন্তই ৰখালে তেওঁক। জেপৰ পৰা কলম আৰু কাগজ উলিয়াই চাইকেলৰ চেডেলতে থৈ লিখিলে, "কুকুৰটো ওলাই নাহে; তাক ভিতৰতে শুই থকাতে ঘেৰাও কৰক।" কাগজ টুকুৰা ল'ৰাটোৰ হাতত দি ক'লে, এই কাগজ টুকৰা লৈ সমদলটোৰ আগৰ মহিলা কেই গৰাকীৰ হাতত দি থৈ ঘোৰাগৈ।" ল'ৰাটো শঙ্কিত হ'ল। 'যদিহে ডঃ মহন্ত ছাৰৰ নিৰ্দেশ পাই মাইকী মানুহবোৰে

কমিছনাৰক শোৱাতে ঘেৰাও কৰে পুলিচে শুদাই এৰিবনে ? গাজিকে সি কাগজ টুকুৰা জেপতে লৈ চাইকেলত উঠিল। আৰু মহিলাৰ সমদলটোৰ আগৰ ফালে মহন্ত ছাৰে দেখাকৈ মহিলা কে'গৰাকীমানৰ লগত কিবা অন্য কথা পাতি গুছি গ'ল।

গৌৰৱ কলিতাৰ এই ঘটনাটো মনত পৰিল। আৰু এটা কথা কলিতাৰ মনত পৰিল যে এই ঘটনাটোকে 'টেইল পিচ' কৰি স্থানীয় সাংবাদিকজনে যি জন এজন ঘোৰ আন্দোলনকাৰীও, বাতৰি কাকতত দিলে। প্ৰকাশ হোৱাৰ দুদিনৰ পিচতেই ৰাতিৰ আন্ধাৰত কোনোবাই সাংবাদিক-জনক বগৰাই বগৰাই মাৰিয়ালে। এই গোটেই কথাটোকে আকৌ এটা নিউজ আইটেম কৰি গৌৰৱেও বাতৰিত দিলে যদিও তেওঁক অৱশ্যে কোনেও একোকে নক'লে।

কিবা কাৰণত গৌৰৱ কলিতাৰ মনটো যিমানে বেয়া লাগিছে তেনেকৈ অন্য কিবা কাৰণত আকৌ ভালো লাগিছে। তেওঁ কাৰণ নিৰ্ণয় কৰিব পৰা নাই, সন্ধ্যালগাৰ সময়তে গৌৰৱ ঘৰ পালেগৈ। বিভিন্ন মানুহৰ বিভিন্ন প্ৰশ্নৰ একেবোৰ অৰ্থহীন উত্তৰকে দি দি তেওঁৰ আমনি লাগিল। মানুহটোৰ যথেষ্ট ভাগৰো লাগিছে। চাহ কাপ খাই থকোতেই ক'ৰবাত কোনোবাই চিঞৰি চিঞৰি কন্দা শুনিলে। চাহৰ গিলাচটো টেবুলত নমাই গৌৰৱে কান থিয় কৰোতেই বুণুমীয়ে ক'লে, "মানুহজনী মৰিল হবলা।"

কোন মানুহ ?

—ভদোৰ ঘৈণীয়েক।

—ভদোৰ ঘৈণীয়েক—সেই গাভৰু মানুহজনীৰ কি হৈছিল ?

—আপুনি অহাৰ আগতে ভদোই নিজেই তিনিবাৰ আপোনাক বিচাৰি আহিছিল।

হয়নেকি। কি হৈছিলনো।

—নিজৰ দোষত। আঠমহীয়া সন্তান গুচাবলৈ গৈ বিহ-দৰৱ খালে। কোৱা শুনিছো পেটতে সন্তান গেলি গ'ল। কালি নিশা ডাক্তৰ আহিল। আহি সন্তান বাহিৰ কৰিলে। মানুহ-

জনীক তেজ দিব লাগিব বুলি ক'লে। তেওঁৰ থকাটো বেছি নহয় ইয়াত ৰাখিবই নালাগিছিল। তামোলৰ গাতৰ পৰা তামোল উলিওৱাদি টুকুৰা টুকুৰ কীৰ উলিয়ালে বোলে। গোন্ধত থাকিব পৰা নাই। দেখিছেই লাওলোৱা মানুহ, তাতে গঞ্জা চুবুৰীয়া, ভদো আৰু ঘৈণীয়েকে ডাক্তৰৰ ঘৰতে কটনা কাটি থাকে। নাই তেজখোৱা ডাক্তৰে টকা তিনিশ লৈহে ঘৰলৈ গ'ল। টকানো পায় ক'ত? ডাক্তৰো নুঠে। ওলালগৈ নহয় তাতে হেজাৰ শিয়ালৰ বুন্ধি থকা বিধবা হাড়লীৰ নাতিনিয়েক গুবিন শৰ্মা। চোৰটো ক'পাটিভৰ চাউল চেনি ব্লেক কৰা পেটকুলীটো। বিপদটো ডাঙৰ বুলি কৈ গাভিনী চেউৰীজনী থেদি লৈ আহি টকা তিনিশ দিলে। তাকে লৈ গাৱঁৰ ডাক্তৰ নীহাৰ গোস্বামী গ'লগৈ দীঘল প্ৰেছক্ৰিপছন এখন লিখিদি। ক'লে বোলে তেজ দিব লাগিব—চিঁভিললৈ নিবই লাগে। নিয়ে কেনেকৈ? আজি দিনটোত তিনিবাৰ আহিল আপোনাৰ ওচৰলৈ। বাতৰি কাগজত এনেকুৱা বাতৰি বোৰো দিব লাগে। আঠমহীয়া সন্তান গুচাব লাগে কিয়? কিয় আজিৰ দিনটো বিহু দৰৱ খাব লাগে। গুবিন শৰ্মা, নীহাৰ ডাক্তৰৰ দৰে তেজ খোৱা ম'হ জোকবোৰে কেনেকৈ তেজ পি আছে গঞ্জা ভিকহুৰ এইবোৰ সৰু খবৰ বুলি আওহেলা কৰিব লাগেনে। এইবোৰ খবৰ বাতৰি কাগজত উলিয়াই দিব লাগে। কাম হ'ব।

তামোল খাব নেকি।

—নাই নেলাগে। ৰ'বাচোন মই ভদোৰ ঘৰৰ পৰাই আহোঁ।

—যাবহে যাব সোনকালে আহিব। মানুহক কেনি গৈছে কেতিয়া আহিব প্ৰশ্নৰ উত্তৰ দি থাকিব নোৱাৰো। তাৰ বাহিৰেও ল'ৰা এটাই বুতি দিব অকণমান তাকোতো চাব লাগে। বুণুমীয়ে ক'লেহে যদিও গোৰবে সেই কথাৰ উত্তৰ নিদিলে কাৰণে উত্তৰ-প্ৰত্যুত্তৰ একোকে নাপালে। গোৰবৰ এইটো স্বভাৱেই ঘৈণীয়েকে

বিবজিত থাকিলেও একো নকয় প্ৰশংসাত পঞ্চমুখ হ'লেও একো নকয়।

গৌৰৱক দেখি ভদো আৰু ভদোৰ ল'ৰা-'ছোৱালী চাৰিটাৰ ডাঙৰ দুটাই তেওঁৰ ওচৰতে বৈ চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে। কান্দি কান্দি আদ্যোপ্ৰান্ত কাহিনী ক'লে।

শ্মশানলৈ নিয়াৰ পাতহে গৌৰৱ ভদোৰ ঘৰৰ পৰা আহিল। মানুহ মৰিলে আৰু বিয়া পাতিলে কাৰোবাৰ ঘৰ হৈ নাথাকে, গাৱঁত এতিয়াও সেই ঘৰ ৰাজহুৱা হয়। ভদোৰ চোতালতো বহুত মানুহ গোট খাইছিল। কণ্ঠীয়েহে ক'লে বোলে গৌৰৱ গম পাইছনে নাই খাবলৈ নাপাই আমাৰ খনগাৱঁতো ল'ৰা এটা মৰিল। সেই নিতাইৰ ল'ৰাটো খাবলৈ নেপায়েই মৰিল। আৰু মৰিব। বৰ বেয়া একাল আহিছে। পুণ্যেশ্বৰ হাজৰিকাই ক'লে বোলে গম পাইছানে নাই গৌৰৱ বোপা আমাৰ গাৱঁত অৰ্থাৎ নামঘৰত এতিয়া আঠখেল হ'ল। তিনিশ ঘৰ মানুহ থকা গাওঁখনত আঠখেল হ'ল।

এৰা ভালেই হৈছে ; গুৰুজনাই গোটেই দেশখনৰে জাত-পাত নগনি সকলো মানুহ গোটাই এখেল কৰিব খুজিছিল এতিয়া তেৰাৰ অনুগামী সকলে গাওঁখনৰ ককাই ভাইখিনিকে খেল খেল কৰিলে। গুৰুৰ নজন ভকতৰ ভিতৰত গৰীয়া ভকতো থাকিব পাৰিছিল, আজিকালি আকৌ কলিতাৰ নাম ঘৰত গাৱঁৰে সুত-কুলীয়া চাৰিঘৰে স্হান নাপায়। সেই চাৰি ঘৰে গোট খাই আকৌ ছালি এখন সাজি নামঘৰ এটা পাতি ল'ব লাগে, এৰা ; এইবোৰেই কথা। এইবোৰ ভকতেই আকৌ কোচবেহাৰত চিনি নোপোৱা গুৰুজনাক জগতগুৰু আখ্যা দিয়ে।

ক'ত জগতগুৰু অসমতে গুৰুক হত্যা কৰিব খুজিছে এচামে। তাকে ক'লে মই যাদৱ কমিউনিস্ট বুলি মদৰ মাষ্টৰে হাতৰ তলুৱাৰ পৰা চাদাখিনি গাল মাৰি মুখত ভৰাই ললে। মুখ আগলিকা বয়সীয়া যাদৱ মাষ্টৰে কোনেও নকয় যদিও নিজৰ ধৰণেৰে. কিন্তু

এটা বিষয়ৰ ওপৰত মতামতে দি 'তাকে' ক'লে মই যাদৰ কমিউনিষ্ট বুলি মোখণি মাৰে।

ভদোৰ ঘৰৰ পৰা অহাৰ পাচত গৌৰৱৰ কাগজখন মেলি লবলৈয়ো মন নগ'ল। যিবোৰ মানুহৰ কাৰণে পৰিয়াল কল্যাণ আঁচনি প্ৰচলন কৰা হৈছিল সেইবোৰ মানুহক আঁচনিখনে স্পৰ্শ কৰিবগৈ পৰা নাই। যি পৰিয়াল পৰিকল্পনা নকৰিলে চলে সেই-বোৰেহে আঁচনিখন কাৰ্যকৰী কৰিছে। এবাৰ ফিল্মষ্টাৰ মৌচুমী চেটাৰ্জীয়ে পৰিয়াল পৰিকল্পনা আঁচনিখনৰ ওপৰত বৰ তিৰ্যক উত্তৰ এটা দিছিল। তেওঁক সাংবাদিকে প্ৰশ্ন কৰিছিল বোলে আপুনি পৰিয়াল পৰিকল্পনা আঁচনিখনক সমৰ্থন কৰেনে? তেওঁ লগে লগে তপৰাই উত্তৰ দিলে ওহো কেতিয়াও নকৰো। আমাৰ সংখ্যা কমি গ'লে দেশৰ দুখীয়া ভিকহুবোৰ অধিক সংখ্যাগৰিষ্ঠ হ'ব আৰু আমাক চেপি মাৰিব তেতিয়া। উত্তৰটো বৰ বৌদ্ধিক আৰু ব্যঙ্গাত্মক।

দুৱাৰখন জপাই এনেয়ে বিচনাত বাগৰ দিব খোজোতেই নওলামুখত গাড়ী এখন ৰোৱাৰ শব্দ শুনিলে। গাড়ীৱালাসকলৰ ভাগ্য ভাল যে খৰালি কালত আহিবলগীয়া হৈছে। বাৰিষা এইখন গাৰঁত পি ডবলিউ ডি বাটতো গাড়ী চলোৱা টান। গাড়ী-ৰোৱাৰ শব্দ শুনিয়েই ৰুণুমী পাকঘৰৰ পৰা খেদা মাৰি অহাদি আহিল। ক'লে "মোৰ ভাত্ৰ হ'লেই দেই। ভাত বাহিব খুজি-ছিলোৱেই কথাৰ মৰণা মাৰি ৰাতি দুপৰলৈকে থাকিব নালাগে। কোন ক'ত আহিছে সোণকালে পঠাব। মই বোন্দাপৰ দি বহি থাকিব নোৱাৰো।" গৌৰৱে একো নক'লে।

গাড়ীৰ পৰা নামি সোমাই আহিল চীফ কাউন্সিলাৰ অনন্ত কাকতি আৰু দেখিলেই গুণ্ডা যেন লগা শকট মোচাল এজন আৰু কাঠ ব্যৱসায়ী দেবেন শৰ্মা। কাঠ ব্যৱসায়ীক লগত দেখি গৌৰৱ কলিতাৰ আচৰিত হোৱাৰ পাল। এইজনৰ গাড়ীখন দেখোন স্বায় সংস্থায়ো ব্যৱহাৰ কৰে জাতীয়তাবাদীয়েও ব্যৱহাৰ কৰে অঞ্চ

মহাশয় সোশৰীৰে থাকে চীফ কাউন্সিলাৰ বা মন্ত্ৰীজাতীয় প্ৰাণীৰ লগত। গৌৰৱে শ্ৰুীণথনৰ সিফালে থকা টেপৰেকৰ্ডাটোৰ চুইট-চটো অন কৰি থৈ আহি, তেওঁলোকক সম্ভাষণ জনালে, "আহক আহক বহক। —আমি আপোনাৰ ঘৰত বহিবলৈ অহা নাই।" কোনো প্ৰস্তাৱনা নকৰাকৈ চীফ কাউন্সিলাৰ অনন্ত কাকতিয়ে আৰম্ভ কৰিলে। "আজিৰ কাকতত আপুনি যিটো তদন্ত প্ৰতি-বেদন নামৰ বস্তু দিলে সেইটোত আপুনি মোকো সাঙুৰি দিছে। আপুনি এইটো কাম কিয় কৰিলে?" চীফ কাউন্সিলাৰৰ বৰ বেয়া খং এটা উঠিল। "আগতে আপুনি এখেতক লগ পাই এবাৰ সুধি বুজি লব লাগিছিল।" দেৱেন শৰ্মাই ক'লে। গুণ্ডা যেন লগা মোচালটোৱে এনেয়ে হাতৰ আঙুলিবোৰ মটক মটক ফুটাই আছে। গৌৰৱ কলিতাই মনে মনে ভাবি আছে যে এই মোচালটোক তেওঁ কৰবাত দেখিছেনেকি। অথবা ইয়াক লগত লৈ অনাৰ উদ্দেশ্য কি? সিও পোনে পোনে গৌৰৱ কলিতালৈ চাই আছে। আজিকালি প্ৰত্যেক ৰাজনৈতিক নেতা আৰু ব্যৱসায়ীয়ে লগত এনেকুৱা খঙাল শিঙাল একোটা লৈ ফুৰে। ভোট গ্ৰহণৰ আগতে ভোটৰ কেনভাচ কৰিবলৈ যাওঁতেও এনেকুৱা শিঙাল এমখা লগত নিয়ে। গতিকে গৌৰৱ কলিতাৰ ভয়ৰ সঞ্চাৰ পুতৌ হ'ল। বোধ হয় এই শিঙালটোৰ সাহসতেই অনন্ত কাকতিয়ে তেওঁক ঘৰতে চাৰ্জ কৰিবলৈ আহিছে। "আপোনাৰ হাতত এনে কিবা প্ৰমাণ আইমিন ডকুমেণ্টৰী প্ৰুফ আছেনে যে আপুনি মোক সেই কদৰ্য কেলেঙ্কাৰীৰ লগত জড়িত কৰিলে।" খঙত যেন ফাটি পৰিব কাকতি। ইতিপূৰ্বে কাকতিৰ খঙৰ বেছ কিছু কৃতিত্ব গৌৰৱে শুনিছে। "হাতত প্ৰমাণ নৰখাকৈ মই আজিলৈকে একো বা তথ্যৰিকে পৰিবেশন কৰা নাই।" গল-গলীয়া মাতেৰে গৌৰৱ কলিতাই ক'লে।

—থাকিব পাৰে আপোনাৰ হাতত বহুত মনে সজা প্ৰমাণ, আপুনি ৰাখিব পাৰে কিন্তু তাত কোনো সত্যতা নাই। দস্তুৰ-

মতে আপুনি ৰাজহুৱা ভাৱমূৰ্তিত চেকা সানিছে আৰু অপদস্ত কৰিছে। আপোনাক মই সাৱধান কৰি দিলোঁ যদিহে আপুনি এই সপ্তাহৰ ভিতৰতে কাগজত শুধৰণি নিদিয়ে মই আপোনাৰ ওপৰত ডিফেমেছন কেচ দিম। আপুনি ভয়াবহ পৰিণতিৰ সম্মুখীন হ'ব লাগিব কিন্তু মই কৈ থলোঁ। আপোনালোকৰ বাবে অবৈধ হ'লেও দেশত চৰকাৰ এটা আছে।—দিয়ক, আপুনি আপোনাৰ মতে ডিফে মেছনকেচ দিয়ক মই মোৰ মতেৰে নিজকে কেনেকৈ পাৰোঁ ফিফেণ্ড কৰিবলৈ চেষ্টা কৰিম।"

আপোনাৰ কিন্তু চাকৰিটো গোলমাল লাগি যাব মই কৈ থলোঁ।

—ময়া তাৰ বাবে সাজু আছোঁ আপোনাক জনাই থলোঁ। মই যদি কওঁ আপুনি পাৰ্টিৰ পৰা টকা লোৱাৰ প্ৰমাণ আমাৰ হাতত আছে তেতিয়া ?

—নিশ্চয় আপুনি কৰ্টত দাখিল কৰিব পাৰিব। তেনেহলে আপুনি কাকতত শুধৰণি দিয়াৰ ব্যৱস্থা নকৰে ? মই চন্দ্ৰা গগৈক কেনেকৈ হত্যা কৰা হ'ল তাৰ ওপৰতহে প্ৰতিবেদন এখন যুগুতাই আছোঁ আৰু দুই এদিনত কাকতলৈ প্ৰকাশৰ বাবে পঠাম।

গৌৰৱ কলিতাৰ কথা শুনি অনন্ত কাকতি কিছুপৰ বচন পাহৰি ষোৱা বা স্মাৰকৰ মাত নুশুনা ভাৱৰীয়াৰ দৰে তভক মাৰি ৰল। তেওঁ পোনে পোনে গৌৰৱৰ ফালে চকু দুটা বহলকৈ মেলি চালে।

—বুইছে কলিতা আপোনাতকৈ বহুত ডাঙৰ ডাঙৰ সাংবাদিকক আমি জেপত ভৰাই থব পাৰোঁ বা আমাৰ ওচৰত হাত জোৰ কৰাই থিয় কৰাই থ'ব পাৰোঁ। আপোনাক কিমান টকা লাগে—পাঁচ হাজাৰ, দহ হাজাৰ, কুৰি হাজাৰ।" কাকতিৰ কথা শুনি গৌৰৱৰ হাঁহি উঠিল। তেওঁ হাঁহি চম্ভালিব নোৱাৰিলে আৰু শব্দ কৰি হাঁহি দিলে।

—দেটচ্, অল ৰাইট। আই উইল চি ইউ" বুলি অনন্ত কাকতি। ফোঁ ফোঁৱাই ওলাই গ'ল। পোহনীয়া কুকুৰৰ দৰে পাচে ওলাই গ'ল দেবেন শৰ্মা আৰু মোচাল বলীষ্ঠ। তেওঁলোকে গাড়ীত উঠি ষ্টাৰ্ট নিদিয়ালৈকে গৌৰৱ কলিতা চোফাখনত বহিয়েই থাকিল। হঠাৎ মনত পৰাত টেপ ৰেকৰ্ডাৰৰ চুইচটো অফ কৰি দিলেগৈ। গৌৰৱ কলিতাৰ ভাগৰ লাগিছিল। তেওঁৰ চকুদুটা জাপ খাই যাব খুজিছিল। অভিলাষে ইংৰাজী কিতাপখন আনি তেওঁৰ ওচৰত থৈ ক'লে।

—দেউতা এই লেচনটো মোক ভালকৈ বুজাই দিয়াচোন।

—কেলেই ক্লাছত পঢ়ুউৱা নাছিলো জানো ?

—মোৰ পেটৰ অসুখৰ বাবে সেইদিনা স্কুললৈ যোৱা নাছিলোঁ।

—হয় নেকি ? বাৰুকাইলৈ পুৱা বুজাই দিম, এতিয়া যা। মোৰ বৰ ভাগৰ লাগিছে।" অভিলাষে মনটো গোমা কৰি ওলাই গ'ল। পাকঘৰৰ পৰা ৰুণুমী ওলাই আহিল। তেওঁ চোফাত চকুমুদি থকা গিৰিয়েকলৈ চাই সুধিলে কথা কাণ্ডৰ পৰা সেই-কেজন ডাঙৰ মানুহ যেনেই ল্যাগিল। বৰ গৰম কথা ক'লে দেখোন কি হ'লনো ?

—টকা দিব খুজিছিল। লোৱা হ'লেই ভাল আছিল টি, ভি এটাৰ কথা কৈ আছা লব পাৰিলোহেঁতেন ; স্কুটাৰ এখনো কিনিব পাৰিলোহেঁতেন।

—সঁচাকৈ টকা দিব খুজিছিল নেকি ?

—মিছাকৈ কৈছোনে ? বিশ হাজাৰলৈকে দিবলৈ ওলাইছিল।

—আপুনি নলও বুলি কলত কি ক'লে ?

—আই উইল চি ইউ বুলি উত্তৰ দি গৈছে।

—মই আপোনাক সদায় কৈ আছোঁ নহয় অলপ সাৱধানে কাম কৰিবলৈ। আজি কালি দিন-কাল বেয়া। কোনো কাৰো মিত্ৰ নহয়। মানুহে মানুহক ঘাইল কৰিবলৈ আজি কালি পৰোৱাই

নকৰে। বিভিন্ন দেশত সাংবাদিকৰ ওপৰত কিমান অত্যাচাৰ কৰাৰ কথা পঢ়িবলৈ পাইছোঁ। মোৰ মতেৰে আপুনি এইটো কাম এৰি দিয়ক।

—এৰিতো দিলোৱেই।

—কি কৈছে ?

—ঠিকেই কৈছোঁ। এতিয়া মই সাংবাদিক ৰুণুমী কলিতাৰ হৈহে কাম কৰি আছোঁ। আমাৰ চাকৰিবোৰ চৰকাৰী হোৱাৰ পাচত সাংবাদিকৰ এখন নতুন নিয়োগপত্ৰ তোমাৰ নামত অনা নাই জানো। গতিকে এৰিলো কেতিয়াবাই।

—যিকোনো এটা কথা ক'লেই পেংলাই কৰি উৰাই দিয়ে। আপোনাক যিটো মানুহে বাতৰি এটা নিদিবৰ কাৰণে বিশ হেজাৰকৈ টকা দিবলৈ আহে সেই মানুহটোৱে কাইলৈ কৰো বুলি কি কৰিব নোৱাৰে।

—দিয়া দিয়া ভাত দিয়া। বহুত ৰাতি হ'ল। ভাগৰ লাগিছে।

ভাতপানী খাই উঠি গৌৰৱে বিছনাত বাগৰ দিছিল। ৰুণুমীয়ে টিউবেলত কাঁহি বাতি ধুই আছিল। আৰু গুণেশ্বৰ ঘৈণীয়েক মিনুৰ লগত কথা পাতি আছিল ভদোৰ ঘৈণীয়েকৰ বিষয়ে। ক্ষীৰৰ মাকৰ পৰা বোলে দৰৱ আনি খাইছিল। ক্ষীৰৰ মাকৰ দৰৱ খাই গা খালাচ কৰিবলৈ গৈ গাওঁখনত কেইজনী মানুহ আওমৰণেৰে মৰিছে তাৰ খবৰ নাই। তথাচ দিয়ায়ো দিয়ে দৰৱ খোৱায়ো খায় আওমৰণেৰে মৰে।

বিচনাৰ পৰাই গৌৰৱে কান থিয় কৰি শুনিলে যেন কেইখনমান স্কুটাৰ বা মটৰ চাইকেলৰ তিনি আলিটোত ৰৈছেহি। এই মাজ নিশাখন আকৌ কোন আহিল। নাই ঘৰত আজি নাই বুলি ক'বলৈকে ৰুণুমীক ক'ব লগা হ'ল বুলি গৌৰৱ বিচনাৰ পৰা উঠিল আৰু পিচফাললৈ গ'ল। তেনেকুৱাতে চিএৰ বাখৰ।

লগে লগে ওচৰ চুবুৰীয়া আটাইকেউ ঘৰবে জ্বলি থকা লাইট-বোৰ নুমাই গ'ল।

গুবিন শৰ্মা, হায়াৰছেকেণ্ডেৰীৰ শিক্ষক গোলাপ গোহাঁই, বিবুধ বৰাহঁতৰ ঘৰৰ লাইটবোৰ নুমাই গ'ল। লৰাল-ৰিকৈ কাঁহি-বাতিজাপ লৈ ৰুণুমী ভিতৰ সোমাই থক্‌থক্‌কৈ কঁপিছে। পিচ চোতালেদি গুণেশো আঁহি গৌৰৱৰ ওচৰত ৰ'লহি। সি ভয় খাইছে। আন্ধাৰে-মুধাৰে গৌৰৱ গৈ আগ ফালৰ বাৰাণ্ডাত ৰ'লগৈ। ওচৰতে গুণেশ আৰু ৰুণুমী। সিহঁতে অবাইচ গালি পাৰিছে। গালি পাৰোতে সিহঁতৰ শব্দ ব্যৱহাৰত খেলিমেলি লাগিছে, ব্যাকৰণ ভুল হৈছে আৰু তাতোতকৈ ডাঙৰ কথাটো হৈছে সিহঁতৰ পাক খাই পাক খাই যোৱা জিভা-বোৰে শব্দবোৰ দাঙিব পৰা নাই। দলিয়াই দিব খোজা শিল-গুটি এটা হাতৰ পৰা মাটিত খটৰকৈ সৰি পৰাৰ দৰে সিহঁতে গালিত ব্যৱহাৰ কৰিব খোজা শব্দবোৰ জিভাৰ পৰা সৰি সৰি পৰিছে। সিহঁতে গৌৰৱৰ নাম ধৰি চিঞৰি চিঞৰি গালি পাৰিছে ঃ ঐ চালা গৌৰৱ কলিতা নে ফৌৰৱ কলিতা অৰুণ ছোৰী ওলাবলৈ আহিছ। চালা আমি দালাল আমি গুণ্ডা আমাক ছাত্ৰ সংস্থাৰ পৰা ৰাহিৰ কৰি দিব লাগে। কুকুৰ পোৱালী মাতণ্টৰ ; বাপেৰহঁতক চিনি পোৱা নাই—কলেজত আমি পোন্ধৰ বছৰ আছোঁ বাবে নিন্দা কৰিবৰ্ছ, পোনধৰ বত্‌ছৰ নেলাগে পত্‌চিছ থাকো তোৰ্ৰ কি হ'ল কুকুৰ পোৱালি। ঐ চালা ইচ্‌টুপিত চুটমাৰ্নিং সাংবাদিক ওলাই আহ তোৰ বাহাদুৰী চাই লওঁ। বাপেৰহঁতক জোকাবলৈ আহ। চাওঁচোন কোনে আমাক বৰ্জন কৰে। চিনি পোৱা নাই তোকহে বৰ্জন কৰিম। দদায়েৰহঁতক গোচৰ দিছিল নহয় কতা—এতিয়া নাহে কিয় তোক বচাবলৈ ওলাই আহ কুকুৰৰ পোৱালি চালা বাচ্‌টাৰ্ড।''—গুণেশ ভয়ত কঁপিছে। ৰুণুমী বতাহত কঁপা আগলি কলাপাতৰ দৰে কাঁপছে? গৌৰৱ থৰ হৈ আছে। পৰেশ আৰু গুণীনৰ মাত দুটা

গৌৰৱে বুজিছে যদিও বাকী কেটাৰ মাত কেটা ধৰিব পৰা নাই নোমল শইকীয়াই তেনেহলে ঠিকমতেই ৰিপ'ৰ্ট কৰিলে। বৈভৱ-হঁতে কোৱাগৈ নাই সিহঁতক। গৌৰৱে ক'বলৈ গৈছে কৈছিল যদিও এনেকুৱা ততাতৈয়া অসভ্যালি এটাৰ আশা কৰা নাছিল। ইমান তললৈ এজন শিক্ষকৰ ওচৰত নামি যাব পাৰিব বুলি গৌৰৱে ভাবিব পৰা নাছিল।

—এবাৰ চাই আহোগৈ নেকি কোন কোননো'' গৌৰৱে ক'লে। গুণেশ আৰু ৰুণুমীয়ে গৌৰৱৰ দুয়োটা হাতত ধৰি বাধা দি ক'লে "নাই নালাগে, শুদা হাতে বলিয়া কুকুৰৰ ওচৰলৈ যাব নাপায়।''

সিহঁতে গালি পাৰি পাৰি এসময়ত মটৰ চাইকেলত ষ্টাৰ্ট দিলে তাৰ পাচত গৌৰৱৰ ঘৰৰ ছাললৈ দলিয়াবলৈ ধৰিলে। মাটিৰ চপৰাবোৰ টিনৰ ছালত ঘটং ঘটং পৰি ভাগি জিৰ জিৰকৈ তললৈ পৰিছে। মাজে মাজে ইটাৰ টুকুৰাও পৰিছে। অভিলাষ আৰু সীমনাই বিচনাৰ পৰা উঠি চিঞৰি চিঞৰি কান্দিছে। ৰুণুমী ভিতৰলৈ গৈ সিহঁতৰ মুখত সোফা মাৰি দিছে হাতৰ তলুৱাৰে। পিচ চোতালেদি গৌৰৱৰ মাক আৰু গুণেশৰ ঘৈণী-য়েকো আহি বাৰাণ্ডাত ৰ'লহি। চোতালখন পাৰ হওঁতেই বুঢ়ীৰ পিঠিত এটা চপৰা আন্ধাৰে মুধাৰে পৰিল। বুঢ়ীয়ে 'উস্' বুলি বেগাই আহি দুৱাৰ দলিত জুতি মাৰি দিলেহি। গৌৰৱৰ অসহ্য লাগিল। এনেকৈ মনে মনে থাকিলে সিহঁতে চল পাব ভয় খাইছে বুলি ভাবিব। পতাপত গৌৰৱে বাহিৰৰ ভিতৰৰ সকলোবোৰ লাইট জ্বলাই দিলে। চাৰিওফালে দিন যেন পোহৰ হৈ গ'ল হাতত যাঠি পাট লৈ গৌৰৱ চোতাল পালেগৈ কি নাপালেই ষ্টাৰ্ড কৰি থোৱা মটৰ চাইকেল তিনিখনত উঠি বীৰসকল গললগৈ গৌৰৱ চোতালত থৰ হৈ ৰ'ল। এনেকুৱা এটা অৱস্থাটো গৌৰৱে বৰ ধীৰে কণ্ঠে ক'লে। ইহঁতৰ চাকৰি নাই বাকৰি নাই, কোনো উপাৰ্জন নাই ঘৰৰ অৱস্থাও বেয়া কিন্তু ইহঁতে মটৰ চাইকেল

কেনেকৈ লৈছে ? গৌৰৱৰ মুখত কথাটো শুনি সকলো আচৰিত হ'ল যদিও কোনেও একোকে নক'লে।

—মোৰ কথা নুশুনে, মই সাৱধান হ'বলৈ অনবৰতে কৈ আছোঁ, কাণ নকৰে মাইকীমানুহবে কথা বুলি। ওচৰ চুবুৰীয়া সকলোৱেই দেখোন লাইট-চাইট দুৱাৰ ঘৰ মাৰি ভিতৰ সোমাল। মই হে কান পৰা নাই কিন্তু ওচৰ-চুবুৰীয়া কাক আপুনি উপকাৰ নকৰাকৈ আছে।

—হেৰি অ' কি হ'লনো—কোনে ইমান গালি পাৰিছে ? কাক গালি পাৰিছে নো ? গৌৰৱৰ মাকে একো উৱাদিহ নাপাই সুধিলে।

—পুতেকক গালি পাৰিছে। বাতৰি কাগজত যিহকে তিহকে আগ পাছ নুগুনি বাতৰি দিব, য'তে ত'তে যিহকে তিহকে কব, সেৱা আজি ঘৰতে কাটি থৈ গ'লহেঁতেন। ৰুণুমীৰ খঙো উঠিছিল বেজাৰো লাগিছিল। হাতৰ যাঠি পাট দুৱাৰ চুকত থৈ বাহিৰৰ লাইটবোৰ নুমাই গৌৰৱ ভিতৰ সোমাল।

## চাৰি

তিনিদিন অসম বন্ধৰ পাচত গৌৰৱ কলিতা স্কুললৈ আহি কমনৰুমত সোমোৱাৰ পাচত মন কৰিলে সকলো যেন গোমা। নজৰুল তেতিয়াও অহা নাই। নোমল শইকীয়াই বৰ ব্যস্ততাৰে মুখৰ আগত এজাপ লিখা কাগজ লৈ তাৰ পৰা চাই চাই নিলিখা কাগজ এখনত কিবা ন'ট কৰিছে নিশ্চয় বিভিন্ন গোটৰ সভাপতি সম্পাদকৰ অসম বন্ধৰ ওপৰত বিবৃতি। গৌৰৱৰ এটা কথাই ভাল যে কোনেও তেওঁৰ ওচৰলৈ বিবৃতি লৈ নাহে। নজৰুল আহিল। আহিয়েই তেওঁ গৌৰৱৰ ওচৰত বহি ল'লে। আদ্যোপান্ত সকলো কথা সুধিলে। গৌৰৱে গোটেই ঘটনাটো ক'লে। পিচদিনা পুৱাই যে দুৱাৰ মুখৰ গছত, নঙলা খুটাত, নাহৰ গছ সোণাৰু গছত পষ্টাৰবোৰ দেখিছিল সেইবোৰো ক'লে। নজৰুলে

দুখ কৰিলে। তেওঁ ডিব্ৰুগড়লৈ যাবলগীয়া নোহোৱা হ'লে খবৰ পায়েই যে গ'লহেঁতেন তাকো ক'লে। গৌৰৱে ক'লে যে স্কুলৰ বাকীবোৰে খবৰ কৰিবলৈ ষোৱাটো দুৰৰে কথা পিছ দিনা স্কুলতো কোনেও নুসুধিলে কিনো হৈছিল।

—মই আকৌ ডিব্ৰুগড়ৰ পৰা আহিয়েই কি শুনিলোঁ জানেনে নাই আপোনাক বোলে ঘৰতে ল'ৰাই গৈ পিটিলে আৰু কানত ধৰি উঠা-বহা কৰালে—জোতাৰ মালা পিন্ধালে।" নজৰুলে ক'লে।

—ঠিকেই শুনিছো সেইদৰেই প্ৰচাৰ হৈ গ'ল।" গৌৰৱে ক'লে।

—দাদা সিহঁতে প'ষ্টাৰবোৰত কি লিখিছিল?

—কি লিখিব আৰু অবৈধ চৰকাৰৰ দালাল কোন গৌৰৱ কলিতা, অবৈধ চৰকাৰৰ পদলেহন কৰে কোনে গৌৰৱ কলিতাই। গৌৰৱ কলিতাৰ ঘৰলৈ আহ—যাহ কাৰ—অবৈধ চৰকাৰ অবৈধ নেতাৰ। এইবোৰেই আৰু। মই পিছে প'ষ্টাৰবোৰ ফলা নাছিলোঁ; গুণেশহঁতেহে ফালি পেলালোঁ।" কথাখিনি কৈ শেষ কৰোতেই বোধেন চকীদাৰে আহি তেওঁক হেড্‌মাষ্টৰে মাতিছে বুলি ক'লেহি। গৌৰৱ উঠিল। ৱাৰ্নিং বে'ল পৰিছিল। তেওঁ লৰালৰিকৈ হেড্‌মাষ্টৰৰ ৰুমলৈ গ'ল।

সন্মুখৰ চকীখনত বহিল। হেড্‌মাষ্টৰে এবাৰ গৌৰৱৰ ফালে চাই কাগজ এখন আগবঢ়াই দিলে। গৌৰৱে পঢ়ি চালে।

—কাগজখন কোনে দিলেহি?

—এই মাত্ৰ ইন্সপেক্টৰৰ অফিচৰ পৰা স্পিছিয়েল মেনেজাৰ আহি দি গ'লহি।" হেডমাষ্টৰে ক'লে।

—সেয়েহে যে অসম বন্ধৰ তিনিদিন এব্‌ছেন্ট আছিলো ইন্স-পেক্টৰে কেনেকৈ জানিলে?

—কিয় কালি ইন্সপেক্টৰে নিজে স্কুলে স্কুলে এটেন্‌ডেন্স ৰেজিষ্টাৰ চাই এয়া এব্‌ছেন্ট দি নিজে চহী কৰি গৈছে।

—অসম বন্ধত আপোনালোক আহিছিল কিয়?

—নহাহলে এই অৱস্থা হ'লহেঁতেন।

—কিন্তু আপোনালোকে আন্দোলনটো চাপ'র্ট নকৰেনেকি ?

—আও কিয় নকৰো তোমাতকৈ কম নকৰো।'' হেডমাষ্টৰে ক'লে।

—এইটো কি কথা আন্দোলন প্ৰামাত্ৰাই সমৰ্থনো কৰিব কিন্তু নিজৰ স্বাৰ্থত আন্দোলনৰ কাৰ্য্যসূচীও পালন নকৰিব। তাৰমানে দুমুখীয়া নীতি। ছাত্ৰ-ছাত্ৰী সৰু সৰু ল'ৰা-ছোৱালীবোৰেই মৰা আৰু আমি অভিভাৱকবোৰ বাছি থাকোঁ। চাকৰিও বজাই ৰাখো আৰু আন্দোলনো কৰো। মই এইবোৰ পছন্দ নকৰোঁ।

—কৌশল বুইছা—কৌশল আমিতো আহি স্কুল কৰা নাই। আহিছো, চহী কৰিছো বচ্। স্কুলৰ যে সকলোৱেই আহিব পাৰে তুমিনো অকলে কিয় ঘৰত বহি থাকিলা ? চহীটো কৰি গুচি যোৱা হ'লে কি অসুবিধা হ'লহেঁতেন।

—আপোনালোকৰ নিচিনা মানুহৰ কাৰণেই আন্দোলনটো বেয়া হৈছে। মই দুতলীয়া কাম নকৰোঁ।

মই আন্দোলনটো কৰিছোঁ অহা নাই। চাকৰিৰ পৰা সাময়িকভাৱে বৰ্খাস্ত কৰছে কৰক। মই ভয় কৰা মানুহ নহয়। আন্দোলনৰ মিটিঙত কিন্তু বৰ বৰ দীঘল দীঘল বক্তৃতা মই আজিলৈকে দিয়া নাই, দিয়ে অসম বন্ধত পলাই পলাই স্কুললৈ আহি এটেনডেনচ্ ৰেজিষ্টাৰত চহী কৰা আমাৰ স্কুলৰ বাকীসকল শিক্ষকেহে'' বুলি গৌৰব কলিতা ফোঁ ফোঁৱাই হেড্মাষ্টৰৰ কোঠাৰ পৰা ওলাই আহিল। কমনৰুমত কোনো নাই। সকলো ক্লাছলৈ গ'ল। গৌৰব কলিতাই নিজৰ বেগটো লৈ চাইকেলখনৰ ওচৰত ৰ'ল। তাৰ পাচত তেওঁ ওলাই গৈ ৰাণ্টা পালেগৈ।

তেওঁ আজি স্কুলত চহী কৰিয়েই ছুটী লোৱাৰ কথা ভাবি আহিছিল। যুগবাণী কাকতৰ অফিচলৈ যাব লাগে। সেয়েহে তেওঁ স্কুলৰ পৰা বাহিৰে বাহিৰে ট্ৰেন্সপ'ৰ্ট অফিচৰ ফালে গ'ল।

চন্দ্রা গগৈৰ হত্যাৰ তৃতীয় তদন্তৰ প্ৰতিবেদন কাকতলৈ পঠোৱা আজি ন' দিন হ'ল প্ৰকাশ হোৱা নাই। তাকে নিজে খবৰ কৰি আহিবলৈ তেওঁ যাব। তাৰ পিচত পঠোৱা নিউজ কেবাটাও ওলাল কিন্তু সেইটো ওলোৱা নাই।

চাচ্‌পেণ্ড কৰাৰ অৰ্ডাৰটো পায়ো গৌৰৱ কলিতাৰ অকনো মনত প্ৰতিক্ৰিয়া হোৱা নাই। নজৰুলে গাৱঁৰ কথা কৈছিল তেওঁলোকৰ। ওচৰৰ পুৰে নৰী হাইস্কুলৰ এচিচ্‌টেণ্ট হেডমাষ্টৰ চৈয়দ আজমল হুছেনে সাধাৰণ মানুহবোৰৰ মনবোৰ বেয়া কৰি পেলাইছে। নজৰুলে সাৱধান কৰি দিছে গাৱঁৰ ৰাইজক যে এইবোৰ মানুহৰ কথাত একো হৃদয় নাই। কোনো কথাতে বিশ্বাস কৰিব নালাগে। ভোটৰ সময়তো চৈয়দ আজমল হুছেইনে সাম্প্ৰদায়িক কাজিয়াখন লগাবলৈ চেষ্টা কৰি আছিল। নজৰুল হেনো গাৱঁৰ ল'ৰাবোৰক বুজাই দিলে। "তোমালোকে চোৱাঁ, তেওঁলোক মুছলমান হ'লেও চৈয়দবংশৰ। আমাৰ কোৰাণত এষাৰ কথা আছে যে এটা মছজিদৰ আজানৰ ধ্বনি যিমান দূৰলৈকে যায় সিমান দূৰলৈকে দ্বিতীয়টো মছজিদ পাতিব নালাগে। কিন্তু চৈয়দ আজমল হুছেইনে কি কৰিলে ? তেওঁ-লোকৰ বংশটোৰ কাৰণে মাত্ৰ বাৰঘৰ মানুহৰ কাৰণেই এটা মছজিদ সাজি ল'লে। কোৰাণত সকলো সমান। মছজিদত ৰজা-প্ৰজা, মৌলবী দাস সকলো সমান। কিন্তু তেওঁলোকে কিয় নিজৰ বংশটোৰ কাৰণে বেলেগ মছজিদ বনালে ? কিয় এই ৰাজহুৱা মছজিদটোত তেওঁলোকে নামাজ পঢ়িব নোৱাৰে ? এতিয়া নিজৰ স্বাৰ্থত দুনীয়াৰ মুছলমান এক বুলি ধ্বনি দিবলৈ আহিছে। গতিকে তোমালোকে আমাৰ মছজিদত মিটিং পাতি-বলৈ দিবলৈ তেওঁলোকক নিদিবা। আচলতে চৈয়দ আজমল হুছেইনৰ স্বাৰ্থটো হ'ল কি তেওঁক কিবা টোপ দেখুৱাই স্থানীয় এম এল· এ· তথা ৰাজ্যমন্ত্ৰী গৰাকীয়ে এই অঞ্চলৰ মুছলমান মানুহবোৰক চৰকাৰৰ ফলীয়া কৰি ভেদবজী এটা ৰোপন কৰি

দিব খুজিছে।" নজৰুল ল'ৰাটো ভাল আৰু সাহসী স্কুলখনত নজৰুলৰ নিচিনা মাষ্টৰ এটা নথকা হ'লে কমনৰুমত গৌৰৱৰ বহিবলৈকে টান হ'লহেঁতেন। নজৰুল প্ৰথমতে মানুহ, তাৰ পাছত অসমীয়া আৰু তাৰ পাছতহে মুছলমান।

সম্পাদকৰ মনোভাৱটো পলোৱাৰহে যে গৌৰৱ কলিতাই বুজি পালে। সম্পাদক নন্দ বৰুৱাই কৃত্ৰিম স্বভাৱ সুলভ হাঁহিটো মাৰি অন্য পথলৈ বাৰে বাৰে বেঙা মেলিবলৈ চেষ্টা কৰিছে যদিও গৌৰৱ কলিতা নিজৰ স্থিতিৰ পৰা আঁতৰি যাবলৈ খোজা নাই। তেওঁ চাইড কটা নাই।

—তেনেহলে আপুনি পোনে পোনে কৈ দিয়ক যে ৰিপ'ৰ্টটো ছপাব নোৱাৰো।" গৌৰৱ কলিতাই গহীন মাতেৰে ক'লে।

—আপুনি যেতিয়া নেৰানেপেৰাকৈ ধৰিছে তেতিয়া হ'লে ক'ও ৰিপ'ৰ্টটো ছপাবলৈ টেক্‌নিকেল অসুবিধা আছে।" সম্পাদকে ক'লে।

—কি অসুবিধাপ কথা কৈছে মোক ভালকৈ বুজাই দিয়কচোন। মই সিমানকেহে ক'লোঁ। তাকো আপুনি আমাৰ কাকতৰে চাব স্টাফ বুলিহে তাকে ক'ব পাৰিলোঁ। সম্পাদকে লেখাত মনোনিবেশ কৰিলে।

—তেনেহ'লে আপোনালোকৰ কাকতৰ ওপৰত নিৰ্ভীক নিৰপেক্ষ শব্দদুটা কিয় এতিয়াও ব্যৱহাৰ কৰি আছে ?

—গাৰ ছাল বখলিয়াই ছাটিৰ কানি কৰিব পৰা মানুহটোৰ নাম মাক-বাপেকে দুগ্ধ ৰাখিলে বুলিয়েই আপুনি নামটো অস্বীকাৰ কৰিব পাৰিবনে ? নে নামটো গুচাই দিবলৈ পৰামৰ্শ দিব।" আকৌ সেই কপটীয়া হাঁহিটো মাৰি সম্পাদকে ক'লে। গৌৰৱ কলিতা কিছুপৰ মনে মনে ৰ'ল। পুনৰ সেই একেটা হাঁহিকে নেপালী বুঢ়ীয়ে নাকত ওলোমাই লোৱা নাক ফুলৰ দৰে ওঠত ওলোমাই লৈ সম্পাদক নন্দই ক'লে 'বুইছে কলিতা আজি চব্বিশ বছৰে বাতৰি কাকতত কাম কৰিলো। এটা কথা পাহৰি

নাথাব মই কাকতত চাকৰিহে কৰোঁ—মই কাকতখনৰ সম্পাদকহে, মালিক নহয়।"

—তেনেহলে আপুনি এটা কথা খোলাচাকৈ মোক কৈ দিয়ক যে মালিক পক্ষৰ ওপৰত ৰাজনৈতিক হেঁচা প্ৰয়োগ কৰা হৈছে, প্ৰলোভন দিয়া হৈছে ভয় খুৱা হৈছে ; আৰু মালিকে আপোনাক সেই একেটা ভয়কে একেটা প্ৰেছাৰকে দিছে।

—আপুনি মোক সেই বিষয়ে আৰু একো নুসুধিলেই ভাল পাম।" দেখিলেই ব্লক হেড যেন লগা ভাৱনাত ভীমৰ ভাও ল'ব পৰা দেহৰ চৌৱন্ন বছৰীয়া সম্পাদকজনে ক'লে। গৌৰৱ কলিতাৰ কিছুপৰ জিভাখন জঠৰ হ'ল। মাত নুফুটে।

গৌৰৱ কলিতাৰ খং উঠিল। অনভিজ্ঞ তথাকথিত প্ৰগতিশীল নাট্যকাৰৰ একাঙ্কিকা নাটকৰ নায়কৰ মুখত দিয়া নৈতিকতাৰ বক্তৃতা দিয়াৰ দৰে গৌৰৱ কলিতাই অনৰ্গল কৈ গ'ল "ইমান এটা ডাঙৰ প্ৰতিষ্ঠান ইমান বহুল প্ৰচাৰিত দৈনিক কাগজ এখনৰ সম্পাদক হৈ আপোনাৰ ইমান ভয় ; মই—মইতো নিচেই নগণ্য মানুহ। মই কি কৰিম মোক প্ৰাণে মৰাৰ ভয় খুৱা হৈছে, ঘৰত আক্ৰমণ কৰিবলৈ আহিছে ঘৰৰ আগত প'ষ্টাৰ মাৰিছে, কুৰি হাজাৰকৈ টকাৰ টোপোলাযচা হৈছে, মোক চাকৰিৰ পৰা বৰ্খাস্ত কৰা হৈছে তথাচ মোৰ বুকু কঁপি উঠা নাছিল। কিন্তু আজি এই মুহূৰ্তত আপোনাৰ ওচৰত মই ভীষণ শঙ্কাতুৰ হৈ পৰিছোঁ। মই বৰ ভয় খাইছোঁ ; মোৰ হাতত উপযুক্ত প্ৰমাণ আছে ; মই তেওঁলোকৰ কথা-বতৰা টেপ কৰি থৈছোঁ, এয়া কেচেট মই বেগত ভৰাই আনিছোঁ। তাৰ পিচতো আপোনালোকে ইমান ভয় খাব লাগেনে ? মই কি কৰিম ? মোৰ ব্যক্তিগত নিৰাপত্তা ক'ত ?" গৌৰৱ কলিতা খণ্ডতেনে বেজাৰত কঁপিবলৈ ধৰিলে। ভয়তো কঁপিব পাৰে।

—কলিতা, আপুনি বৰ উত্তেজিত হৈছে। আপুনি আজিলৈ গ'লেই মই ভাল পাম। কাৰণ মালিক আপুনি ইয়াত সোমোৱা

দেখিছে। অনুগ্ৰহ কৰি আপুনি যাওক। এসপ্তাহৰ ভিতৰতে হিচাপ নিকাচ কৰি আপোনাৰ পাওনা পঠাই দিয়া হ'ব।''
সম্পাদকে কৈ কলিতাক উঠি যোৱাৰ অভিব্যক্তি জনালে।

—তাৰ মানে আপুনি

—প্লিজ কলিতা, আপুনি আজিলৈ যাওক। মই নিৰুপায়। অনুগ্ৰহ কৰি আপুনি আজিলৈ যাওক। সম্পাদকে তললৈ মূৰ কৰি কিবা লেখাৰ চেষ্টা কৰিলে। গৌৰৱ কলিতা বহাৰ পৰা উঠিল। দেশৰ একমাত্ৰ মহানগৰীখনৰ সৰ্বাধিক প্ৰচাৰিত দৈনিক এখনৰ নিৰ্ভীক নিৰপেক্ষ সম্পাদকৰ ওচৰৰ পৰা গৌৰৱ কলিতা ওলাই আহিল। এইখন মহানগৰী।

এইখন বহুল প্ৰচাৰিত দৈনিক কাকত। সংবাদপত্ৰৰ স্বাধীনতা। এজন সাংবাদিক। চৰকাৰ। এই আটাইবোৰ কথাই গৌৰৱ কলিতাৰ মূৰত যেন তবলা বজাইছে। ত্ৰিতাল বজাইছে।

মহানগৰীৰ পৰা একুৰি পাঁচ মাইল আঁতৰত গৌৰৱ কলিতাৰ গাওঁ। তালৈ যোৱা পাব্লিক বাছৰ বাবে গৌৰৱ কলিতাই পল্টন বজাৰলৈ যাবলৈ চিটি বাছৰ অপেক্ষাত ৰ'ল। টোপনি অহা টেবলেট খায়ো টোপনি নহা মানুহৰ দৰে তেওঁৰ মূৰটো ৰিমঝিম কৰিবলৈ ধৰিলে।

গাটো ঢলংপলং কৰিবলৈ ধৰিলে। তেওঁৰ খুব ভয় লাগিছিল।

তেওঁৰ ইমান ভয় লাগিছিল যে অকলে গাৱঁলৈ যাবলৈকে সাহস কৰিব পৰা নাই। সন্ধ্যা লাগি ভাগিলেতো গাওঁলৈ যাবই নোৱাৰিব আজি তেওঁৰ ইমানেই ভয় লাগিছিল।

অসম বন্ধত স্কুলত উপস্থিত নথকাৰ বাবে তেওঁক চাছপেণ্ড কৰা হৈছে। অৰ্ডাৰ হাতত্তে আছে। যুগবাণীৰ সম্পাদক নিৰুপায়। কাইলৈৰ পৰা তেওঁ বেকাৰ। গৌৰৱৰ ভীষণ ভয়

লাগিছে। বৰ ভয়। দুকুৰি দুই-তিনি বছৰীয়া যোৱা কালছোৱাত ইমান ভয় তেওঁৰ লগা নাই।

## পাঁচ

গৌৰৱ কলিতা বৰ দুৰ্বল হৈ পৰিল যেন বোধ হ'ল নিজৰে যুগবাণী কাকতৰ কথা বাদ দিও বাকী তিনিখন কাকতলৈয়ো তেওঁ এমাহমান একো নিউজ পঠোৱা নাই। নিউজ বিচাৰি কেনিও ওলোৱাই নাই। ঘৰৰ পৰা তেওঁ কেনিও যোৱা নাই। ওচৰ-চুবুৰীয়া গঞা-গিয়াতিও তেওঁৰ ওচৰলৈ নহা হ'ল কাৰণ তেওঁৰ ঘৰৰ আগত তেওঁক বৰ্জন কৰা হওক বুলি সেই মদাহীকেটাই সেইদিনা প'ষ্টাৰ মাৰিছিল। তেওঁৰ ঘৰলৈ যোৱা মানুহকো বৰ্জন কৰা হ'ব বুলি কোনো নোযোৱা হ'ল। আনকি দোকানীয়ে বয় বস্তু বিচাৰি গ'লে নাই বুলি কৈ লৰালৰিকৈ পঠাই দিয়ে। আচৰিত কথাটো হ'ল এইটোৱেইহে যে গৌৰৱ কলিতাক কোনেও ক'তো সিদ্ধান্ত লৈ আনুষ্ঠানিকভাৱে বৰ্জন কৰা নাই কেৱল মাত্ৰ সেই ৰাতি গালিপৰা কেটাই প'ষ্টাৰহে মাৰিছিল তাতে মানুহৰ এই আতংক। কি দেশ কি সমাজ। ইমান ভীৰু আৰু কাপুৰুষ।

বাকী তিনিখন কাকতৰ পৰা গৌৰৱ কলিতালৈ চিঠি আহিবলৈ ধৰিলে নিউজ লাগে।- গৌৰৱৰ নিউজ বা প্ৰতিবেদন কিবা ওলোৱা মানে কাগজৰ চাহিদা আৰু মৰ্যাদা বঢ়া। গৌৰৱৰ মন নাই নিউজ পঠাবলৈ। কাৰণ কেৱল বিবৃত্তি নবাগত আদৰণী সভা, চোৰৰ ঘিটু ঘিটনি, ভেটি স্থাপন, দ্বাৰ উন্মোচন, সাংস্কৃতিক সন্ধিয়া উন্বোধনৰ বাতৰি পঠোৱা সাংবাদিকক আগৰে পৰাই গৌৰৱে হীন আৰু পুতৌৰ চকুৰে চায়। আৰু এতিয়া যি কাল হৈছে সেই নিউজহে পঠাব লাগিব। আন্দোলনৰ নামত যদি কোনোবাই উভতিও নাচিছে সেয়া সমালোচনা কৰি বাতৰি দিব নোৱাৰি ; যদি দিয়া হয় সম্পাদকেও নছপায় আৰু কেনেবাকৈ

ছপালেও সাংবাদিকজনক চি. পি. এম. বদন দেশদ্ৰোহী, প্ৰতিক্ৰিয়া-শীল আদি বৰ্তমানে আধুনিক বিশেষণ আছে সকলোবোৰ জাপি দি ৰাজহুৱাভাৱে নিন্দা কৰা হ'ব, বৰ্জন কৰা হ'ব বা বাটে-পথে মাৰ পিট কৰা হ'ব। জোতাৰ মালা পিন্ধায়ো সম্বৰ্দ্ধনা জনোৱা হ'ব পাৰে। সেই ভয়তেই কোনেও মুখেৰে নামাতে। ব্যক্তিগত আখেজৰ বশৱৰ্তী হৈ চকুৰ আগতে আন্দোলন বিৰোধী আখ্যা দি ছুৰী মাৰি মৰা হৈছে দহে দেখিছে পুলিচে জানে অথচ গ্ৰেপ্তাৰ কৰা নাই। ছুৰী মৰা কেজনেই এয়া কোনো সমাজ বিৰোধী চক্ৰৰ কাম বুলি আখ্যা দি ৰাজহুৱা গৰিহণা দি বিবৃত্তি দিছে, কাকতেতো ছপাইছে। আন্দোলনকাৰীয়ে ভুলেই কৰা নাই। নকৰেও। গৌৰৱ কলিতাৰ বাস্তৱৰ কি পৰিহাস সমাজৰ আবৰ্জনা স্বৰূপে শক্তি এটাই ব্যক্তিগত আখেজ তেওঁক নিশা গালি-গালাজ পাৰি চৰকাৰৰ দালাল বুলি বৰ্জন কৰা হওঁক বুলি ভুল বানানেৰে প'ষ্টাৰ দুখন মাৰিলতেই সকলোৱে হাত-তালি দি মানি ল'লে ; ইপিনে একেটা মানুহকে চৰকাৰেও আন্দোলনৰ নেতা বুলি অভিহিত কৰি চৰকাৰ বিৰোধী কাৰ্য্যকলাপত লিপ্ত বুলি চাকৰিৰ পৰা নিলম্বিত কৰিছে—তাকো মানুহে হাততালি দি মানি লৈছে। কোনেও প্ৰতিবাদ কৰা নাই। এইখন কি দেশ। এইখন কি সমাজ। মানুহ ইমান ভীৰু হ'ব লাগেনে ? গৌৰৱে আটাইতকৈ বেয়া পায় ভয়াতুৰ পুৰুষ আৰু পেটকপাটীয়া মানুহক। বৰ ঘিণ কৰে বৰ বেয়া পায়।

দুমাহ দৰ্মহা নাপাওঁতেই গৌৰৱ কলিতাৰ হাঁহাকাৰ হ'ল। কোনো কাকতৰ পৰাও অনাবেৰিয়াম অহা নাই। বুগবাণীৰ সম্পাদকে এসপ্তাহৰ ভিতৰত হিচাপ নিকাচ কৰি পাওনা পঠোৱাৰ কথা কৈছিল যদিও দুমাহ হ'ল কোনো খবৰ নাই। গৌৰৱৰ হিচাপত সাত শ মান টকা সেইখন কাকতৰ পৰা আহিব লাগে। সঁচতিয়া বুলিবলৈয়ো নাই। গিৰিয়েকে আঘাত পাই বুলিয়েই

ৰুণদ্মীয়ে বহুত অভাৱৰ কথা কোৱাই নাই। মাজে মাজে নজৰুল আহে। টকা-পইচাৰ কিবা অসুবিধা হৈছেনেকি সোধে।

গৌৰৱে নাই হোৱা বুলি কয়। হেমন্তহঁত আহিছিল; ক'লে, "ছাৰ আমাৰ ছাত্র সংস্থাৰ আপোনাৰ ওচৰত কোনো অভিযোগ নাই কিন্তু কর্মচাৰী পৰিষদ বিশেষকৈ আপোনাৰ সহকর্মীৰ সকলেই আপোনাৰ ওপৰত নাৰাজ।" গৌৰৱে একো নকৈ হাঁহিলে মাত্র। বিমানে ক'লে "ছাৰ এটা কাম কৰো নহ'লে, আমি আপোনাক আনফালৰ পৰা সহায় কৰিব নোৱাৰো, আপুনিও এনেয়ে আছে, নিশ্চয় আপোনাৰ টকা-পইছাৰো অসুবিধা আছে। পুৰা গধূলি ঘৰতে ইংৰাজীৰ ক্লাছ লওক ছাৰ। নিজকে এনগেজ ৰখাও হ'ব, ল'ৰাৰো উপকাৰ হ'ব—আপোনাৰো চলিবলৈ উপায় এটা ওলাব।"

—কথাটো বেয়া নহয় কিন্তু মোৰ ঘৰলৈ ল'ৰা আহিব জানো? ভয় নকৰিবনে?

—আহিব, আমি যোগাৰ কৰি দিম।" বৈভৱে ক'লে।

ল'ৰাকেইটাৰ কথাখিনি গৌৰৱ কলিতাৰ ভাল লাগিল।

প্রথমতে অহা নাছিল। আজি-কালি গৌৰৱ কলিতাৰ সময়েই নোহোৱা হ'ল। দিনটোত ছটাকৈ ল'ৰা-ছোৱালীৰ সাতোটা বেটচ্ তেওঁ পঢ়ায়। ফীজ ল'ৰা-ছোৱালীবোৰকে ঠিক কৰি ল'বলৈ দিলে। সিহঁতে প্রত্যেকেই কুৰি টকাকৈ দিয়াৰ বন্দবস্ত কৰিলে। গৌৰৱ কলিতাই হ'ব বুলি ক'লে। তেওঁৰ আৰু এটা ভাল লাগিল অন্ততঃ লগ পাইছে।

মানুহ নিঃসঙ্গ হোৱাটো কিমান যন্ত্রণাদায়ক সেয়া তেওঁ এতিয়াহে বুজিলে। পাঁচ মাহমানৰ মুৰত আৰু এটা ঘটনা হ'ল। তেওঁক চাকৰিত ৰিইনষ্টেট কৰি নর্থকাচাৰৰ এখন ভিতৰুৱা হাইস্কুললৈ ট্রেন্সফাৰ কৰা হৈছে য'লৈ হামৰেণৰ পৰাও বাইছ কিলোমিটাৰ খোজ কাঢ়ি যাব লাগে। বিজয় নাথ নামৰ এজনক সেই স্কুলৰ পৰা গৌৰৱ কলিতাৰ ঠাইত ট্রেন্সফাৰ কৰা হৈছে।

সাত ত্রিশ কিলোমিটাৰ আঁতৰত থকা গৌৰৱ কলিতাৰ হাতত সেই অৰ্ডাৰ পৰাৰ আগতেই বিজয়নাথে জইন কৰিলেহিয়েই তেওঁ অফিচৰ পৰা হাতে হাতে অৰ্ডাৰ লৈ আহিছিল। গৌৰৱে অৰ্ডাৰটো পঢ়ি টেবুলত পেলাই থ'লে। সেই একেদিনাই এজন বিশ্বস্ত লোকে আৰু এটা খবৰ দিলেহি। চন্দ্ৰা গগৈৰ ঘটনাটোত জড়িত থকা ৰাজ্যিক পৰ্য্যায়ৰ মন্ত্ৰীজনক মুখ্যমন্ত্ৰীয়ে দলৰ স্বাৰ্থতে বহুত গালি-গালাজ পাৰিলে আৰু তৎক্ষণাত ইস্তফাপত্ৰ দিবলৈ নিৰ্দেশ দিলে। তেওঁৰ ইস্তফা পত্ৰ মুখ্যমন্ত্ৰীয়ে গ্ৰহণ কৰিছে কাইলৈ পৰহিলৈৰ কাকতত ওলাব।

চন্দ্ৰা গগৈৰ ঘৰলৈ যাবলৈ গৌৰৱ কলিতাৰ সাহসে কুলোৱা নাই লাজ লাগিছে। ইপিনে সচেতন ৰাইজে দেখোন অচেতন। আজি অত কিমাহে সেই সম্পৰ্কত কোনো মাত বোল নাই। নিশ্চয় ন্যস্ত স্বাৰ্থৰ ৰাজনৈতিক মহলে মেনেজ কৰিলে। প্ৰলোভন, ভয় অৰ্থ, বাকযাক দিলে কাম হয় তেনেদৰে বিতৰণ কৰি বা আশ্বাস দি গোটেই পৰিস্থিতিটো মেনেজ কৰি পেলালে। কাৰণ সুবিচাৰ নাপালে আন্দোলনৰ পথত নমাৰ সংকল্প লোৱা "সচেতন ৰাইজ" দেখোন এতিয়া অচেতন। বৰ্তমানৰ ৰাজনীতি আৰু শাসন ব্যৱস্থাক ধন্যবাদ। অসম্ভৱ বুলি একো নাই আজি-কালি। নাঙঠা ৰজাৰ গাত সকলোৱে দিব্য বস্ত্ৰহে দেখে, ৰজাই মিচিকিয়ালে প্ৰজাই খল্ খলাই হাঁহে ৰজাই ওঠ জপালে প্ৰজাই হুৰাওৱাৰে কান্দে।

নোমল শইকীয়াৰ দৰে সাংবাদিকৰহে যুগ এতিয়া। দম দিয়া ল'ৰা দুটাই যদি কয়হি "আপুনি বাতৰিৰ লিখক আমাৰ ইয়াৰ কাউৰিবোৰ বগলীৰদৰে বগা হ'ল।" নোমল শইকীয়াই ক'ব হয়; কাউৰীবোৰ বগলীৰ দৰে বগা।

লাহে লাহে গৌৰৱৰ কিবা এটাৰ প্ৰতি জেদ আৰম্ভ হ'ল। সাহস জমা হ'ল। আজি-কালি বুণুমীয়ে গিৰিয়েকক অকলে অকলে ৰাতি বিয়লি ওলাবলৈ নিদিয়ে। হঠাতে গৌৰৱ কলিতাই মনোভাবটো সলনি কৰি পেলালে পুনৰ তেওঁ পঠাব। সেইটো

তেওঁৰ সামাজিক দায়িত্ব। এনেকুৱা সময়ত যদি তেওঁৰ নিচিনা সাংবাদিক এজনে নিজক লুকুৱাই পেলায় অথবা এনেকুৱা সময়ত যদি তেওঁৰ নিচিনা সাংবাদিকে লঘু লাঞ্ছনা ভোগ নকৰে ভৱিষ্যতৰ ইতিহাস তেওঁকো স্তাৱকৰ দলত দলভুক্ত কৰিব। নোমল শইকীয়াৰ শ্ৰেণীত শ্ৰেণীভুক্ত কৰিব। গৌৰৱৰ মনটো মুহূৰ্ততে এঘণ্টা মানৰ আগতে জগা ছাগলী পোৱালি এটাৰ আনন্দত জঁপিয়াই উঠিল। সৎসাহস থকা মানুহৰ ওচৰত কাপুৰুষবোৰ কুকুৰৰ দৰে হৈ পৰে। মনটো বুদ্ধ পূৰ্ণিমাৰ নিশাৰ দৰে ফৰকাল হৈ পৰিল গৌৰৱৰ।

## ছয়

—ছাৰ, নিৰ্বাচনৰ ওপৰত ওলোৱা আলোচনাৰ প্ৰতিবেদনটো পঢ়িলো। কিন্তু ছাৰ আমি আগত এটা পাছত এটা কোৱা মানুহ নহয় কাৰণে অগা অগিকৈ কওঁ-আপুনি সুস্থ আৰু নিকা নিৰ্বাচন নাইহোৱা বুলি কৈছে। সেইটো মই বেয়া পাইছোঁ। মই মানে আমি।" থুতৰিৰ ডাড়িখিনি মোহাৰি নতুন চৰকাৰী দলৰ আঞ্চলিক সভাপতি ডেকাজনে ক'লে।

—মই ভুল কলোনেকি বাৰু ?" গৌৰৱে ক'লে।

—আপোনাৰ হাতত প্ৰমাণ আছেনে বাৰু ?

—দস্তুৰ মত আছে। হাততে পোৱা এটা দিওঁ ; মই বহুত ভোটাৰ কেন্দ্ৰত সেইদিনা পুৱাৰ পৰা ঘুৰিছোঁ। সেইবোৰত কি পালো কি নাপালো নকওঁ বাৰু আবেলি চাৰে তিনিমান বজাত আহি মই আমাৰ কেন্দ্ৰ পালোঁহি। দেখিলোঁ মোৰ নামত কোনোবাই ভোট দিলেই। মোৰ নিজৰ গাৱঁৰ কেন্দ্ৰত মোক কোনে চিনি নাপায়। দেখিলোঁ আমাৰ শ্ৰীমতীৰ নামতো ভোট দিলে। ঘৰ আহি পালোহি গম পালো এওঁ ভোট দিবলৈ যোৱাই নাই। তাৰ বাহিৰেও মোৰ সমুখতে কলেজত পঢ়া ল'ৰা এটাই দুখ কৰিছে যে দুপৰীয়া বাৰ বজালৈকে সি মাত্ৰ নটা ভোটহে দিব পাৰিলে। টাৰগেট আছিল বোলে চৌষঠটা। আৰু কিবা কব লাগিবনেকি ? গৌৰৱে কৈ হাঁহিলে।

—আপুনি আগৰ ইলেকচনবোৰত এনে কাম নাই হোৱা বুলি ভাবিছেনেকি ?" বিজুৰ দৰে আঞ্চলিকৰ সভাপতিয়ে সুধিলে। কতা মইটো লিখিছি লোৱেই।

কৰে বুলি। সেই বুলি আমিও কৰিমনে ? লেতেৰা হাতৰ অনুৱাৰে লোকৰ মুখৰ পৰা মোহাৰি-মলি গুচাবলৈ গ'লে মলি গুচিবনে বেছি হ'ব। মইটো গোটেই নিৰ্বাচন পদ্ধতিটোৰ ওপৰতেই ৰেখা পাত কৰিছোঁ। আমাৰ দেশৰ নিৰ্বাচন পদ্ধতিটো এনেকুৱা যে ইয়াত যদি মাও জে ডঙেও নিৰ্বাচনত নামে সেই একেখিনি কামকেই কৰিব লাগিব। গৌৰৱৰ কথাত সভাপতি কিছুপৰ নিতাল মাৰিলে। তাৰ পাচত ক'লে।

বাৰু যেই কি নহওক আমাৰ চৰকাৰটোক আপুনি বেয়া পায়নেকি ?

—কিয় পাম শত্ৰুৰ শত্ৰু মানে মোৰ মিত্ৰ। আগৰ চৰকাৰৰ শত্ৰু মানে মোৰ মিত্ৰ।

—তেনেহলে আপুনি চৰকাৰটোৰ দোষ খুচৰি নুফুৰিব।" আদেশৰ সুৰত ক'লে।

—মই দেখোন আগতেই কৈছোঁ যে চৰকাৰটো মোৰ মিত্ৰ। যদিহে মিত্ৰ হৈ মিত্ৰৰ দোষখিনি আঙুলিয়াই দি শুধৰাবলৈ চেষ্টা নকৰো তেনেহলে মই শত্ৰুত্য কৰাহে হ'ব। সেই ৰজাৰ ল'ৰাৰ সাধুটো নাজানানে ? গৌৰৱে চাই হাঁহিলে আৰু সভাপতিয়ে একো নক'লে। তাকে দেখি গৌৰৱে ক'লে, "ৰজাৰ ল'ৰা আৰু দাসীৰ ল'ৰাই একেলগে খেলে। কিন্তু শিশু কালৰ পৰা ৰজাৰ ল'ৰাই দাসীৰ ল'ৰাক বেয়া ব্যৱহাৰ কৰে। ঘোঁৰা উঠিবলৈ মন গ'লে দাসীৰ ল'ৰাৰ পিঠিত ঘোঁৰা উঠে, গাধক কোবাবলৈ মন গ'লে দাসীৰ ল'ৰাক গাধ কৰি কোবায়, বান্দৰৰ গাত চোৰাত পাত ঘঁহিবলৈ মন গ'লে দাসীৰ ল'ৰাক বান্দৰ কৰি চোৰাত পাত ঘঁহে, ভালুকৰ নোম ছিঙিবলৈ ৰজাৰ ল'ৰাৰ মন গ'লে দাসীৰ ল'ৰাক ভালুক পাতি নোম চুলি আজুৰি আজুৰি ছিঙে, তেজ খোৱা মহ জোকৰ পেট ফুটাই তেজ উলিয়াবলৈ মন গ'লে পথাৰৰ পৰা দাসীৰ ল'ৰাৰ হতুৱাই মহ জোক ধৰাই আনি তাৰ নিজৰ গাতে

পেট ভৰাই লৈ ৰজাৰ ল'ৰাই সেই জোকক গছকি পেট ফুটায় হাঁহে। দাসীৰ ল'ৰাই মাককে শক্তিশালী শক্তি বুলি ভাবি নিজৰ দুখৰ কথা কয় যদিও মাকে হুমুনিয়াহ ছাৰি কেৱল সহ্য কৰি যাবলৈ পৰামৰ্শ দিয়ে। এদিন অত্যাচাৰত থাকিব নোৱাৰি দাসীৰ ল'ৰাই আত্মহত্যা কৰি নিজৰ যন্ত্ৰণাৰ ওৰ পেলাবলৈ বুলি কুৱাঁৰ পাৰলৈ গ'ল। দাসী-পুত্ৰই কুৱাঁটোলৈ জাপ মৰাৰ আগতে জুমি চালে। তলৰ পৰা ভেকুলি এটাত মাত লগালে। বোলে তোমাৰ দুখৰ কথা মই বুজিছোঁ।

—কেনেকৈ বুজিলা?" ওপৰৰ পৰা দাসীৰ ল'ৰাই ক'লে।

—অভিজ্ঞতাৰ পৰা বুজিছোঁ। মই নিজেই অত্যাচাৰী সাপৰ মুখৰ পৰা বাছিবৰ কাৰণে সপৰিয়ালে ইয়াত জাপ মাৰি পৰি আছোঁহি। পিছে তোমাক এটা কথা কওঁ। তুমি জানো ৰজাৰ ল'ৰাৰ এই অত্যাচাৰৰ পোতক তুলিবলৈ ইচ্ছা নকৰা?"

—কৰো কিন্তু কেনেকৈ পোতক তুলিম। সকলোবোৰ সহি থাকোতেই ইমান অত্যাচাৰ পাইছো-পোতক তোলাৰ কথা ভাবিবলৈ গ'লে থৰিকাত দি খাব। গতিকে মোক আত্মহত্যা কৰিবলৈ দিয়া।

—এটা উপায় আছে—সেইটোৱেই তেওঁক ধ্বংস কৰাৰ সহজ পথ; বুইছানে?

—কিনো? দাসীপুত্ৰই সুধিলে।

—তুমি আজিৰ পৰা তেওঁৰ মিত্ৰ হৈ লোৱা আৰু তেওঁৰ একো কু-কৰ্ম'ৰে দোষ নেদেখিবা, একোৰে সমালোচনা নকৰিবা,, কোনোবাই যদি সমালোচনা কৰে তুমি প্ৰথমেই খেদা মাৰি যাবা। এই মতে চলি কি ফল পোৱা তাকে আহি মোক এদিন কবাহি। এতিয়া যোৱা। মিত্ৰ হৈ নিজৰ কামত অগ্ৰসৰ হোৱা। নাদৰ ভেকুলীৰ কথাত দাসীপুত্ৰ ঘূৰি আহিল।

দাসীপুত্ৰই ঘূৰি আহিয়েই ৰাজপুত্ৰৰ পৰম মিত্ৰ বুলি নিজকে ঘোষণা কৰিলে। ৰাজপুত্ৰই যিহকে কৰক দাসীপুত্ৰই হাঁহি হাঁহি মানি ল'বলৈ ধৰিলে। কোনো প্ৰতিবাদ নাই—কোনো যন্ত্ৰণা নাই।

কোনো আপত্তি বা যন্ত্ৰণা নেদেখি ৰাজপুত্ৰৰ আমনি লাগিল। গতিকে তেওঁ অন্য মানুহৰ লগত পূৰ্বৰ ধেমালিবোৰ কৰিবলৈ ধৰিলে আৰু পৰম মিত্ৰ দাসীপুত্ৰই সেইবোৰ সমৰ্থন কৰি যাবলৈ ধৰিলে। কোনোবাই যদি কিবা আপত্তি কৰে বা অভিযোগ কৰে তেতিয়া ৰাজপুত্ৰই দুগুণ শাস্তি প্ৰদান কৰে। দাসী পুত্ৰই পূৰ্ণ সমৰ্থন কৰি উৎসাহ প্ৰদান কৰে। এনেকৈ যাওঁতে যাওঁতে ৰাজপুত্ৰই এখন কাঠকটীয়া গাৱঁৰ ৰাইজৰ লগত ধেমালি কৰিবলৈ ধৰিলে। কাঠকটীয়া ৰাইজ অতীষ্ঠ হৈ ৰজাক গোচৰ দিলে আৰু দাসীপুত্ৰক ৰাইজে সাক্ষী দিলে। দাসীপুত্ৰই এই সকলোবোৰ মিছা আৰু যদি কিবা তেওঁৰ পৰম মিত্ৰই কৰিছে ৰাইজৰ মঙ্গলৰ বাবে, মনোৰঞ্জনৰ বাবে কৰিছে বুলি সাক্ষী দিলে। তাৰ পাছত ৰাজপুত্ৰৰ নিজস্ব ৰীতিৰ ধেমালি বেছি হ'ল। এদিন কাঠকটীয়া গাৱঁৰ ৰাইজ অতীষ্ঠ হ'ল আৰু ৰাজপুত্ৰক বেৰি কুৰি ধৰি শালত পেলাই কাঠকটা কৰাতেৰে ডিঙিত ৰেপ দিলে। বলিৰ শালৰ পৰা কেঁকাই কেঁকাই কান্দি কান্দি ৰাজপুত্ৰই ক'লে, "মিত্ৰ, তুমি এতিয়াও একোকে কোৱা নাই ?''

—হ'ব হ'ব মই তোমাৰ মিত্ৰতাই কৰি আছোঁ, এতিয়াও তোমাৰ বলিৰ শালত মূৰ সুমুউৱা কাৰ্য্যটোও সমৰ্থনেই কৰি আছোঁ। সাধুটো থুলমূলকৈ শুনিলানে ? গতিকে মই চৰকাৰৰ তেনে ধৰণৰ মিত্ৰ হ'ব খোজা নাই।

বাৰু আপোনাৰ এইবাৰ চাকৰিটো হ'বই। শিক্ষামন্ত্ৰী বৰ ভাল মানুহ ; আপুনি এবাৰ লগ কৰিবনেকি ?'' আঞ্চলিকৰ সভাপতিয়ে ক'লে।

—জানো ভাল মানুহ বুলি ; কিন্তু মই লগ কৰি মানুহটোক বেয়া কৰিব খোজা নাই।

তাৰ মানে ?

—তাৰ মানে মানুহে লগ কৰিবলৈ ধৰিলে মন্ত্ৰীয়ে কাম কৰিবলৈ সময় নাপাব আৰু সেইদৰেই বেয়া হ'বলৈ বাধ্য হ'ব।

যদি মোৰ কোনো দোষ নাই মই লগ নকৰিলেও মোৰ কাম হ'ব। গৌৰৱে কৈ হাঁহিলে। আঞ্চলিকৰ সভাপতি উঠি গ'ল।

তাৰ কিছুদিনৰ পিচত গৌৰৱ কলিতাক জনোৱা হ'ল শিক্ষা বিভাগৰ তৰফৰ পৰা যে তেওঁৰ কেচটো বিবেচনা কৰি থকা হৈছে। নতুনকৈ বহুত শিক্ষক লোৱা হ'ব আৰু তেতিয়াই তেখেতক নিয়োগ কৰা হ'ব কাৰণ ইতিমধ্যে তেখেতৰ ঠাইত এজনে জইন কৰিলেই নহয়। আৰু তেতিয়াই তেওঁৰ চিনিয়ৰিটি কেনেকৈ ৰাখিব পাৰি নীতিগত উপায় চিন্তা কৰি থকা হৈছে। চিঠি পাই গৌৰৱ কলিতা আশ্বস্ত হ'ল। ডেৰ বছৰ ধৈৰ্য্য ধৰিলে যেতিয়া আৰু কেইমাহমান তেওঁ ধৈৰ্য্য ধৰিব পাৰিব বুলি ভাবিলে আৰু ঘৈণীয়েক ৰুণুমীক কথাটো ক'লে। কাৰণ ঘৈণীয়েকে তেওঁক মন্ত্ৰীৰ ওচৰলৈ যাবলৈ নেৰানেপেৰা দি আছে। সংসাৰখন চলাত কিমান কষ্ট হৈছে তেওঁতকৈ ঘৈণীয়েকে বেছি ভোগ কৰিছে। গিৰিয়েকৰ বক্তব্য শুনি ৰুণুমীয়ে একো নক'লে। বোধহয় বৰ্তমান সকলো কথাই খৰতকীয়া হ'ব বুলিয়েই তেওঁ বিশ্বাস কৰিছিল আৰু মনে মনে তাকে আশা কৰিছিল বাবেই গিৰিয়েকৰ লগত তৰ্ক নুজুৰিলে।

গৌৰৱ কলিতাৰ কলমত তেজ কদমত চলা ৰণুৱা ঘোঁৰা সোমাল। তেওঁ এটা কথা মন কৰিলে এতিয়া এনে কিছুমান মানুহ ৰাজনীতিত সোমাইছে যিবোৰৰ কোনো ফালেই একো নাই। নাই সততা নাই বিচক্ষণতা। প্ৰত্যেকটো অঞ্চলতে ইমান-বোৰ নেতাই যদি হ'ল কেউাৰ কত। সেইজনো এজন ডেকা ৰাজনৈতিক নেতা যাৰ ওচৰত ট্ৰেন্সফাৰ প্ৰমোচনৰ বাবে টেক্স কমিছনাৰৰ পৰা একজিকিউটিভ ইঞ্জিনীয়াৰলৈকে হাতজোৰ কৰি ৰৈ থাকে। কিন্তু সেই ৰাজনৈতিক নেতাজনেই নাজানে ৰাজ্যসভাৰ সদস্য নিৰ্বাচন কেনেকৈ হয়। তেনেকুৱা কেনেকৈ হয়। তেনেকুৱা নেতাই নাজানে 'মিড্‌টাৰ্মপল' কি? কেৱল তাছ পাতেৰে ৰামী খেলি থকা শিক্ষক গোলাপ গোস্বামীয়েও

ৰাজনৈতিক বক্তৃতা দিব পৰা হ'ল চৰকাৰ বিৰোধী মানুহক চিনাক্ত কৰি শাস্তি বিহাৰ বিধান দিব পৰা হ'ল। সমাজবাদ সাম্য-বাদৰ কথা কব পৰা হ'ল। সৌ সিদিনালৈকে তিনি আলি চাৰি আলিত চাদা চুৰট খাই চাহৰ দোকানত আড্ডা দিয়া আৰু গুণ্ডামি কৰি ফুৰা সকলেও হাতত প'ৰ্টফলিঅ' বেগ লৈ নেতা হৈ পাৰিল। চৰকাৰী অফিচে অফিচে গৈ মই অমুক চৰকাৰী দলৰ বা অমুক দলৰ নেতা এই কামটো চকুৰ আগতে কৰি দিয়ক বুলি দাবী কৰিব পৰা হ'ল। কোনে গাড়ী দিছে ক'ত গাড়ীত উঠিছে ক'লৈ গৈছে কোনেও নাজানে কিন্তু নেতা। পঞ্চায়তৰ তিনিশ টকীয়া চাকৰি কৰা ক'পাৰ্টিভৰ চেনি চাউল ব্লেক কৰা গাওঁখনৰ চুড়ান্ত দালাল পেটকুলি গুবিন শৰ্মা নামৰ নোম নেগুৰ নোহোৱা মানুহটোও এসে নিশাতে নেতা হৈ পাৰি কাক বৰ্জন কৰিব লাগে নামঘৰে নামঘৰে তালিকা দাখিল কৰিব পৰা হ'ল। পেটকুলি জুৱাৰী গোলাপ মাষ্টৰৰ লগত যোগ হৈ কাৰ ঘৰলৈ যাব লাগে কাৰ ঘৰলৈ যাব নালাগে, কোন কমিউনিষ্ট কোনে কংগ্ৰেছ তাৰ আলোচনা কৰি সিদ্ধান্ত ল'ব পৰা নেতা হৈ পাৰিল গুবিন শৰ্মা। গোৰৰ কলিতাই গভীৰ মনোযোগেৰে লক্ষ্য কৰিলে যে গাড়ী, পদবী ক্ষমতা পোৱা আৰু টেটু ফুলাই ভুল ব্যাকৰণৰে কথা কবলৈ সুযোগ পোৱা বেছি ভাগেই এতিয়া স্হানীয় বৰ বৰ নেতা। বৰ্তমান শিক্ষকৰ চাকৰি চৰকাৰী চাকৰি, যদিও কোনো চৰকাৰী চাকৰিয়াল কোনো ৰাজনৈতিক দলৰ সক্ৰীয় সদস্য হ'ব নোৱাৰাৰ নীতি বাহাল আছে তথাচ নেতা হোৱাৰ অভিলাষী বেছিভাগ শিক্ষকেই বৰ্তমান চৰকাৰী দলৰ বিষয় ববীয়া বা নেতা অথবা দালাল। ভয়তে কোনেও আইনৰ দোহাই দি প্ৰত্যাহবান নজনায়। এইবোৰৰ দৰে মানুহৰ ভয়ত দেশক ভাল পোৱা বা চৰকাচৰ ভাল পোৱা সৎ নিস্বাৰ্থকামী সকল লাহে লাহে ভিতৰ সোমাল। স্হানীয় অথবা আঞ্চলিক এই ন্যস্ত স্বাৰ্থৰ নেতা বা কৰ্মীবোৰৰ পৰা দেশৰে উপকাৰ হ'বনে চৰকাৰৰে উপকাৰ হ'ব। গোৰৰ কলিতাই

কলম খুলিলে। জীৱন আৰু জীৱিকা এই দুয়োটাকে তেওঁ ওপৰ পকেটত ভৰাই থৈছে তাৰে জীৱিকাটো হেৰাল, জীৱনটো আছে। হেৰাব পাৰে হেৰাব। তেওঁৰ ভয় ভীতি কেনিবা গ'ল। তেওঁ এটা কথা জানে পঢ়ি পাইছে দেখি পাইছে যে এই-বোৰ বেশ্যাৰ একালৰ দৰে কিন্তু তেওঁৰ দৰে মানুহৰ কাম-কাজ সৰ্বতিকালৰ বাবে।

এইবোৰ বিষয় বস্তুৰ ওপৰত তেওঁ লিখিছে গ'ল কিন্তু বেছি-ভাগেই ছপা নহ'ল। ব্যক্তিগতভাৱে তেওঁ সম্পাদকবোৰক লগ কৰিলে, আলোচনা কৰিলে সকলোৱেই ছপাম বুলিও ক'লে কিন্তু নছপায়। বাতৰি কাকতক স্বাধীনতা দিলেও দেখোন ব্যৱহাৰ নকৰে। কিহলৈ ইমান ভয়। লেখক আৰু বাতৰি কাকতৰ সমান সাহসী আৰু শক্তিশালী অন্য কোনোবা আছেনে? নাই বুলি তাহানিয়েই নেপোলীয়নে কৈ গৈছে। তেনেহলে কালৈ কিহব ইমান ভয় নে তেওঁলোকো তথাকথিত এই আঞ্চলিক নেতা সকলৰ দৰে ধান্দাবাজ আৰু স্বাৰ্থলোভী। কথাটো কি? চিন্তা, কলম, কাগজ আৰু কৰ্মৰ এই প্ৰভেদ কীয়?

জীৱনটোৰ বাহিৰে তেওঁৰ হেৰুৱাবলৈ একো নাই। তেওঁ সঁচাকৈয়ে মানুহক ভাল পায়। আৰু এইটো কথাও গৌৰৱ কলিতাৰ মুৰত বদ্ধমূল হ'ল যে অসৎ শক্তিয়ে তেওঁক সতকাই হত্যা কৰিব নোৱাৰে। যদিও তেওঁৰ শত্ৰু বৃদ্ধি হ'ল তথাচ মিত্ৰ বা সমৰ্থন-কাৰীৰ সংখ্যা সেই শত্ৰুৰ তুলনাত কেবাশ গুণে বেছি। জ্ঞানী আৰু শান্তিপ্ৰিয় লোকে শিয়াল মহ বা বলিয়া কুকুৰৰ লগত মুখা-মুখী ফেপেৰি নাপাতে বুলিয়েই কিন্তু নিৰ্মূল নকৰাকৈ নথাকে। সেয়েহে তেওঁ বাতৰি লিখি গ'ল। কাকতলৈ পঠাই থাকিল।

সকলোবোৰ সভা-সমিতি বা ভোট স্থাপন অনুষ্ঠান উদ্বোধন আদিলৈ গৌৰৱ কলিতাক নিমন্ত্ৰণ নকৰা হ'ল। সেইবোৰলৈ নোমল শইকীয়া বিক্ৰম হাজৰিকা ভগীৰথ গোস্বামী আদিৰ নিচিনা সাংবাদিকক মাতে আৰু তেওঁলোকে আগে ভাগে গৈ তাত নেৰ্দিষ্ট

আসনত আসীন হয়। তেনেকুৱা অনুষ্ঠান বিশেষলৈকো গৌৰৱ কলিতা যায় যদিও নিজে নিজে পিচ ফালে গুচি আহে। এটা কথাত গৌৰৱ কলিতাই বৰ ব্যঙ্গ তৃপ্তি অনুভৱ কৰে যেতিয়া তেওঁ দেখে যে যোৱা কালিলৈকে ইটো চৰকাৰী দখলৰ ঘোৰ কৰ্মীজনো আজি এইটো চৰকাৰী দলৰ আগৰণুৱা। পঞ্চাশ হাজাৰ টকা ঘোচ খুৱাই যি জন কাঠ ব্যৱসায়ী ঠিকাদাৰে সিটো চৰকাৰৰ পৰা বিলাতী মদৰ মহল লোৱা নিপুণ শৰ্মা কাকতি আজি এইটো চৰকাৰৰো লেখৰ ব্যক্তি এম এল.এ-ৰ লগতহে ৰহে। কোনো ফালৰ পৰাই একো নোহোৱা মুৰত ঘোলা কণীৰ মাল-মছলা লৈ ফুৰা কেৱল দালালী আৰু মাটি বাৰিৰ কাজিয়াটো ভতিজাকৰ মাৰ খোৱা সৌজন বিপুন বৰুৱা ভায়েকৰ ওপৰত বহিছে আৰু তেওঁৱেই সিজন দেশদ্ৰোহী বুলি আচল কৰ্মী নহয় বুলি সৎ শিক্ষকজনক ডায়েচৰ পৰা নমাই দিছে। গতিকে এইডাল মেৰুদণ্ডত যে ঘুণ লগাৰ বহুত দুৰ্বল স্থান ওলাইছে গৌৰৱ কলিতাই বুজি পালে। তেওঁ অন্তৰ সমাপ্তিতে দুখ পালে। গৌৰৱ কলিতাই আৰু এটা কথাত দুখ পায় আজিলৈকে সকলো মানুহেই ভাবুকিলৈ ভয় কৰে। সত্য কথাতো মাত মাতিব নোৱাৰে। নজৰুলে এদিন কমনৰুমতে নোমল শইকীয়াক ক'লে, "ককাইদেউ আপুনিটো এসময়ত কমিউনিষ্ট আছিল। সৎ কমিউনিষ্টবোৰে একোকে ভয় নকৰে। নিজৰ জীৱন দিবলৈয়ো তেওঁলোকে ভয় নকৰে। প্ৰবল ৰাষ্ট্ৰশক্তিৰ ওপৰতো সত্য প্ৰতিষ্ঠাৰ বাবে থিয় হয়। কিন্তু দেখোন আপুনি দুটা ল'ৰাই দম দিলেই মিছাক সঁচা আৰু সঁচাক মিছা কৰে। বোধহয় আপোনাৰ নিচিনা কমিউনিষ্টবোৰ দেখি দেখিয়েই মানুহৰ কমিউনিষ্টৰ প্ৰতি তীব্ৰ ঘৃণা আৰু অনিহা হ'ল।" নজৰুলৰ কথাৰ উত্তৰত নোমল শইকীয়া উত্তেজিত হৈছিল আৰু আত্মসমৰ্থনৰ দাক্ষত বহুত কথা কৈছিল। তেওঁৰ আজে বাজে কথাবোৰ শুনি গৌৰৱ কলিতা আৰু নজৰুলৰ হাঁহি উঠিছিল।

ভিন ভিন বিভাগৰ দুনীতিৰ সংবাদ দিবলৈ ভিন ভিন নেতাৰ

দুনীতিৰ খবৰ দিবলৈ গৌৰৱ কলিতাৰ ওচৰলৈ মানুহ আহে। প্ৰমাণ দিয়ে। কিন্তু সাক্ষী দিবলৈ কলেই সকলো পিচ হোহোঁকা যাবে, আমাৰ কথা নকব বুলি কয়।

বাঘধৰা উন্নয়ন খণ্ডৰ চিনিয়ৰ বি. ডি. অ' জনৰ অত্যপালীৰ সীমা নোহোৱা হৈছে। আচৰিত কথাটো হ'ল বিপুল পাচনী নামৰ এই অফিচাৰ জন পূৰ্বৰ চৰকাৰৰ কোনোবা এজন মন্ত্ৰীৰো লগা ভগা আৰু এই চৰকাৰৰ কোনোবা এজন শক্তিশালী মন্ত্ৰীৰো বোলে জ্যেষ্ঠ্য ভ্ৰাতৃ। কথাই প্ৰতি তেওঁ মন্ত্ৰীৰ দোহাই দিয়ে। সেয়েহে পুৱাৰ পৰা সন্ধ্যালৈকে জনশক্তিয়ে তেওঁক ঘেৰাও কৰি থাকে। তেওঁ অবাধে যাৰে তাৰে লগত মদ খাব পাৰে, টেবুলৰ দ্ৰয়াৰৰ পৰা বটল উলিয়াই অফিচৰ টেবুলতে গিলাচত বাকি খাব পাৰে। অফিচৰ অন্য এটা কোঠাত অফিচ আৱাৰতে ৰামী খেলি থাকিব পাৰে। তেওঁ এই উন্নয়ন খণ্ডত থকা তিনিবছৰৰ ভিতৰত কেবালাখ টকাৰো খেলিমেলি যদিও সকলো নিৰৰ, চৰকাৰী আঁচনিৰ টকা তেওঁ ইচ্ছা মতে খৰচ কৰিব পাৰে। ডি. আৰ. ডি-ৰ ল'ন দিবলৈয়ো তেওঁক অৰিহনা লাগে। মুকলিকৈ কবলৈ বেয়া নাপায়। মানুহ সাহসী। বৰ্তমান এটা নতুন ব্যৱসায়ত নামিছে। ল'ন ঠিকা আৰু চাকৰি দিয়াৰ কথা কৈ সেইবোৰৰ ব্যৱস্থা কৰি দিয়াৰ কথা কৈ প্ৰাৰ্থীৰ পৰা কাম অনুযায়ী অৰিহণা গ্ৰহণ কৰে। কাক কাক দিব লাগিব তাকো কবলৈ কুণ্ঠা বোধ নকৰে। কেবাজনো নেতা বিশেষকৈ শিক্ষক নেতায়ো স্কুল-কলেজ বাদ দি তেওঁৰ ওচৰত বহি থাকে। মদৰ মহল উদ্বোধনৰ পৰা আৰম্ভ কৰি শঙ্কৰ জন্মোৎসৱলৈকে সকলো অনুষ্ঠানতে বিপুল পাচনীয়ে হয় সভাপতিত্ব নহয় নিৰ্দিষ্ট বক্তাৰ দায়িত্ব পালন কৰিছে। নাটক প্ৰতিযোগিতাতো মুখ্য বিচাৰকৰ আসন গ্ৰহণ কৰে পাচনীয়েই। পাচনী অঞ্চলটোৰ প্ৰাণ স্পন্দন হোৱাদি হ'ল।

বানপানীয়ে চাৰিকুৰিখন গাৱঁৰ প্ৰায় তিনিশ হাজাৰ লোকৰ বিস্তৰ ক্ষতি কৰিলে। দুকুৰি তিনিটা আশ্ৰয় শিবিৰ খুলিব-

লগীয়া হ'ল। পৰ্যাপ্ত পৰিমাণৰ চাউল, আটা, মিঠাতেল, চেনি, আলু, চিৰা সাহায্য আহিল। বিপুল পাচনীৰ দায়িত্বতে সকলোবোৰ বয় বস্তুৰ বিতৰণ হ'ল। কোৱা কুই কৰা শুনা গ'ল বোলে সাহায্যৰ নামত অহা বহুত হেজাৰ বস্তা বিভিন্ন পথেদি বিভিন্ন হাতেদি বিভিন্ন ব্যৱসায়ীৰ গুদামলৈ বাগৰি সোমাল। দুঠাই মানত ল'ৰাই হাতে লোটে ধৰিলে। কেচু খান্দিবইলগীয়া নহ'ল সাপ আপোনা আপুনি ওলাই আহিল। ফেট টুলি ফোঁচ ফোচালে। তেওঁ যেন কোন মন্ত্ৰীৰ ককায়েক সেয়া উচ্চস্বৰে ক'লে। পঢ়াশুনা বাদ দি দিনে-ৰাতিয়ে পানীত তিতি বুৰি আশ্ৰয় শিবিৰত কষ্ট কৰি ল'ৰাবোৰৰ খং উঠি আছিল। ঘেৰাও কৰিলে। অ'. চি-ক ক'লে যে ইমান উপযুক্ত প্ৰমাণ দিয়াৰ পিছতো যদি এৰেষ্ট কৰিব নোৱাৰে কাক কৰিব। পেটৰ ভোকত থাকিব নোৱাৰি লোকৰ বাৰীৰ তামোল এথোকা চুৰকৰা চোৰকহে ধৰিব পাৰে আপোনালোকে। তাকে ধৰি নোমল শইকীয়াৰ যোগেদি বাতৰি কাগজত বৰ বৰ আখৰেৰে বাতৰি চপাই বাঃ বাঃ ল'ব পাৰে। ডি. চি-ক ধৰিলেগৈ। ডি চি. আহিল আৰু কথাটোৰ সুবিচাৰ লোৱা হ'ব বুলি ৰাতিয়েই বিপুল পাচনীক ছুটি দি পঠাই দিলে। ল'ৰা আহিল গৌৰৱ কলিতাৰ ওচৰলৈ। খবৰটো শুনি গৌৰৱ কলিতাৰ যিমান দুখ লাগিল নতুন পুৰুষৰ নিকা দৃষ্টি দেখি তেওঁ তাতোতকৈ বহুত সুখ পালে। আশা পালে প্ৰত্যয় লভিলে। গৌৰৱ কলিতাই ক'লে, "তোমালোকৰ উৎসাহ, সাহস আৰু সৎ প্ৰচেষ্টা দেখি মই বৰ উৎসাহিত হৈছোঁ। পিচে এই হাতৰ তলুৱাত কাহানিও ধুলি নলগাব।"

নিত্য বাৰ্তা কাকতত খবৰ ওলাল।

### হাতীচোৰ কৰায়ত্ত

( নিজস্ব বাতৰি দিওঁতা )

বাঘধৰা : ইমান দিনে বাঘমৰা অঞ্চলত বেঙেনা চোৰকহে

কাৰ্যাৰম্ভ কৰা হৈছিল যদিও বৰ্তমান নতুন পৰুষৰ পুৰুষাৰ্থত বাঘ ধৰাত হাতীচোৰ ধৰা পৰিল।

বাতৰিৰ বিৱৰণীত প্ৰকাশ যে বাঘমৰা উন্নয়ন খণ্ডৰ জ্যেষ্ঠ্য-খণ্ড বিষয়া শ্ৰীবিপুল পাচনীয়ে এই অঞ্চলত বান প্ৰপীড়িত লোকৰ কাৰণে দিয়া খাদ্য সামগ্ৰীৰ সাহায্যৰ বুজন সংখ্যক অংশ চুৰ কৰি কেইজনমান বিষয়া আৰু কৰ্মচাৰীৰ সহযোগত গোপনে মাৰোৱাৰী আৰু অন্যান্য অসমীয়া ব্যৱসায়ীৰ গুদামত বিক্ৰী কৰিছিল। সেই পথৰ উমান বহুত দিনৰ পৰা স্থানীয় ৰাইজে ধৰিব পাৰিছিল যদিও কোনো ক্ষমতাশালী চক্ৰৰ প্ৰভাৱত সদাৰি কৰিব পৰা নাছিল। এচাম সৎ ছাত্ৰ কৰ্মীয়ে এই কথাৰ গোপন আঁত ধৰি কেইজনমান ব্যৱসায়ীৰ গোপন গুদামত তালাচি চলাওঁতে জপাৰ সাপ বাহিৰ ওলাই আহিল। এক বিশেষ দায়িত্বত থকা মণ্ডল শ্ৰীলোকেশ্বৰ ঠাকুৰক হাতে লোতে ধৰা পেলাই পুলিচত চমজাই দিওঁতেই পুলিচৰ জেৰাত শ্ৰীঠাকুৰে সকলো কথা ছাত্ৰসকলৰ সাক্ষাততে স্বীকাৰ কৰে। তেতিয়া ছাত্ৰ-সকলে চিনিয়ৰ বি. ডি. অ'. শ্ৰীবিপুল পাচনীক কাৰ্যালয়তে ঘেৰাও কৰে আৰক্ষী বিভাগক চমজি লবলৈ মাতে। কিন্তু আৰক্ষীয়ে হেঁহো নেহো কৰাত জিলা উপায়ুক্তৰ কাষ চুপা হয়। উত্তেজিত জনতাক শান্ত কৰিবৰ কাৰণেই জিলা কৰ্তৃপক্ষই সুবিচাৰ কৰাৰ প্ৰতিশ্ৰুতি দিয়ে। উল্লেখযোগ্য যে শ্ৰীপাচনী বৰ্তমান অনিৰ্দিষ্ট কালৰ বাবে ছুটি লৈ নিজা ঘৰত আছেগৈ।

প্ৰসঙ্গত এই কথাও উল্লেখযোগ্য যে শ্ৰীপাচনীয়ে যোৱা তিনি বছৰত অন্যায়কৈ বহু ৰাজহুৱা ধন আত্মসাৎ কৰিছে। অলিখিত-ভাৱে চাকৰিৰ আৰু অন্যান্য ব্যৱসায়ীক প্ৰলোভন দি ধন ঘটাৰ উপৰিও বহী পত্ৰতো হিচাপ পৰীক্ষকে যোৱা তিনি বছৰত সাতলাখ টকাৰ হিচাপৰ খেলি মেলি পাইছে। প্ৰসঙ্গত এই কথাও উল্লেখযোগ্য যে।

'শ্ৰীপাচনী নিজৰ মতে বৰ্তমান চৰকাৰৰ এজন প্ৰভাৱশালী

মন্ত্ৰীৰ জ্যেষ্ঠভ্ৰাতৃ আৰু তাঁকে ব্ৰহ্মাস্ত্ৰ আৰু ৰক্ষা কৱচ কৰি লৈ তেওঁ নিৰ্বিবাদে অপকৰ্ম কৰি গৈছিল। অৱশ্যে তেওঁৰ বহুতো স্থানীয় নেতা শিক্ষক আৰু প্ৰাক্তন ছাত্ৰ বিষয় ববীয়াও যোগ থকাৰ কথা ছাত্ৰ সকলে জানিব পাৰিছে। স্থানীয় ৰাইজে এতিয়া এনেবোৰ হাতীচোৰৰ নাতি পলমে বিচাৰ কৰি উপযুক্ত শাস্তি বিধান কৰিবলৈ দাবী কৰিছে তেহেলৈ তেওঁলোক যিমানেই প্ৰভাৱশালী বা ক্ষমতাশালী লোকেই নহওক লাগে।

তথ্যপাতিৰে সৈতে বাতৰিৰ বিস্তৃত বিৱৰণ সম্প্ৰতি প্ৰস্তুত কৰি থকা হৈছে। নিত্যবাৰ্তাত বাতৰিটো ওলোৱাৰ পিছদিনাৰে পৰা গৌৰৱ কলিতাৰ অশান্তি বাঢ়িল। মৰা মাখি এটাক চাৰিওফালৰ পৰা অজস্ৰ পৰুৱাই টনাৰ দৰে তেওঁক টনা-আজোৰা কৰিবলৈ ধৰিলে। ৰাতি গৰা মাৰি ডকাইত এটা ধৰি বান্ধি থোৱাৰ পাচত ধৰোতাক চাৰিওফালৰ পৰা বেঢ়ি বেঢ়ি প্ৰশ্ন কৰাৰ দৰে গৌৰৱ কলিতাক নানালোকে নানা প্ৰশ্ন কৰিবলৈ ধৰিলে।

সন্ধ্যা লগা গৌৰৱ কলিতাই দিনটোত টেপ কৰি থোৱা কথাবোৰ নিৰলে শুনিবলৈ বহিল। নতুন কেচেত কিনিবলৈ পইচা নাই। পুৰণা কেচেত এটাতে ৰেকৰ্ড কৰিব লগা হৈছে কাৰণে ৰেকৰ্ডিংটো ভাল হোৱা নাই। অভিলাসৰ গাটো ভাল নহয়। জ্বৰ। চৰকাৰী চিকিৎসালয়ৰ ঔষধে কাম কৰা নাই। বুঢ়া মানুহৰ পেন্সনৰ কাৰণে ডাক্তৰৰ চাৰ্টিফিকেট দিওঁতে বহুত ভিকহু মানুহৰ পৰা ফিজৰ নামত বহুত টকা লোৱা নিউজ এটা উলিয়াইছিল গৌৰৱ কলিতাই। তাৰ পৰাই হাচপাতালৰ ডাক্তৰক মাতিলেও নহা হ'ল। ফিজ দিলেও আহিবলৈ সময় নোহোৱা হ'ল। প্ৰাইভেট ডাক্তৰ ৰমেন বৰকটকী কিছুদিনৰ বাবে আকুপাংচাৰ ট্ৰেইনিঙৰ বাবে বাহিৰলৈ গৈছে। নহ'লে গম পোৱা হলেই আহিলহেঁতেন। প্ৰতাপ বৰুৱা ডাক্তৰো ঘৰলৈ গৈছে ভনীয়েকৰ বিয়াৰ কাৰণে। নাই। চৰকাৰী ডাক্তৰ চাৰিটাৰ ভিতৰত এটাও নাহে। হাতত পইচাও নাই তেনেকৈ।

গাড়ীখন ৰ'লহি। লোকেশ্বৰ মণ্ডল অভয়চীয়াৰ পুতেকৰ গাড়ীত আহিছে। পুতেকে নিজেই গাড়ী চলাইছে। দুয়ো সোমাই আহিল। লগত আৰু এজন আছে। এম. এল. এৰ আলধৰা হৈ থকা শংকৰ মাষ্টৰ। তথাকথিত বিপ্লৱীৰ দৰে শঙ্কৰ মাষ্টৰৰ মুখত ডাঢ়ি। শঙ্কৰ মাস্টৰৰ মতে তেওঁৰ আঙুলিৰ ঠাৰত এই অঞ্চলত আন্দোলন পৰিচালিত হৈছিল। তেওঁ কণ্ট্ৰল নকৰা হ'লে আন্দোলন কালত বহুত ৰক্তক্ষৰণ হ'ল-হেঁতেন বোলে। চকীত বহিয়েই লোকেশ্বৰ ঠাকুৰে ক'লে "আপুনি যি বাতৰি দিয়ে দিয়ক কিন্তু মোৰ নামটো মিছাকৈ কিয় লেটিয়াই দিলে। কালি মিনিষ্টাৰে টেলিফোন কৰি জোৱাঁইক সুধিছে। আপুনি নাজানে চাগে মিনিষ্টাৰ মোৰ জোৱাঁইৰ জেঠায়েকৰ পুতেক।

—নহয় মোলৈয়ো মিনিষ্টাৰে ফোন কৰিছিল।" অভয়চীয়াৰ পুতেকে ক'লে।

—সেয়া চাওক, মোক চবেই জানে নহয় মই কেনেকুৱা মানুহ।" লোকেশ্বৰ ঠাকুৰে ক'লে।

—নহয় গণতান্ত্ৰিক দেশ এখনত সকলোৰে বাক-স্বাধীনতা আছে। আপনি নিউজটো দিওঁতে নাম কেটা দিব নালাগিছিল। 'আঙুলিৰ ঠাৰ দিয়া নেতা মাষ্টৰে কৈ নিজৰ ডাঢ়িয়া গাল দুখন মোহাৰিলে।

—এতিয়া ডাঙৰ কথাটো হ'ল কি মই ইতিমধ্যে যি তথ্যপাতি সংগ্ৰহ কৰিলোঁ তাততো আৰু বহুত নাম সোমাল। কোনো সাৰি নাযাব। বৰ বেপৰোৱা ভাবেৰে ক'লে গৌৰৱ কলিতাই।

—কিন্তু আপুনি বাঘৰ নেজেৰে কান খজুৱাবলৈ ওলাইছে। চিনিয়ৰ বি. ডি. অ'পাচনীক আপুনি নাজানে—তেওঁ মিনিষ্টাৰৰ ককায়েক। তেওঁ কি আপোনাক শুদাই এৰিব। আপোনাৰ এনেয়ে চাকৰি নাই। তাতে প্ৰাচনীক জোকাই লৈছে। মিনিষ্টাৰে আপোনাক এনেয়ে এৰিব বুলি ভাবিছেনে? এইটো এটা প্ৰেচটিজৰ

প্ৰশ্ন। মিনিষ্টাৰ বুলি অভয়চীয়াৰ পুত্ৰই আৰু কিবা এটা কৰলৈ লওঁতেই গৌৰৱ কলিতাই ভেকাহি মাৰি ৰখালে। কি মিনিষ্টাৰৰ কথা কবলৈ আহিছেহে। কি কৰিব মোক? আগৰ চৰকাৰৰ মিনিষ্টাৰেই চাকৰিটো খায়েই থৈছে—এই মিনিষ্টাৰে কি খাব? উঠক। আপোনালোক তৎক্ষণাত মোৰ ওচৰৰ পৰা উঠক। ভয় খুৱাবলৈ আহিছে উঠক। গৌৰৱ কলিতাৰ মাতটো ইমান ডাঙৰ হৈছিল যে ভিতৰৰ পৰা ৰুণুমী ওলাই আহিল। গুণেশো ঘৰৰ পৰা আহিল। গৌৰৱ কলিতাৰ সাধাৰণতে খং নুঠে। এতিয়াৰ খংটো দেখি সমবেত আটাই কেউজনেই থত্‌মত্‌ খালে। ৰুণুমীৰ ভয় লাগিল। গুণেশ এখোজ গৈ অভয়চীয়াৰৰ ওচৰত বৈ সবুকৈ ক'লে, "আপোনালোক যোৱাই ভাল। দাদাৰ এনে খং নুঠে উঠিলে পাগল হৈ যায়।" গুণেশৰৰ কথাত আটাইকেইজন ওলাই গ'ল।—গাড়ীত ষ্টাৰ্ট দি অভয়চীয়াৱে চিঞৰি চিঞৰি ক'লে, "ইয়াৰ পুৰস্কাৰ পাবলৈ ওৱেইট কৰা। আই উইল টিচ ইউ এ লেচন।"

গোটেই ৰাতি কলিতাৰ টোপনি নাহিল।

সাত-আঠদিন মান গৌৰৱ কলিতাৰ মানসিক শান্তি নাই। ৰাতি ৰাতি কোনোবাই ঘৰলৈ দলিয়াইছে। চিৎকাৰী মাৰিছে। গছত পণ্টাৰ মাৰিছে। অবৈধ চৰকাৰৰ দালাল। ইপিনে অভিলাসৰ জ্বৰ কমা নাই। প্ৰাথমিক স্বাস্থ্যকেন্দ্ৰত তেজ পৰীক্ষা কৰাই আহিল মেলেৰীয়া নাই হোৱা। ৰুণুমীৰ মতে ডাক্তৰগালে ভালকৈ তেজ পৰীক্ষা কৰা নাই, কাৰণ গৌৰৱ কলিতাই এই প্ৰাথমিক স্বাস্থ্য কেন্দ্ৰৰ ওপৰত বহুত বাতৰি লিখি থৈছে। এই স্বাস্থ্য কেন্দ্ৰৰ পৰা চৰকাৰী ঔষধ বাহিৰে বাহিৰে ফাৰ্মাচীলৈ যায়। এই স্বাস্থ্য কেন্দ্ৰৰ ডাক্তৰবোৰে পইচা নহ'লে ফাৰ্ষ্ট এইড এটাও নিদিয়ে। গৌৰৱ কলিতাই মানুহক সিমান অবিশ্বাস নকৰে। তেওঁ কেতিয়াও নাভাবে যে তেওঁ নিউজ দিলে বাবেই তেওঁৰ ল'ৰাটোৰ তেজ পৰীক্ষাৰ ৰিজাল্ট ভুলকৈ দিব।

বিছনাৰ পৰা জাপ মাৰি উঠিল ৰুণুমী। অভিলাসৰ টোপনি অহাৰ পাচত কথমপি বিচনাত বাগৰ দিছিলহে মুৰৰ ওপৰৰ টিনৰ ছালিত পৰিল ধমৰকৈ। নিশ্চয় প্ৰকাণ্ড ইটাৰ টুকুৰা হ'ব।

"এইবোৰ কি? এইবোৰ অত্যাচাৰ আৰু কিমান সহ্য কৰিম। ল'ৰা এটাৰ ইমান জ্বৰ, ডাক্তৰ নাহে। ঔষধে কাম নিদিয়ে, তেজ পৰীক্ষা ভুলকৈ কৰে—তাৰ বাহিৰেও এই অত্যাচাৰ। কোন এইবোৰ? আপোনাক পুলিচত দিবলৈ কৌতিয়াই ক'লো। উস্ কি নৰকত বাস কৰিছো। ইয়াৰ কোনো ব্যৱস্থা নাইনেকি"? ৰুণুমীয়ে কথাটো শেষ নকৰিলেই আকৌ ধমৰকৈ টিনৰ ওপৰত পৰিল।

বিছনাৰ পৰা জাপ মাৰি উঠিল গৌৰৱ। দুৱাৰ চুকৰ পৰা যাঠিপাট হাতত লওঁতেই বিচনাৰ পৰা নামি আহি ৰুণুমীয়ে গৰা মাৰি ধৰিলেহি। "ক'লৈ যায়? এই ৰাতিখন অকলে অকলে ক'লৈ যায়? আটাই কেইটাৰে শপত দিছো দুৱাৰ নুখুলিব। আহক, শুই থাককহি। কুকুৰে কামুৰিলে বুলিয়েই মানুহেও কুকুৰটোক কামুৰিবনে?" গৌৰৱ কলিতাই মুখেৰে একোকে নামাতিলে। তেওঁ বিছনাত পৰিলহি। পিছে তেওঁৰ টোপনি নাহিল।

## সাত

শুই উঠিয়েই ৰুণুমীয়ে দেখিলে বাহিৰত পুলিচ। উচাপ খাই উঠিল। অভিলাসৰ জ্বৰ কমা নাই বাবে ৰাতি তেনেকৈ শোৱাই নহ'ল। পুৱতি নিশাহে টোপনি আহিছিল। শুই উঠোতে সাত বাজিলেই। মাকৰ লগতে উঠি অহা ছোৱালীজনীয়েও পুলিচ দেখি চিঞৰি উঠিল। পুলিচ পুলিচ, দেউতা চোৰ ধৰা পুলিচ আহিছে। ৰুণুমীয়ে খৰধৰকৈ গৈ গিৰিয়েকক জগালে। গৌৰৱ কলিতাই চকু মোহাৰি মোহাৰি উঠি আহি পুলিচ দেখি অবাক হ'ল। তেওঁ

মুহূৰ্তমানো বিলম্ব নকৰি পায়খানালৈ যোৱা, দাঁত ঘঁহা কামত ব্যস্ত হ'ল। বৃন্দমী থৰ হৈ আছে। তেও এনেয়ে টোপনিত পৰি থকা অভিলাসৰ বিছনাতে বহিল। আঠুদুটাৰ চেপাত ঘৰসৰা জাড়ুটো। গৌৰৰ কলিতাই মুখ হাত ধুই আহি কলেহি, "চাহ কৰা নাই কিয় ? দৰকাল দিলা নে ? কৈ গৌৰৰ বাহিৰলৈ আহিল। জীপখনৰ পৰা এছ. আই. জনৰ লগত ছুজন কনিষ্টবল নামি আহিল। এছ. আই. জনে কিছু কোমল মাতেৰে ক'লে, "ক্ষমা কৰিব, আইনৰ খাতিৰত পুৰাই আপোনাক ডিষ্টাৰ্ব কৰিবলগীয়া হ'ল। আপোনাক ডাইৰেকট লিয়েই কথাটো কব খুজিছো, আপোনাৰ আমি এতিয়া ঘৰ খানাতালাচ কৰিম আৰু আপোনাক গ্ৰেপ্তাৰ কৰিম।"

—গ্ৰেপ্তাৰ পৰোৱানাখন দেখুৱাবনে ?" গৌৰৰ কলিতাই স্পষ্ট মাতেৰে সুধিলে।

—নাই বেয়া নাপাব, যিটো ধাৰাত আপোনাৰ ওচৰলৈ আহিছো সেইটো ধাৰাত সদ্যহতে ৱাৰেণ্ট নালাগে।" এছ. আই. জনে ক'লে।"

—মোৰ অপৰাধ ?

—আপেনাক চাৰ্জচিট দিয়া হ'ব। কিন্তু আমি আশা কৰিছোঁ আপুনি আমাক আমাৰ কামত সহযোগ কৰিব। গ্ৰেপ্তাৰ মানে আপোনাকে থানাত কিছু কথা সোধা হ'ব। তাৰ পিচত আইন মতে আপুনি জামিনত আহিব পাৰিব।

—মই চাহ একাপ খাই লওঁ। আপোনালোকে চাহ খাব নেকি ?

—নাই ধন্যবাদ। আমি চাহ খায়েই ওলাই আহিছোঁ।

—গৌৰৰ কলিতাৰ পিচে পিচে পুলিচ এছ. আই. জন আৰু কনিষ্টবল দুজন গৈ কলিতাৰ লেখা-পঢ়া কোঠাটোৰ কাগজপত্ৰবোৰ পাত পাতকৈ চালে। কেচেট কেটা দেখি সেই কেইটাও হাতত ল'লে। তাৰ পাচত শোৱা কোঠালৈ গ'ল। বৃন্দমী কোঠাটোৰ

এচুকত চেপেতা লাগি আছিল।  টেবুলৰ কাকত-পত্ৰবোৰ চালে। তাৰ পাচত বাকচ আলমাৰী খোলাই চালে। অভিলাসৰ বিচনাৰ ওচৰত বৈ এবাৰ এছ. আই. জনে বিচনাখনৰ কাপোৰ লুটিয়াই চাব খোজোঁতেই চোঁ মাৰি আহি ৰুণুমীয়ে ক'লে ল'ৰাটোৰ কেবা দিনো জ্বৰ। ৰাতিৰ ৰাতিটো শোৱা নাই।

—এতিয়া অলপ টোপনি অহিছে। গতিকে তাক নজনাব।" এছ. আই. জন থমক মাৰি ৰ'ল। কিবা ভাবি তেওঁ ওলাই আহিল। বাহিৰৰ কোঠাত বৈ গৌৰৱ কলিতাৰ পৰে প্ৰকাশিত বাৰ্তাৰ হাতে লেখা নকল আৰু অন্যান্য লেখাবোৰ সামৰি ল'লে। কেচেট কেটাও ভৰাই ল'লে।

—আপুনি কি কি লৈছে মোক এখন তালিকা দিব লাগিব।" গৌৰৱে ক'লে। —হয় দিয়া হ'ব—তাকে থানাতহে পাব। এতিয়া আপুনি কাইন্দাঁলি আমাৰ লগতে ওলাওক। আপোনাক আৰু হেনকাফ দি নিব লাগিবনে? এছ আয়ে ক'লে। গৌৰৱ কলিতা কিছুপৰ থমক মাৰি ৰ'ল। পদুলিৰ মুখত ওচৰ চুবুৰীয়া মানুহ গোট খাইছে। কনিষ্টবলকেইটাক নানা কথা সুধিছে।

পুলিচৰ লগতে গৌৰৱ কলিতা জীপত বহিল। তেওঁক মাজত বহুউৱা হৈছে। যাবৰ সময়ত গুণেশে ক'লে যে সি অলপ পিচতে থানালৈ যাব। প্ৰেছত খবৰটো দি আহিব পাগিব। ৰুণুমী দুৱাৰমুখত থৰ হৈ আছে। ছোৱালীজনীয়ে ৰুণুমীৰ বাওঁহাত-টোত খামুচি ধৰি আছে।

*　　*　　*

জামিনত দিবলৈ আইনৰ ধাৰাই সহায় নকৰিলেহেঁতেন যদিহে অভিলাসৰ জ্বৰ হৈ নাথাকিলহেঁতেন। গৌৰৱ কলিতাই বহুত পৰ চোফাখনতে বহি থাকিল। মাত নাই বোল নাই। ৰুণুমীয়ে আঁৰ চকুৰে গৌৰৱ গোটেই শৰীৰটো তন্ন-তন্নকৈ পৰীক্ষা কৰিলে— পুলিচে কিবা মাৰপিট কৰিলেনেকি। কথাটো অঞ্চলটোত এনেদৰে প্ৰচাৰ হ'ল যে গৌৰৱ কলিতাক পুলিচে হাত কেৰেয়া লগাই

ৰাজ পথেদি টানি নিছে। কথাটো মুখে মুখে। নিজ চকুৰে দেখিছিল বুণুমীয়ে গিৰিয়েকক গাড়ীতে তুলি নিছে তথাচ কথাবোৰ শুনি তেওঁৰ মন সন্দেহ এটা নোহোৱাকৈ নাথাকিল কিজানি শিলৰ বাণ্টা ওলাই গাড়ীৰ পৰা নমাই টানি নিছে।

টেবুলত থকা দীঘল গামটোৰ চকটো ফালি গৌৰৱ কলিতাই চিঠিখন পঢ়ি গ'ল, দেশবাৰ্তা কাকতৰ সম্পাদক পুলক কাকতিয়ে লিখিছে। তেখেতক সম্পাদকৰ পদৰ পৰা বাধ্যতামূলক অৱসৰ দিলে মালিক পক্ষই। 'হাতীচোৰৰ' বাকীখিনি প্ৰতিবেদন কাকতত উলিয়াব পৰা নহ'ল। পুলক কাকতিক দুকুৰি বছৰ কাম কৰা কাকতখনৰ পৰা যেনেকৈ খেদোৱা হ'ল ঘৰত থকা বলিয়া কুকুৰ এটাকো তেনেকৈ খেদোৱা নহয়। পুলক কাকতিয়ে তেওঁক লগ পাবলৈ বিচাৰিছে। লগ পালেহে বহুত কথা পাতিব পাৰিব।

চিঠিখন সামৰাৰ লগে লগেই গৌৰৱ কলিতাৰ আপোনা আপুনি হুমুনিয়াহ ওলাল। দেশবাৰ্তা কাকতত বৰ জৰুৰী আৰু সত্য খবৰ প্ৰকাশ কৰাৰ সাহস কৰিছিল সম্পাদকে। দেশখনৰ ৰাইজ সচেতন হৈ পাৰিছিল। মুখে মুখে আলোচনা কৰিছিল। চৰকাৰৰ বাহিৰে-ভিতৰে থকা দোষ-দুৰ্বলতা পুলক কাকতিৰ বাহিৰে অন্যই প্ৰকাশ কৰাৰ সাহস কৰা নাছিল। বাৰ্তাৰ কাকতৰ স্বাধীনতাৰ এক-চতুৰ্থাংশ হ'লেও পুলক কাকতিয়ে ব্যৱহাৰ কৰিছিল। বাকীবোৰ তোষামোদকাৰী। উলঙ্গ ৰজাক দিব্যবস্তু পিন্ধা দেখে সকলোৱেই। ছাইকফেনচ্। বাৰ্তাৰ কাকতৰ নিচিনা শক্তিশালী অস্ত্ৰ ক্ষমতাৰ ওচৰত ভোঁটা।

থানাত তেওঁক জেৰা কৰা হৈছিল। ওলোটাই ওভোতাই প্ৰশ্ন কৰিছিল।

—আমি নিৰ্ভৰযোগ্য সূত্ৰে জনামতে আলফাৰ লগত আপোনাৰ গোপন যোগাযোগ আছে। আপুনি অস্বীকাৰ কৰাৰ উপাই নাই আমাৰ হাতত প্ৰমাণ আছে।

—আলফাৰ লগত যোগাযোগ। প্ৰমাণ আছে। গৌৰৱ কলিতাই বিস্ময়েৰে সুধিলে।

—হয়। দুপৰ নিশা আজি-কালি আপোনাৰ ঘৰলৈ সেই সংগঠনটোৰ সদস্য আহে। নিয়মিতভাৱে তেওঁলোক আহে আৰু আপোনাৰ লগত আলোচনা কৰে।

—নিয়মিতভাৱে আজি-কালি দুপৰ নিশা মোৰ ঘৰৰ চাললৈ শিলগুটিহে দলিয়ায়। কোনোবাই কিন্তু কোনেও দুপৰ নিশা মোক লগ নকৰে। আপোনালোকৰ মতে যদিহে ৰাতি শিলগুটি দলিওৱা বোৰেই আলফা তেতিয়া হ'লে মই নাজানো। মোতকৈ আপোনলোকে ভালকৈ জানে।''—ব্যঙ্গ কৰিলে গৌৰৱে।

—কথা লুকাবলৈ চেষ্টা নকৰিব চাওঁক কলিতা, পুলিচৰ বহুত বদনাম থাকিলেও আপোনাৰ লগত আমি এতিয়ালৈকে ভাল ভদ্ৰ ব্যৱহাৰ কৰি আছোঁ। আপুনি আলফাৰ এজন সক্ৰীয় সদস্য তাৰো প্ৰমাণ আমাৰ হাতত আছে।

—মই আলফাৰ সদস্য হয়নে নহয় সেয়া মই চিঞৰি চিঞৰি ক'ম ; তেওঁক মাতক। যি জনে মোক গ্ৰেপ্তাৰ কৰিবলৈ নিৰ্দেশ দিছে তেওঁৰ ওচৰত ক'ম বহুত ক'ম। মাতক তেওঁক।'' খুব খং উঠিল গৌৰৱ কলিতাৰ। অ'চি. জনে মুখৰ চুৰটৰ ধোৱাখিনি গৌৰৱ কলিতাৰ চকুলৈ ফুৱাই দি এখন হাতেৰে কলিতাৰ কানত ধৰি ক'লে "খং কেলেই কৰিছে মিঃ অৰুণ শেৱাৰী। জাৰ্ণেলিষ্ট দি গ্ৰেট। আপোনাক গ্ৰেপ্তাৰ্ কৰিবৰ কাৰণে কোনো মিনিষ্টাৰে আমাক নিৰ্দেশ দিয়া নাই—নিৰ্দেশ আইনেহে দিছে। গতিকে অযথা খং কৰি নিজক দুৰ্বল নকৰিব। কানত ধৰিছে যদিও অ'চি-য়ে আপুনি বুলিছে।''

—কি প্ৰমাণ আছে আপোনালোকৰ হাতত।

—অলপতে মহাবীৰ আগ্ৰৱালাৰ হত্যাৰ নিউজত আপুনি আলফাক চাপ'ৰ্ট কৰিছে।

—নাই কৰা। চাপ'ৰ্ট কৰা নকৰাৰ থল বাতৰিত নাথাকে।

এই বাতৰি দিওঁতা। আখৰেৰে মই এটা ঘটনাৰ ফটোহে তুলি দিওঁ। তাৰ সাংবাদিকৰ নিজস্ব মতামতৰ কথা নাথাকে।" গৌৰৱ কলিতাই কৈছিল।

—কিন্তু আপুনি তেওঁক দুনীতিপৰায়ণ, চোৰাং ব্যৱসায়ী, জাতিদ্ৰোহী বুলি বাতৰি দিছে।

—মিছাতো নহয়। তেওঁক দুনীতিপৰায়ণ চোৰাং কাৰবাৰী বুলি কোনে নাজানে। চোৰাং কাৰবাৰৰ তেওঁৰ জালখন বহুত বহল। বহুত প্ৰদেশ এই ফাঁচজালত পৰিছে। মই মাত্ৰ জনমত-টোহে বাতৰিত প্ৰতিফলন কৰিছোঁ।

—কিন্তু দেশত অকল মহাবীৰ আগৰৱালাহে বেয়া মানুহ আছে নেকি?

—ঠিকেই কৈছে, আপুনি ঠিকেই কৈছে। দেশত অসমীয়া, বঙালী, বিহাৰী আদি হাজাৰ হাজাৰ মহাবীৰ আছে।

—তেনেহলে মহাবীৰ প্ৰসাদ আগৰৱালাক হত্যা কৰাত আপুনি ভাল পাইছে।

—দেশৰ গোটেইবোৰ মহাবীৰ প্ৰসাদক নিমূ'ল কৰিলে ময়েই নহয় দেশৰ সৎ নীৰিহ প্ৰজাই ভাল পাব।" গৌৰৱে কৈছিল।

কিন্তু সম্ভৱ হ'বনে?

এনেকৈ নহ'ব। সিহঁত অন্যায়কাৰীবোৰ ৰক্তবীজৰ দল।

সিহঁতৰ এটোপাল তেজত দহোটা মহাবীৰৰ জন্ম হয়।" গৌৰৱৰ খং উঠিছিল। খঙৰেই ক'লে।

—তেনিহলে আপুনি তেওঁলোকক কৈ দিব এনেকৈ হত্যা কৰাৰ লাভ নাই বুলি।" ঠাট্টাৰ সুৰত অ'.চি-য়ে ক'লে। গৌৰৱ কলিতাই অ'. চি-ৰ কথাৰ সুৰটো বুজি সেই একেটা সুৰতেই ক'লে:

—আপোনালোকেই ক'ব। আপোনালোকেহে কোন কোন আলফাৰ ক'ত ক'ত থাকে, কাৰ কাৰ ঘৰলৈ কেতিয়া কেতিয়া যায় ভালকৈ জানে কব পাৰে; চিনি পায়। মইতো আলফাৰ সদস্যক লগ পোৱা নাই। গতিকে সেই দায়িত্ব আপোনালোকেই লোৱা

উচিত” বুলি বাক্যটো শেষ কৰিবলৈ নাপালেই গৌৰৱ কলিতাৰ চুলি কোচাত থাপ মাৰি ধৰি অ'.চি-য়ে এটা চৰ লগাই দিলে তেওঁৰ গালত। পাচত কেবাটাও। চৰ-ঘোচা। চৰ-ঘোচা।

*　　　*　　　*

চোফাখনৰ পৰা গৌৰৱ উঠিল। গৌৰৱৰ ভাগৰ লাগিছিল। অ'.চি-টোৱে ব্যঙ্গ কৰি কৈছিল, "আপুনি গান্ধীবাদত বিশ্বাস নকৰে জানো?”

—গান্ধীবাদে আমুৰাইছে আমাক। বৰ্তমান গান্ধীবাদ আপোনালোকৰ হাততহে আছে।”...অকণো ভয় নকৰি গৌৰৱে ব্যঙ্গ কৰি ক'লে। অ'.চি-য়ে কৈছিল "আপোনাৰ ভৱিষ্যতৰ ভালৰ বাবেই কৈছোঁ সেই সংগঠনত থকা এই অঞ্চলৰ সদস্যসকলৰ নাম আপুনি আমাক দি দিব। কথাষাৰ শুনি গৌৰৱ কলিতাৰ অ'.চি-ৰ ওপৰত এনে এটা প্ৰচণ্ড খং উঠিছিলযে খংটো প্ৰকাশ কৰিলে অ'.চি-ৰ ভূমিকাত নিজকে অৱতীৰ্ণ কৰিবলগীয়া হয় বুলিহে মুখেৰে নামাতিলে। তথাচ সৰুকৈ তেওঁ ক'লে, "কংসই বিনাশ কালত সৰ্বত্ৰে কৃষ্ণময় দেখাৰ দৰে আপোনালোকেও সৰ্বত্ৰে আল্‌ফাময় দেখিছে।”

গৌৰৱ কলিতাই বাহিৰে বাহিৰে ভালকৈ গাটো ধুই আহি অভিলাসৰ ওচৰত ৰ'লহি। তাৰ জ্বৰ বোলে কালি উঠা নাই। জীয়েক সীমনাই আঁতৰৰ পৰা বাপেকক্ ভয়ে ভয়ে চাই আছে। তাই কাষ চপা নাই। বুণুমীয়ে চাহ আৰু ৰুটিৰ প্লেটখন আগবঢ়াই দি ক'লে, "কালি হেমন্ত, বৈভৱ, বিমানহঁত আহিছিল। দিনটোত আৰু সিহঁতৰ বাহিৰে কোনো মানুহ অহা নাছিল। সন্ধিয়া নজৰুল আহিছিল। তেওঁহে অভিৰ ঔষধ-পাতি আনি দিলে। গুণেশে যোগেন ডাক্তৰক মাতিছিল সময় নাই বুলি ক'লে। ৰাতি কোনেও ঘৰৰ ছাললৈ শিলগুটি দলিওৱা নাছিল। গুণেশ ৰাতিৰ ৰাতিটো। পাৰ্টিত ৰহিয়ে থাকিল নুশলেই।

# আঠ

গৌৰৱ কলিতাই তাকিবই নোৱাৰিলে। আন্ধাৰে মুধাৰে আহি আছিল। ডাঃ প্ৰভাত বৰুৱাৰ ঘৰতেই গৌৰৱৰ বহুতপৰ হ'ল। ডাক্তৰ ঘৰত নাছিল। লগ পাবৰ কাৰণে বহি আছিল। ডাক্তৰ আহোতে আহোতে ৰাতি ন বাজি গ'ল। তাতে সন্ধিয়াৰে পৰা লাইটো নাই। ডাক্তৰ প্ৰভাত বৰুৱাই আহি সকলো কথা শুনি-মেলি কাইলৈ পুৱাই ঘাম বুলি কৈ গৌৰৱৰ হাতত চেম্পোলৰ ঔষধ দুটা দিলে। কিবা এটা খুৱায়েই প্ৰথমটো বটলৰ দুচামুচ আৰু জ্বৰ নকমিলে তিনি ঘণ্টামানৰ মূৰত পিল এটা খুৱাবলৈ পৰামৰ্শ দিলে। তেওঁ নিজেই ক'লে যে পুৱা সাত-আটমান বজাত তেওঁ এপাক মাৰি চাই আহিব।

অলপ অলপকৈ বৰষুণ দি আছিল। তেওঁৰ আগে পাছে কোনো অহা তেওঁ কব নোৱাৰে। আলি কেকুৰিটো পাৰ হ'ব খোজোতেই আন্ধাৰে মুধাৰে কোনোবাই তেওঁৰ চাইকেলৰ হেন্দোলত মাৰ মাৰি দিলে। কোনোবা এটাৰ এটা মাৰ তেওঁৰ পিঠিত পৰিল। তেওঁ চাইকেলৰ পৰা বাগৰি শিলৰ ওপৰত পৰিল। এটাই টৰ্চ্চ মাৰিলে—টৰ্চ্চৰ পোহৰত এটাই লোহাৰ ৰড-দালেৰে মূৰত এমাৰ দিলে। তাৰ পাচত টৰ্চ্চ নুমাই লৈ চাই-কেলৰ চেইনেৰে তেওঁক উৰাই—ঘুৰাই বগৰাই কোবালে। গুৰিয়ালে। টৰ্চ্চ পোহৰৰ ৰেঙণিত তেওঁ মানুহ তিনিটা আছিল বুলি অনুমান কৰিলে। সিহঁতে তেওঁক মৰিয়াইছে আৰু মুখেৰে চেপা চেপা মাতেৰে গালি পাৰিছে। বাৰে বাৰে একেটা কথাকে, "কৈছে চালা কুকুৰ পোৱালি, অৰুণ শৰ্মাৰী ওলাবলৈ আহিছে।" লাহে লাহে তেওঁ ক'ব নোৱাৰা হৈ আহিল। হাতটো মেলি দিলত বাটৰ ওপৰত ডোঙা বন্ধা পানীত পৰিল আৰু তাৰ পৰা তেওঁ কেইচলুমান পানী আনি নিজৰ তালুত দিলে। তাৰ পাচত তেওঁৰ টোপনি আহিল।—

অভিলাসৰ জ্বৰ কমা নাই। মাকজনীৰ ইচাট বিচাট

গুণেশৰ দিনটোৰ ভাগৰ ৰাতিহে লাগে। ভাত খাই সি শুইছিল। বুণুমীয়ে গুণেশক জগালেগৈ। ককায়েক সন্ধ্যাতে গৈ এই পৰ্যন্ত অহা নাই—বুণুমীয়ে ক'লে। অভিলাসৰ জ্বৰটো বেছি হৈছে। দিনটো জ্বৰ কমা নাই। বুঢ়ীমাকে দুপৰীয়া জবাফুলৰ পাতৰ ভৰণ দি দি জ্বৰটো কিছু কমাইছিল। এতিয়া আকৌ বেছি হৈছে। কপালত হাত দিব নোৱাৰি। মূৰটো ফাটি যাওঁ ফাটি যাওঁকৈ বিষাইছে বোলে। মাজে মাজে অভিলাসে ভ্ৰম বকিছে।

গুণেশ বিচনাৰ পৰা জাপ মাৰি উঠিল। পেণ্ট চোলা পিন্ধি সি টৰ্ছলাইটো লৈ দেখিলে বেটেৰী নাই। সৰু জুই ফিৰিঙতি এটাৰ দৰেহে টৰ্ছটো জ্বলিছে সেইটোক লৈ সি চাইকেলখন উলিয়াই লৈ ভাবিলে কাকনো লগত লৈ যাব। ঘৈণীয়েক মিনু ওচৰলৈ আহি ক'লে, "ৰাতি দহ বাজি গ'ল। এন্ধাৰ ৰাতি বৰষুণো দি আছে। অকলে অকলে যাবনে? এইখন ঠাইত বিপদত পৰিলেও মানুহ এটা পাবলৈ নাই। সেই হৰেণহঁতৰ ঘৰৰ হালোৱা বঙালীটোক লৈ যাওক। সি বেচেৰাই ক'লে কথাটো নেপেলায়। সি চাগৈ শোৱাই নাই—তাকে মাত লগাই লৈ যাওকগৈ। ডাঙৰজনে শুনিলে আকৌ যাবলৈ নিদিব।" একোকে নামাতি গুণেশ ওলাই গ'ল।

## ন

ওপৰলৈ মুখ কৰি মানুহটো পৰি আছে। চকু মুদ খাই আছে। নাকে হাতে বহুত পাইপ ফিট কৰি থোৱা আছে। টোপ টোপকৈ চেলাইন বটলৰ পৰা শৰীৰৰ ভিতৰলৈ গৈ আছে। উশাহৰ বুকুখন উঠা-নমা কৰি আছে দেখিলে এনে লাগিব যেন মানুহটোৰ কেৱা নিশাও টোপনি খতি হ'ল বাবে এতিয়া আৰামত শুইছে। বিছনাখনত ডাঠ কাগজ এটুকুৰা ওলমি আছে। তাত লিখা আছে "কিপ চাইলেন্স।" আঠচল্লিশ ঘণ্টা পাৰ হ'ল

মানুহটোৰে চকুমেলা নাই জ্ঞান পোৱা নাই। কমাত্ত আছে। গোটেই গাত ভিঙিৰ পৰা ভৰিলৈকে বেণ্ডেজ কৰি থোৱা আছে। চাইকেলৰ চেইনেৰে কোবোৱা ঠাইবোৰত দ'কৈ ঘাঁ লাগিছে। গুণেশ অকলে অকলে বৈ আছে। সিহঁতৰ ফালৰ পৰা অহা প্ৰথম বাছখন চাৰে আঠমান বজাত পায়হি। এতিয়া আঠ বাজিছে। বেছি মানুহ পেচেণ্টৰ ওচৰত ৰ'বলৈ ডাক্তৰে নিষেধ কৰিছে। মূৰৰ এক্সৰে দুবাৰ কৰা হ'ল। দ্বিতীয়টো এক্সৰেৰ ৰিপ'ৰ্ট' কি গুণেশে জনাই নাই। ডাক্তৰক সুধিবলৈ মন কৰা নাই যেনেকৈ পৰীক্ষা ভাল নোহোৱা ল'ৰাই ৰিজাল্ট ওলালেও ৰিজাল্ট নোসোধে। তাতে ডাক্তৰক সুধিলেও একো কথাকে ভালদৰে নকয়। চীন ভ্ৰমণৰ কিতাপ এখনৰ প্ৰেছত প্ৰুফ চাই থাকোতে গুণেশে পঢ়িছে ; তাত লিখা আছে সেই দেশত ৰোগীক ডাক্তৰে ঈশ্বৰ জ্ঞান কৰে ; তাত ডাক্তৰে সেৱা কৰে ব্যৱসায় নকৰে। আমাৰ দেশত ডাক্তৰক ৰোগীয়ে ঈশ্বৰ জ্ঞান কৰে। পল্লৱ কাকতি নামৰ সেই ডেকা ডাক্তৰটোক গুণেশৰ শগুণ শগুণ লাগে। মানুহটো দেখাত কিমান ধুনীয়া ভিতৰখন সিমান কদাকাৰ।

ইয়াত ডাক্তৰে ব্যৱসায় কৰে। পল্লৱৰ নিচিনা ডাক্তৰে নিজৰ মাকৰ পৰাও পাৰিলে ফীজ ল'ব।

গুণেশ বৈ আছে। তিনি ৰাতিৰে তাৰ চকুত নোমে নোমে লগা নাই সি উপলব্ধিয়েই কৰা নাই। 'ইণ্টাৰনেল হেমৰেজ' হ'ব পাৰে বুলি কৈছে ডাক্তৰে। কোনোবা এজন মূৰৰ বিশেষজ্ঞ ছুটিত আছে।

কাহলৈ সাত তাৰিখে জইন কৰাৰ কথা। তেওঁ জইন কৰিলেহে সিদ্ধান্ত ল'ব পাৰিব অপাৰেচন কৰিব লাগিবনে নালাগে। এজন অলপ বয়সী ডাক্তৰে ক'লে, "আমি পৰাধিনি কৰিছোঁ। নাও ইট ইজ আপটু গড।" গান্ধীবাদৰ কথা ক'লে যেনেকৈ ককায়েক গৌৰৱ কলিতাই হাঁহি দিয়ে ঈশ্বৰৰ কথা ক'লেও তেনেকৈ গুণেশৰ হাঁহি উঠে।

ভাগ্যে অভিলাসৰ এই দুদিন বোলে জ্বৰ উঠা নাই। ডাক্তৰ প্ৰভাত বৰুৱাৰ মতে তাৰ পেৰা-টাইফয়েড হৈছে। চিন্তা নাই ভাল হ'ব। প্ৰভাত বৰুৱা লাগি আছে। পইচাৰ থক নথকা ডাক্তৰ প্ৰভাত। দেশত কেইজন আছে ?

গুণেশো এনেয়েও কথা কম কয় এইকেদিন মুখৰ মাতেই হেৰাল। কোনোবাই কিবা সুধিলেও গুণেশৰ আমনিহে লগা হ'ল। দুকুৰি দুবছৰীয়া ককায়েকটোৰ মূৰৰ ভিতৰত কি হৈছে গুণেশে নাজানে। মানুহটো শুই আছে যেন নিৰাপদে।

হাতত সৰু বেগ এটা লৈ ৰুণুমী ওলালগৈ। পাচে পাচে ছোৱালীজনী সীমানা আৰু নজৰুল। নবৌৱেকক দেখি গুণেশৰ বেয়া লাগিল। কালিও ঘৰৰ পৰা গাখীৰ আৰু লুথাৰি পিঠা আনিছে গিৰিয়েকলৈ। আজিও বোধহয় মোনাত ভৰাই গাখীৰৰ বটল বা লুথাৰি পিঠাৰ টেমা আনিছে। তেওঁ ঘোৱাৰ পাচতেই চাগৈ মানুহটোৱে চেতন পাইছে বুলি ভাবিছে।

—অভিৰ জ্বৰ এৰিছেনে ?

—এই কেইদিন উঠা নাই। ঘৰৰ পৰা নবৌ আৰু মা আহিছে। তেওঁলোকৰ হাততে থৈ আহিছো। চকু মেলা নাই নহয় ? বুলি মানুহ জনীয়ে গিৰিয়েকৰ কপালত হাতখন থলে।

—ডাক্তৰে কিবা আৰু কৈছেনেকি ?'' নজৰুলে সুধিলে। গুণেশে মূৰ দুপিয়ালে। নজৰুল বেছি পৰ বৈ থাকিব নোৱাৰিলে। ওৱাৰ্ডৰ পৰা তেওঁ কিবা বয়বস্তু বাছত পাহৰি আহি হঠাত মনত পৰাৰ দৰে ওলাই গ'ল। সীমনাই বিছনাখনত ধৰি হেপা মেলি বাপেকৰ মুখলৈ চাই আছে। ৰুণুমীয়ে কপালত হাত থৈয়েই এটা হুমুনিয়াহ চাৰিলে। গুণেশে একো কৰাও নাই একো কোৱাও নাই।

ল'ৰা কেইটামান সোমাই আহিল। ৰুণুমীয়ে মূৰ ঘূৰাই চালে। বিমান, বৈভৱ, হেমন্ত অশোকহঁত মুঠতে সাতোটা। সিহঁত কেটাৰ হাতটো কিবা টোপোলা। নিৰবে সিহঁতে মূতকৰ প্ৰতি

শেষ গ্ৰন্থাগুলি জনাবলৈ থিয় হোৱাৰ দৰে গৌৰৱৰ বিছনাৰ দুয়োকাষে থিয় হৈছে। বাৰ্ডটোৰ মুৰ দাঙি চাব পৰা ৰোগীসকলে চকু নপচৰাকৈ বাইশ নম্বৰ বিছনাৰ পেচেণ্ট গৌৰৱ কলিতাৰ ফালে চাই আছে। গৌৰৱ কলিতাৰ বিছনাৰ দুয়োকাষে মানুহ থিয় হৈ আছে কাৰণে তেওঁক বাকীবোৰ ৰোগীয়ে দেখা নাই।

—চেন্‌চ পোৱাই নাই নহয়। ভৰা মাতেৰে বিমানে সুধিলে। গুণেশে মূৰ জোকাৰিলে। খপককৈ ৰুণুমীয়ে গিৰিয়েকৰ মুখৰ পৰা চকু ঘূৰাই বিমানতঁতৰ ফালে চাই ক'লে, "বিমান, তোমালোকৰ ছাৱে কি দোষ কৰিছিল। চাৰৰ অপৰাধ কি?"

—ডাক্তৰ এইখিনিত কথা পাতিবলৈ মানা কৰিছে।" গুণেশে ক'লে।

—নাই নাই কথা নেলাগে ঢোল বজালেও ৰোগীয়ে আৰু সাৰ নাপায়" বুলি কি ৰুণুমীয়ে ডিঙিত ঘোটোককৈ কিবা এটা লগাত গিলি ললে।

—মোক তোমালোকে কোৱাচোন এই মানুহ জনৰ দোষ কি?"

—নাই বাইদেউ আপুনি সেইবোৰ কেলেই কৈছে।" বেজাৰেৰে বিমানে ক'লে।

—তেনেহলে এইবোৰ কেলেই হৈছে। ছাৰৰ গাত কিবা বদ্‌গুণ আছেনে? দেশখন ভাল মানুহৰ কাৰণে নহয়নেকি? তোমালোকে কি কৰিছা? দোষীক ধৰিবই পৰিছানে নাই কি কৰিছা? অৱশ্যে এইটো কথা ঠিক যে বাস্তৱবাদী লিখক, বাস্তৱবাদী সাংবাদিক, নিঃস্বাৰ্থ সমাজসেৱী আৰু বিপ্লৱী দেশপ্ৰেমিকৰ ঠাইতে কোনো লগ না থাকে। তেওঁলোকক সদায় নিজৰ ঠাইকনে নিলগ কৰি-থয় সৰ্বতিকাল। পিচে গোটেই দেশত তেওঁলোকৰ বহুত বহুত হেজাৰ বিজাৰ লগ থাকে। ৰুণুমীয়ে বাকিখিনি কৈ থাকোতেই ওঠ কঁপিছিল। মনে মনে বল। তেনেকৈয়ে মনে মনে বল

বিমানহঁত। আত্মাৰ সদগতিৰ কাৰণে মৌনভাৱে থিয় হোৱাৰ দৰে থিয় হৈ থাকিল।

অলপ হুৰমুৰকৈ সোমাই আহিল নজৰুল। তেওঁৰ হাতত এখন বাতৰি কাকত। তেওঁ সোমায়েই কোনো প্ৰস্তাৱনা নকৰাকৈ অলপ চিঞৰিয়েই ক'লে, "চাওক চাওক নবৌ, এয়া হেড লাইন চাওক, দাদাৰ ওপৰত কৰা অত্যাচাৰৰ বাবে কাইলৈ বাৰ ঘণ্টীয়া ডিব্ৰুগড় বন্ধ।' চাওক এয়া হেড্ লাইন 'সাংবাদিকৰ ওপৰত কৰা অমানুষিক অত্যাচাৰৰ প্ৰতিবাদত বাৰঘণ্টীয়া ডিব্ৰুগড় বন্দৰ বাবে আহবান'।" ৰুণুমীয়ে মেলা চকু হালেদি পানী বাগৰিছে। বৰ বৰ হৰফৰ আখৰ কেটা তেওঁৰ চকুৱে এনেকৈহে দেখিলে যেন আখৰবোৰ পানীত তিয়াই তিয়াই হে কাগজত লগাই থোৱা হৈছে। যেন আখৰবোৰৰ পৰা পানী বিয়পি গৈছে।

নজৰুল, গুণেশ আৰু বিমানহঁতে কাগজখনৰ ওপৰত উবুৰি খাই পৰিল। অলপ বেকা হাঁহি এটা মাৰি ৰুণুমীয়ে ক'লে, "মই কোৱা নাছিলোনে অলপ আগতে যে এনেকুৱা মানুহৰ গোটেই দেশতে লগ থাকে। ডিব্ৰুগড়লৈ ইয়াৰ পৰা দুশ মাইল নহ'বনে? আজিয়েই নহয় সৰ্বতিকালৰ বাবে এনে মানুহৰ লগ সৰ্বত্ৰেথাকে।" ৰুণুমীৰ কথাত কোনেও একো নক'লে। ৰুণুমীয়ে আকৌ ক'লে, "কাগজখন ইয়াতে থৈ দিবা, তেখেতে যদিহে চকু মেলে খবৰটো চকু ফুৰাই বল পাব।" পিচেমানুটোৱে চকু মেলিব জানো বুলি ৰুণুমীয়ে নিজৰ ছোৱালীজনীক ওচৰলৈ চপাই আনি মুৰত হাত ফুৰালে। ছোৱালীজনীয়ে বেঙা মেলি বাপেকক চায়েই আছে। ৰুণুমীয়ে আকৌ হাতৰ তলুৱাৰে গিৰিয়েকৰ কপালখন মোহাৰি দিলে। দুদাল সাৰস্বতী চেলা বগাই অহাৰ দৰে ৰুণুমীৰ গাল দুখনৰ ওপৰেদি দুধাৰ চকুপানী তললৈ বৈ আহিল।

সাংবাদিক গৌৰৱ কলিতা ভৌতিয়াও গভীৰ নিদ্ৰাত। তেওঁ শুই আছে। কেতিয়াকৈ সাৰ পায় জানো? বাপেকলৈ একেথৰে বেকাকৈ চাই থকা পাঁচ বছৰীয়া জীয়েক সীমনাই মাকৰ হাত

জোকাৰি ক'লে, "মা, দেউতাই কেতিয়া সাৰ পাব বাৰু? মা-দেউতাই কেতিয়া সাৰ পাব বাৰু?" মাকে তাইৰ কথাত হঠাতে মুখ ফুটাই একোকে নক'লে যদিও তেওঁ অলপ পিচতে তাইক বিমানহঁতৰ ফালে আঙুলিয়াই ক'লে, "সৌ দাদাহঁতক সোধ, দাদা-হঁতেহে ক'ব পাৰিব দেউতাৰাই কেতিয়া চকু মেলিব।" কিন্তু কথাষাৰ কোৱাৰ পাচতেই তেওঁৰ বুকুত ঢুককৈ শব্দ এটা হ'ল— সঁচাকৈয়ে গৌৰৱে সাৰ পাবনে বাৰু? সাংবাদিক গৌৰৱ কলি-তাই আকৌ চকু মেলিবনে? সাৰ পাবনে? যদি সাৰ পায় কেতিয়া পাব বাৰু? তেওঁ এটা বাতৰি কাকতৰ সংবাদ হৈ পৰিবনে কি?

## অস্ত্ৰযুগ

কোনে তুলি দিলে মোৰ হাতত অস্ত্ৰ ?  কিয় গাব নোৱাৰিলোঁ মই সেই ৰোমাণ্টিক কবিৰ দৰে এইফাঁকি কবিতা—

"বন্দুকৰ শব্দত ৰাতি পুৱায়নে ?
ওহোঁ নুপুৱায়,
ৰাতি পুৱায় সেই চৰাইটোৰ মাতত ?
যি কুটি কুটি খায় ৰাতিৰ আন্ধাৰবোৰ।"

এইফাঁকি কবিতা কিয় মই এনেদৰে গাবলগা হ'ল,

"চৰাইৰ মাতত ৰাতি পুৱায়নে ?
ওহোঁ নুপুৱায়,
ৰাতি পুৱায় বন্দুকৰ শব্দতহে
য'ৰ নলৰ জুয়ে পুৰি পেলায়
ৰাতিৰ অন্ধকাৰ।"

কোনে তুলি দিলে মোৰ হাতত অস্ত্ৰ ?  অপুনিয়েই নহয়নে ? নহয়নে আপোনালোকে ?  ক'ব পাৰিব নহয় বুলি।  একালত মই অস্ত্ৰ বুলিলেই ভয় খাইছিলোঁ। হিংসা বুলিলেই মই কঁপি উঠিছিলোঁ। বৰশীত উঠা মাগুৰ মাছটোও মই থেকেচি মাৰিব পৰা নাছিলোঁ। সেইবাবে মই বৰশীকে বাব নোৱাৰিছিলোঁ। পথাৰত মাছ ধৰিবলৈ পথাৰ ভেটি সিঁচোতে কলাফুল কামুৰি ধৰা ঢোঁৰাসাপটোক মৰিয়াই মৰাৰ পাচত দীঘল দি পৰি থকা সাপটো দেখিলেও মোৰ মন সেমেকি গৈছিল। মিছাকৈ জীৱবধ কৰাৰ নিচিনা লাগিছিল। ৰাতি সাৰ পালেও মৰা-সাপটোৰ কথা মনত পৰি দুখ পাইছিলো। কিন্তু সেই তেনে এটা ল'ৰাই আজি নিজহাতেৰে মানুহৰ মূৰলৈ, বুকুলৈ লক্ষ্য কৰি অব্যৰ্থ বুলেট নিক্ষেপ কৰিব পাৰো; মূৰৰ পৰা ছিটিকি পৰা মগজু গাৰ

কাপোৰৰ পৰা টুকুৰিয়াই ধুলি উৰুৱাদি গুচাব পাৰো আৰু সেই ঠাইতে এগিলাচ পানী কোট্‌কোট্‌কৈ পী খাই ওলাই আহিব পাৰো পৰম তৃপ্তিৰে। কিয়' কেনেকৈ? কোনে মোক এই ৰূপত সজালে?

ক'বলৈ গ'লে এজন কৃষিশ্ৰমিকৰ মই ডাঙৰ সন্তান। পঢ়াশুনাত বেয়া নাছিলো বাবে পঢ়ি আছিলো। মোৰ পাছত দুটা ল'ৰা আৰু দুজনী ছোৱালী। দেউতাই কয়হে বোলে খাবলৈ নোপোৱা ভিকহুৰ ঘৰত ভগৱানে মেৰেউ-মেতেউ ল'ৰা-ছোৱালীবোৰ দিয়ে। ককাৰ দিনৰ পৰা দেউতাৰ দিনলৈকে আমাৰ চাৰিপুৰা খেতিৰ মাটি আছিল। কিন্তু গান্ধীয়ে অনা ৰামৰাজ্যত খেতিৰ মাটি হ্ৰাস হৈ মই ক্লাছ নাইনত পঢ়াৰ কালত মাত্ৰ ডেৰবিঘাত পৰিলগৈ। কি হ'ল? হয় বন্ধকীত গ'ল নহয় বিক্ৰী হ'ল। ককাৰ কেন্সাৰ হৈছিল। ককাৰ লগত দুবিঘা মাটি বিক্ৰী হ'ল। প্ৰথম বিঘাৰে এবাৰ ডিব্ৰুগড়লৈ নিব পাৰিলে। দ্বিতীয় বিঘাৰে দুমাহ ডিব্ৰুগড়ত ৰাখিব পাৰিলে। আৰু বিক্ৰী কৰিব খুজিছিল কিন্তু ককাই বধশপত দিলে বোলে গেলা শ এটাৰ লগত খেতিৰ মাটিবোৰ বেচি থাকিলে জীয়াই থকাকেইটাই খাব কি? ককা মৰিল। সেই যে আৰম্ভ হ'ল সৰিয়হৰ বস্তাত ফুটা ওলালে পিৰপিৰকৈ ওলাই যোৱাৰ দৰে মাটি গৈয়েই থাকিল। কেনি গ'ল সেই মাটিবোৰ? মাটিবোৰতো আৰু বাষ্প হৈ উৰি যোৱা নাই—! তেনেহলে!

ভগা টেবুল এখনতে মই টুল এখনত বহি পঢ়ি আছিলো। ছমহীয়া পৰীক্ষাৰ বাবে পঢ়িছো। পথাৰৰ পৰা আহি দেউতাই বহি আছে। বোলে ল'ৰা হাকিম-মুন্সিফ হ'ব খুজিছে। পিত্তবিকাৰী বাপেকটোৱে পথাৰত হালবাই আছে সেই উপজিজ-পুৱাৰে পৰা তথাচ বৰপোৰ খবৰ নাই। বোলে অলপ সহায় কৰি দিওঁ। সেয়া বামুণ মহন্তৰ ল'ৰাই গ্ৰেজুৱেট পাছ কৰি ঘৰতে বহি আছে চাকৰি নাই তাৰ পোকৰত আমাৰ শুদিৰৰ হালোৱাৰ

ল'ৰাই পঢ়ি উকীল-হাকিম হ'ব খুজিছে। এনেকুৱা মনপ্ৰ মই পুৱা-গধূলি অনবৰতে শুনি থাকো কাৰণে মোৰ মনত কোনো চাপ নপৰে। নিজৰ মাটি বুলিবলৈতো নায়েই ! হয় ৰবিধৰ হাজৰিকা নহয় গুবিন শৰ্মা—এই দুটা মানুহৰ নামতহে গাৱঁৰ আমাৰ দৰে ভিকহু মানুহৰ মাটিবোৰ উঠিছেগৈ। গতিকে দেউতাই লোকৰ মাটিতহে কৃষি কৰে। দুপুৱা মাটি হালবাই ৰুই দিলে গৃহস্থই এহালিচা মাটিৰ ধান দিয়ে। সেই বন্দৱস্তিৰেই দেউতাই বা দেউতাৰ দৰে আমাৰ গাৱঁৰ বাকীবোৰ মানুহেই লোকৰ মাটিৰ খেতি কৰে। বৌটি (আমি মাক বৌটি বুলি মাতো) আৰু বাকী ভনী দুজনীয়ে আজৰি পৰত লোকৰ মাটিত ৰুই দি হাজিৰা লয়। কেতিয়াবা ঠিকালৈ ৰোৱে কেতিয়াবা হাজিৰালৈ ৰোৱে। ডাঙৰ মানুহৰ ক্ষেত্ৰত দিনৰ হাজিৰা নটকা আৰু সৰু ছোৱালীৰ ক্ষেত্ৰত ছটকা। মোৰ পিছৰ ভনীজনী যদিও গাভৰু তথাচ হাজিৰা দিয়াৰ ক্ষেত্ৰত তাইক সৰু ছোৱালী বুলিহে গণ্য কৰে।

মই পৰীক্ষাৰ কাৰণে পঢ়ি আছোঁ। লোকৰ মাটিৰ হালোৱা দেউতাই পথাৰৰ পৰা আহি বকি আছেহি। মই শুনি আছোঁ। তেনেতে দুপ্দুপ্কৈ দৌৰি আহি কোনোবা ভিতৰ সোমালহি। অইন কোনো নহয় অনিমা। মোৰ পিছৰজনী ভনী অনিমা। তাই কান্দি কান্দি আহি বৌটিক কৈছেহি বোলে ছদিনৰ হাজিৰা দিবলৈ বাকী আছে। আজি এমাহৰ আগতেই ছদিন মাটি ৰুই দিছিল অথচ পইচাকেটা আজি দিম কালি দিম কৰি আছে। আজি পাতলি চাৰিআলিৰ বজাৰলৈ যোৱাৰ কথা আছে। চোলাটো কেতিয়াবাই ফাটিল। তাইৰ লগতে গৈ চোলা এটা কিনাৰ কথা ভাবিছিলো। তাকে আজি পইচা বিচাৰি গ'লত তেখেতে মোক ভাবিৰ চেণ্ডেল খুলি চেণ্ডেলেৰে কোবাবলৈ খেদি আহিছে। তাই আৰু বৌটিৰ আগত কি কৈ আছিল মোৰ কাণত নোসোমোৱা হ'ল। তেনেতে নগুলামুখত গুবিন শৰ্মাৰ মাত শুনিলো।

তেওঁ চিঞৰি চিঞৰি গালি পাৰিবলৈ ধৰিলে। গালিবোৰৰ সাৰমৰ্ম এনেকুৱা ঃ "চালা চৌবিশঘণ্টা মোৰ ভৰি নেচেলেকিলে তহঁতৰ ৰক্ষা নাই। উৱাহে-পিয়াহে ময়েই তৰাই আহিছোঁ। হেৰ লোকেশ্বৰ এইবোৰ তই ল'ৰা-ছোৱালী তুলিছনে নাই জানোৱাৰ তুলিছ। ইমান বাহাদুৰী তাইৰ। মই গোসাঁইঘৰৰ পৰা ওলাই সূৰ্যসেৱা কৰিবলৈ পোৱাই নাই তাই ধাৰ সাধিলেই নহয়। চালা ধৰুৱা পাইছ। ধৰিব পৰা হ'লে কোছা-কোছে মূৰৰ চুলি ছিঙিলোহেঁতেন। কাণতলীয়া চৰত সলসলকৈ দাঁত সৰালোহেঁতেন। ইমান অসভ্য চালা লাওপাত কচুপাত মুখ অ'। নিদিওঁ যা পইচা মোৰ কি নোম ছিঙিবি? কি ফাঁচী বৰশীত দিবি"

—আপুনি মোক সদায় সদায় আজি দিম কালি দিম বুলি কৈ থাকে বাবেহে

—এই চুপ চালা হাৰামজাদী। দেখিছনে লোকেশ্বৰ তোৰ মুখৰ আগতেই তাই—

—"মুখখন বন্ধ কৰিবলিনে নাই—" বুলি দেউতাই অনিমাক চৰ দুটা মাৰি ভিতৰলৈ গতিয়াই পঠালে। গুবিন শৰ্মাৰ মুখখন এনেদৰে চলিবলৈ ধৰিলে যেন আমাৰ গাৱঁৰ নামঘৰত দুঃশাসনৰ ভাও লোৱা কণপোনাক বগৰাই বুকুৰ ওপৰত উঠি ভীমৰ ভাও লোৱা তিলধৰেহে ৰক্তপান কৰি বচন গাইছে। দেউতাই গুবিন শৰ্মাক নিজৰ জীয়েকৰ দোষৰ বাবে ক্ষমা বিচাৰিলে। একেই বৰ্কনিৰে গুবিন শৰ্মা উভতি গ'ল। গুবিন শৰ্মা নঙলামুখৰ পৰা যোৱাৰ পাছত দেউতাই পিছচোতালত ভীমৰ ভাও দিবলৈ ধৰিলে। অনিমাক মৰিয়াবলৈ খেদি গ'ল। অনিমাক—ধৰিব নোৱাৰি বৌটিকে উৰাই-ঘূৰাই চৈধ্যপুৰুষত ধৰি গালি পাৰিবলৈ ধৰিলে। তপত ফেলাইত কুঁহিয়াৰৰ ৰস উতলাদি প্ৰথমবাৰৰ কাৰণে মোৰ শৰীৰৰ সমস্ত তেজ যেন উতলি উঠিল। মূৰৰ মগজু যেন জাৰ-কালি জুইৰ ওচৰত গলা নাৰিকলৰ তেলৰ দৰে গলিবলৈ আৰম্ভ

কৰিব গোটেই শৰীৰটোত বৈ আছে। মই বহাৰ পৰা উঠি পোন-প্ৰথমবাৰৰ কাৰণে দেউতাৰ সন্মুখত থিয় হৈ ক'লোঁ, "তই যে বামুণৰ চাইদ লৈ বামুণৰ ফৰে ওকালতি কৰিছ অনিমাৰ গাত বা বৌটিৰ গাত কি দোষ ?" ক'বলৈহে পালো মোৰ আটাইকেউটা শব্দ মুখৰ ভিতৰৰ পৰা ওলাই শেষ নহ'লেই হাতত থকা হালোৱা এচাৰিডালেৰে দেউতাই মোক কোবাবলৈ ধৰিলে, "চালা ইংৰাজী ক'বলৈ আহিছ। ইংৰাজী পঢ়িছ। কাৰ হাতে-ভৰিয়ে ধৰি এই বেমাৰী দেহাৰে ভাত খুৱাই আছো কিবা গম পাৱনে ? সেইবোৰ মানুহৰ লগত শিং জোকাৰি বাচি থাকিবলৈ আহিছ।" আৰু মৰিয়ালেহে'তেন পিছে আইতাইহে মোক আঁজুৰি দেউতাৰ মুখৰ আগৰ পৰা লৈ গ'লহি।

দুপৰীয়া মোক আইতাই সবিশেষ ক'লে কেনেকৈ গুবিন শৰ্মা আজিৰ মানুহ হ'ল। হাড়লী বামুণী আছিল বিধৱা। দুটা ল'ৰা-ছোৱালী হোৱাৰ পাছতে একৈশ বছৰ বয়সত তেওঁ বিধৱা হৈছিল। বামুণীৰ মাকবাপেকো আছিল অপুত্ৰক আৰু স্বামীৰ ফালৰ পৰাও আছিল একমাত্ৰ পুত্ৰ। গতিকে দুয়োটা সম্পত্তিকে ভোগ কৰিছিল যদিও কামনা-বাসনা ভোগ কৰাত সামাজিক অসুবিধা আছিল। তথাচ ঘৰতে থকা ডেকা হালোৱাজনৰ ফালৰ পৰা এনিশা এটি অবৈধ সন্তান হয়। লগে লগে দুয়ো পিতৃ-মাতৃয়ে গোট খাই সন্তানটোক জন্মতে হত্যা কৰি খৰিজান নামৰ সৰু নদীৰ পাৰৰ বিৰিণানীৰ মাজত পুতি থ'লে। শিয়ালে উলিয়াই ফেৰি ফেৰিকৈ খালত কথাই বতাহত শতমুখৰ সৃষ্টি কৰিলে। তেতিয়াৰ অৰ্থাৎ আজিৰ পৰা সত্তৰ বছৰৰ আগৰ পুলিচ, ৰাইজ, ৰাজনীতিকক সন্তুষ্ট কৰিবলৈ গৈ বামুণী হায়ৰাণ হয়। শেষত স্থান এৰি পলাবলগীয়া হ'ল। এই গাৱঁতে এজন উদাৰ হৃদয়ৰ বামুণ আছিল। তেৱেঁই বামুণীকে ল'ৰা-ছোৱালীহালৰ সৈতে থাকিবলৈ এখন বাৰী দিলে। তাৰপাচত আৰু হাড়লী বামুণীক পায় কোনে ? পূৰ্বৰ স্থানৰ মাটি-বাৰী বিক্ৰী কৰি খি

এই স্থানত মাটি-সম্পত্তি ল'বলৈ আৰম্ভ কৰিলে—সেই প্ৰবাহত বাধা পৰা নাই। কথিত আছে যে কুৰি টকাৰ বাবদ এটা সোণৰ আঙঠি বন্ধকত থোৱা দুখীয়া ৰায়তৰ পৰা আঙঠি খুলিবলৈ এহালিচা মাটিকে বিক্ৰীচৰ্তে লৈছিল। এয়া এটা নমুনাহে। তেওঁৰেই ডাঙৰ পো-নাতি গুবিন শৰ্মা। পাঁচবাৰৰ মূৰত মেট্ৰিক পাছ কৰিলে। কলেজত নাম লগাবলৈ যাওঁতেই তেওঁ এক অবৈধ সন্তানৰ পিতৃ হৈছে গৈছিল। ছালছিগা ভিকহুৰ ছোৱালীয়ে টকাৰ প্ৰতাপৰ শংকাত আচল পিতৃৰ নাম ক'ব নোৱাৰিলে। গুবিন শৰ্মাৰ যদিও কলেজত নামহে লাগোৱা হ'ল পঢ়া নহ'ল তথাচ তেওঁ নিজেই কোৱামতে কলেজৰ অধ্যাপকক দৰ্মহা দি ৰাখিবহে পাৰে হেনো। তেওঁ বিয়া কৰাই অনা পত্নীয়ে চাৰিমাহৰ পাছতেই সন্তান জন্ম দিলে যদিও সমাজ নিমাত। গুবিন শৰ্মাৰ অকল ধনেই নাই মানুহে কোৱামতে গুবিন শৰ্মাৰ নিচিনা চাৰিটা শকুনিৰ যদি দেশখনত জন্ম হয় গোটেই দেশখনেই বছৰেকত চাৰিবাৰ বেচা যাব কোনেও গমেই নাপাব। সমবায় দোকানৰ চাউল-চেনি ব্লেক কৰে শৰ্মাই। চকুৰ আগতে কৰে। কোনো লুক-ঢাক নাই। তাৰ বাহিৰেও ফুলতে বিধৰা হোৱা অসমাই পাবলগীয়া গ্ৰাম্য ডাকঘৰৰ চাকৰিটোও একে নিশাৰ ভিতৰতে পালে গুবিন শৰ্মাইহে। ডাক-ঘৰত চকীত বহাৰ দিনাহে ৰায়তে গম পালে যে পোষ্টমাষ্টৰ গুবিন শৰ্মা। শৰ্মাই নিজে কোৱামতে মাত্ৰ পোন্ধৰশ টকাহে খৰচ হ'ল বোলে; চাৰিবেগ বেচনৰ চেনিৰ ওপৰঞ্চি দামটো গ'ল হেনো।

এতিয়া সেই শৰ্মাই অনাহক অন্যায় কথা এটাত মোৰ গাভৰু ভনীজনীক চেণ্ডেলেৰে চাৰিয়াবলৈ খেদি আহোতে প্ৰতিবাদ কৰাৰতো দূৰৰে কথা দেউতাই মোৰ প্ৰতিবাদী মনটোকো হত্যাহে কৰিব খুজিছে। তেনেহ'লে! হাতত অস্ত্ৰ তুলি ল'বলৈ মোক দেউতাই বাধ্য নকৰিলেনে? মনটো বৰশীত উঠা মাছ এটাকে থেকেচা মাৰি মাৰিব নোৱাৰো। মোৰ সন্মুখত থিয় হৈ কওক যে

মই খেমালি খেলিবৰ কাৰণে নিজে অস্ত্ৰ তুলি লৈছোঁ। মোৰ হাতত অস্ত্ৰ তুলি দিয়া হৈছে।

সুলভমূল্যত পাবলগা পাঠ্যপুথি দোকানত পাবলৈ নাই। ৰন্টুদেৰে নিগমৰ পৰা ঠিকমতেই কিতাপ আনিছে। কিন্তু দুই-চাৰিখন মানুহ চাই বেচাৰ পাছতেই ষ্টক খালী। হাটে-বজাৰে কিন্তু অধিক মূলত প্ৰায় ডবল দামত ৰন্টুদেৰৰ দোকানৰ কিতাপ্ৰ বিক্ৰী হৈ আছে। কোনেও মুখেৰে মাত মতা নাই। বিশ্ব পিয়নৰ দ্বিতীয় শ্ৰেণীত পঢ়া ল'ৰাটোক পুৱা-সন্ধ্যা পঢ়ুৱাই মই টকা প'য়ত্ৰিশটা গোটাই থৈছোঁ। মোৰ ইংৰাজী আৰু সমাজ বিজ্ঞানৰ কিতাপ দুখন কিনিব লাগে। মই দোকানলৈ সোমাই গ'লোঁ।

—"চাও' ক্লাছ নাইনৰ ইংৰাজী আৰু সমাজ বিজ্ঞানৰ কিতাপ দুখন দিয়কচোন।" মই দুবাৰ কোৱাৰ পাছতো ৰন্টুদেৰে মোৰ ফালে মূৰ তুলি চোৱা নাই। কাজল সানি থোৱাৰ দৰে তাৰ চকুৰ তলে-ওপৰে অঞ্চলটো ক'লা পৰা। তাক দেখিলেই এনে লাগে যেন পৃথিৱীৰ সমস্ত অহংকাৰে মানুহটোক গিলিহে থৈছে। দেউতাহঁতে কোৱা শুনিছো আজিৰ পৰা পোন্ধৰ বছৰ আগলৈকে ৰন্টুদেৰৰ বাপেকে চাৰিআলিটোতে এখন টেবুলৰ ওপৰত ফুলস্কেপ কাগজ পাঁচ দিস্তা, চামৰা খাকি কাগজ কুৰিটা, স্কেল দহডাল, পেন্সিল কুৰিডাল আদি লৈ বহিছিল। এতিয়া অঞ্চলটোৰ আটাইতকৈ ধনী মানুজনেও বা অঞ্চলটোৰ আটাইতকৈ ক্ষমতাশালী মানুহজনেও ৰন্টুদেৰে হাঁচি দুটা মাৰিলে সন্ধ্যা গাড়ী লৈ খবৰ কৰিবলৈ অহাৰ অৱস্থা।

—"মই ক্লাছ নাইনৰ ইংৰাজী আৰু সমাজ বিজ্ঞানৰ কিতাপ দুখন বিচাৰিছোঁ।" এইবাৰ সি মোৰ মূৰৰ পৰা ভৰিলৈকে চালে। সোত-মোচ পায়জামা আৰু সেউজীয়া পুৰণা ইউনিফৰ্মৰ চোলা পিন্ধি শুদাভৰিৰে থিয় হৈ থকা মোৰ ফালে চায়েই বোধহয় অভিজ্ঞ ডাক্তৰে ৰোগীৰ মুখলৈ চায়েই বেমাৰ অনুমান কৰিব পৰাৰ দৰে

মোৰ আৰ্থিক অৱস্থাটোও সি অনুমান কৰি ল'লে। আৰু লগে লগে গলগলীয়া মাতেৰে ক'লে—

—কিতাপ নাই।

—"কিয় সেয়া দেখোন মোৰ চকুৰ আগতে কেবাজনকো দিলে! আমাৰ দেখোন ভৰালী ছাৰকো একে দুখন কিতাপকে দিলে। মোকো দুখন দিয়ক।" মই অনুৰোধ কৰিলোঁ।

—"ক'ৰপৰা দিম! নাই বুলি ক'লে নুবুজা নেকি?" সি মোক ধৰা পৰা চোৰক ভেকাহি মৰাদি মাৰি ক'লে আৰু অন্য গ্ৰাহকৰ লগত ব্যস্ত হ'ল। মই সেমেনাসেমেনিকৈ ৰৈ আছোঁ।

—হেৰি কি খবৰ দেব বাবু!

—"অ' আহক আহক আজিকালি দেখিবলৈবে নাই। মহলদাৰ মানুহৰ ঘৰলৈ গৈয়ো লগ পাবলৈ নাই" বুলি সি চকীখন মোহাৰি ফুকন মহলদাৰক মাতিলে। ফুকন মহলদাৰৰ এতিয়া চাৰিখন মদৰ মহল আছে।

—"নাই নাই নবহো কাম আছে; হেৰি কৰকচোন এই ইংৰাজী আৰু সমাজবিদ্যাৰ কিতাপ দুখন দিয়কচোন।" ফুকনে ক'লে।

—"কিয় আজি দুমাহমানৰ আগতে ল'ৰাই নিছিল নহয় আপোনাৰ।" ৰণ্টুৱে ক'লে।

—নিলেও ফালিলেও। মাকেহে কৈছে আজি বোলে কিতাপৰ কাৰণে স্কুলেই যোৱা নাই। বাপেকৰ টকা আছেতো কিহৰ পৰোৱায়। আমাৰ দেউতা আছিল এল-পি স্কুলৰ মাষ্টৰ। গতিকে পৰীক্ষাৰ পাছৰে পৰা লোকৰ পুৰণা কিতাপ বিচাৰি হায়ৰাণ কৰি ফুৰো। "এতিয়া ল'ৰাক সপ্তাহে সপ্তাহে নতুন কিতাপ লাগে" বুলি মহলদাৰ ফুকনে চুৰট এটা জ্বলালে। তেওঁৰ ল'ৰা মানস ফুকন মোৰ লগতে পঢ়ে। ক্লাছ চেভেনৰ পৰাই চুৰট আৰু মদ খাবলৈ ধৰিলে। এতিয়া আমাৰ স্কুলৰ জেনেৰেল চেক্ৰেটাৰী।

—"হেৰি কৰিলো, দুখন দুখন দি দিছো—আকৌ আহিবহে লাগিব। তাতে কিতাপ চাপ্লাই দিব পৰা নাই। মই কথমপিহে

যোগাৰ কৰি থৈছো।" কৈ কৈ ৰণ্টুদেৱে কিতাপৰ টোপোলাটো আগবঢ়াই দিলে।

—ভাল কৰিলে দিয়ক। মোৰ সময়েই নাই। পইচা কিমান হ'ল ?

—"হ'ব বাবু যাওক" বুলি ৰণ্টুদেৱে নমস্কাৰ জনাই অন্য গ্ৰাহকৰ লগত ব্যস্ত হ'ল। মোৰ মগজু উতলিবলৈ ধৰিলে। গাত পৰি থকা মহ এটা থাপমাৰি মাৰিবলৈ হাত নদঙা মোৰ হাতখন দংখাই গ'ল। মই চিঞৰি ক'লো, "কিন্তু আপুনি এইমাত্ৰ মোৰ আগত কিতাপ নাই বুলি কৈ তেখেতক দুখনকৈ একে কিতাপকে কেনেকৈ দিলে ?"

—"মই নাই বুলি কৈছো নাই তুমি দেখোন আকৌ তৰ্ক কৰিছা ?" ৰণ্টুৱে ক'লে।

—কিন্তু তেখেতক ক'ৰপৰা দিলে ?

—"য'ৰে পৰা দিলো লাগে তোমাক কেলেই ?" ঠিক তেনেতে গাড়ীত উঠিব খোজা ফুকন মহলদাৰো আহি মোৰ ওচৰত ৰ'লহি। তেওঁক দেখি ৰণ্টুদেৱে সাহস পালে। সি মোক চিঞৰি চিঞৰি বকিবলৈ ধৰিলে। মোৰ চেহেৰাটোলৈ এবাৰ চাই মোৰ কাণ এখনত ধৰি ফুকন মহলদাৰে ক'লে, "কোন স্কুলত পঢ় তই ? কি নাম ? ডাঙৰক কেনেকৈ ব্যৱহাৰ কৰিব লাগে এইটোকে শিকা নাই। কি শিকিছ স্কুলত ! ক্লাছত কেইবাৰ ফেল মাৰিছ ? মই অবাক। ভুতৰ ওপৰতে দানহ বাক্যৰচনাত বোধহয় এইটো কথাকে লিখিব পৰা হ'ব। মই কি কওঁ কি নকওঁ বুলি ভাবি থাকোতেই মহলদাৰে মাৰিলেই নহয় মোক চৰ এটা ! মই মুখৰ আগতে থকা ৰেকডালতে হামথুৰি খাই পৰিলোঁ। আকৌ মোৰ চুলিকোছাত ধৰি দাঙি লৈ আৰু এটা চৰ মাৰিলে। মই আঁতৰি আহিলোঁ। গাল-মুখ মোহাৰি আঁতৰিব খোজোতেই কাণত পৰিল ভবালী ছাৰৰ মাত। ছাৰ কিবা কাৰণত আকৌ উভতি আহিল। মই একো ক'বলৈ নাপাওঁতেই ৰণ্টুদেৱে একেবাৰে গোকাট মিছা কথা এসোপা ভবালী ছাৰক

ক'লে। লগতে ওজাৰ লগত পালিয়ে সহযোগ কৰাৰ দৰে মহলদাৰেও যোগ দিলে। ভৰালী ছাৰো বৈ নাথাকিল। নিজৰ স্কুলৰ ছাত্ৰ ইমান অসভ্য, ইমান বৰ্বৰ। গতিকে তেখেত লজ্জিত হ'ল আৰু সকলোৰে আগতেই মোক শাসন কৰিলে। কাণ দুখনত ধৰি দুটা চৰ শোধালে। তাৰ পাচত মই গুচি আহিলোঁ। মোৰ হাতত তেতিয়া একো নাছিল। ধন, অস্ত্ৰ, ক্ষমতা—একো নাছিল। আৰু সেইবাবেই সেইদিনা মই ৰাজহুৱাভাৱে চৰ খাবলগা হ'ল। কিন্তু যেতিয়া মই হাতত অস্ত্ৰ—সকলোৱে তুলি দিয়া অস্ত্ৰ ল'লো— ; এদিন ; যেতিয়া মই অস্ত্ৰ ল'লো তাৰপাচত এদিন—

ৰাঁতি চাৰে-ন বজাত দুৱাৰত নক কৰিলোঁ। কলিংবেল আছিল যদিও আমি টিপিবলৈ ইচ্ছা নকৰি দুৱাৰত টোকৰ দিলোঁ।

—"কোন ?" ভিতৰৰ পৰা শব্দটো ওলাই আহোতে ঘহনা খাই অহাৰ নিচিনা লাগিল যেন টিনৰ সাঁফৰ এখনহে পকা মজিয়াত ঘঁহি দিয়া হৈছে।

—আমি, দুৱাৰখন খোলকচোন।

দুৱাৰখন খুলিয়েই ৰুস্টু দেব আমাৰ মুখামুখি হ'ল। আৰু লগে লগেই বতাহে কোবাই থকা কলগছৰ থোৰপাতটোৰ দৰে কঁপিবলৈ ধৰিলে।

—"আমাৰ লগত ওলাওক অলপ কথা পাতিবলগীয়া আছে।" মই ক'লোঁ।

—"নহ'লে আমি ইয়াতে কথা পাতোঁ—, চাহ-তাহ অকণমানো খোৱা হ'ব।" ৰুস্টুৱে ক'লে।

—আপোনাক আমি ওলাবলৈহে কৈছোঁ। দুঘণ্টামান হ'ব, যদিহে আপুনি সহযোগ নকৰে, নকৰিলে বেছি সময়ো লাগিব পাৰে।

—"হ'ব, গৈছো ৰ'ব" বুলি ৰুস্টুদেৱ পলকতে ভিতৰ সোমাল আৰু কিঞ্চিতো বিলম্ব নকৰি ওলাই আহিল। আমি বাহিৰৰ পৰাই কোৱা শুনিলোঁ, "মই অকণমান এখেতসকলৰ লগত এই-

খিনিৰ পৰা আহোঁ। দেৰি হ'লে তোমালোকে ভাত খাবাহঁক।" সি ঘৰত যদিও বঙালী ভাষাতে কথা পাতে তথাচ এইকেটা কথা অসমীয়াত ক'বলৈ চেষ্টা কৰিলে। তাৰ পাছত সি এনে এটা উৎসাহ দেখুৱাই ওলাই আহিল যেন মেট্ৰিক পৰীক্ষা আদায় কৰাৰ দিনাহে লগৰ বন্ধুৰ লগত চিনেমা চাবলৈ ওলাই গৈছে। মটৰ চাইকেলখনত আমাৰ দুটাৰ মাজত তাক বহুৱাই ল'লো।

কিছুদূৰ গৈ আমি তাৰ চকু দুটা বান্ধি দিলোঁ। তাৰ একো আপত্তি নাই। ইমান বাধ্য। যথাস্থানত আমি তাক হাজিৰ কৰিলোঁ আৰু চকুৰ বান্ধ খুলি দিলোঁ। সি ইমান ধূৰ্ত আৰু চালাক যে এনে এটা অভিব্যক্তি প্ৰদৰ্শন কৰিলে যেন কেইজনমান আত্মীয় বন্ধুৰ মাজতহে বহি আছে।

—আপুনি সমাজৰ বহুত অপকাৰ কৰিলে আৰু কৰি আছে। গতিকে মানুহৰ শত্ৰু হিচাপে আপুনি শাস্তি পোৱাৰ যোগ্য। পিছে আপুনি আপোনাৰ শাস্তি কেনে হ'ব সেয়া নিজে নিজেই ঠিক কৰিব লাগিব। অৰ্থাৎ যদিহে আপুনি ফাকি দিয়ে তাৰ দ্বাৰাই আপোনাৰ শাস্তিৰ মাত্ৰা ওপৰলৈ উঠিব। আপোনাৰ সকলো কথাকাণ্ড আমাৰ হাতত আছে। মাত্ৰ আপোনাক পৰীক্ষা কৰিবলৈ অৰ্থাৎ আপোনাৰ শাস্তিৰ মাত্ৰা নিৰ্ধাৰণ কৰিবলৈহে আপোনাক অনা হৈছে। আপোনাৰ হকে এটা কথা জনাই থওঁ যে এই যে টেবুলঘড়ীটোৰ নিচিনা এটমিক যন্ত্ৰটো দেখিছে এই যন্ত্ৰটোৱেই আপুনি কোৱা কথাৰ সত্যাসত্য নিৰ্ণয় কৰিব। আপুনি যিমান মিছা কথা ক'ব এই যন্ত্ৰটোৱে টং টংকৈ সংকেত দিব। আৰু সঁচা কথা কওঁতে যন্ত্ৰটো নীৰৱে থাকিব।" তাক তেনেদৰে কোৱা হ'ল। অকণো বিহ্বলতা আৰু শংকা নেদেখুৱাই সেই ধূৰ্তই স্পষ্টকণ্ঠে ক'লে:

—"ঠিকেই ঠিকেই—অপৰাধ কৰিলে যেয়েই নহওক শাস্তি পাবই লাগিব। মই অৱশ্যে অপৰাধ নাই কৰা বুলি কোৱা নাই

কিন্তু হয়তো খি কৰিছো নজনাকৈ কৰিছো। আপোনালোকে বিহকে সোধক তাকে মই কৈ যাম।"

—ব'ব তাৰ আগতে আপুনি এই যন্ত্ৰটোৰ কাৰ্যক্ষমতাৰ সঠিক প্ৰমাণ এটা লওক। মই যন্ত্ৰটোৰ চুইচটো অন কৰি দিছো—এতিয়া আপুনি আপোনাৰ নামটো কওকচোন বাৰু।

—মোৰ নাম শ্ৰীৰণ্টু দেৱ।

—এতিয়া আপুনি দেখিছে যে যন্ত্ৰটো নীৰৱ। এইবাৰ আপোনাৰ নামটোৰ ঠাইত মিছাকৈ অন্য এটা নাম কওকচোন। মিছা নাম এটা কওক।

—"শ্ৰীবীৰবল কব।" লগে লগে যন্ত্ৰটোত দুটা টং টং শব্দ হ'ল। এইবাৰহে ৰণ্টু দেৱে উচপখাই উঠিল। তাৰ গাঁতত সোমাই থকা চকু দুটা ওলাই আহিব খুজিলে আৰু ট-টকৈ জিলিকিবলৈ ধৰিলে।

—এতিয়া মন কৰিলেনে—আপুনি নামটো আৰু উপাধিটো দুয়োটাকে মিছাকৈ ক'লে কাৰণে যন্ত্ৰটোৱে দুটা সংকেত দিলে। ইয়াৰ পাছত আমি যন্ত্ৰটো অন কৰি থ'লো যদিও ই দিয়া সংকেত আপুনি নুশুনিব। আমি যে এই কাগজখন ভৰাই দিলো আপুনি কোনটো প্ৰশ্নৰ উত্তৰত কিমান মিছা কথা কৈছে এই কাগজত সাংকেতিক চিহ্নৰে লিপিবদ্ধ হ'ব আৰু তাৰ পৰাই আমি আপোনাৰ কথাৰ সত্যাসত্য নিৰূপণ কৰিম। এতিয়া আপুনি আজিৰ পৰা চৈধ্য বছৰৰ আগতে ৰেণুকা গগৈ নামৰ যিজনী ছোৱালী বিয়া কৰাইছিল তেওঁৰ নামত নব্বৈ হাজাৰ টকা জীৱন বীমা কৰাইছিল।

—হয়।

—অসমীয়া ছোৱালীজনীক আপুনি প্ৰেমত পৰিহে বিয়া কৰাইছিল ?

—হয়।

—বিয়াৰ তিনিমাহৰ পাচত তেওঁৰ নামত বীমা কৰাইছিল ?

—হয়।

—বীমাৰ তিনিটা প্ৰিমিয়াম দিয়াৰ পাছত অৰ্থাৎ ডেৰবছৰৰ পিছত ৰেণুকাৰ মৃত্যু হ'ল।

—"হয়।" ৰণ্টু দেৱে এটা হুমুনিয়াহ ছাৰিলে।

—আপোনাৰ মা-দেউতাৰ লগত আপুনি সহযোগ কৰি ৰেণুকাক হত্যা কৰিলে।

ৰণ্টু দেৱ কিছুপৰ মৌন হ'ল। মোৰ লগৰজনে ধমক দি উঠিল "মনে মনে আছে কিয় ? আপোনাৰ লগতে ইমান খৰচ কৰিবলৈ সময় আমাৰ নাই নহয়।"

—"মানে হয়," খকমকাই ৰণ্টুৱে ক'লে, "হয় কিন্তু কথাটোত মোৰ সন্মতি নাছিল ; মই তেওঁক বৰ ভাল পাইছিলোঁ।"

—চুপ। যি সুধিছোঁ তাকে ক'ব। সেই পত্নীৰ অৰ্থাৎ আপুনি প্ৰেম কৰি বিয়া কৰোৱা সেই বোৱাৰীজনীৰ হত্যাৰ পাছত ডাক্তৰ আহমদৰ লগ লাগি স্বাভাৱিক মৃত্যু বুলি ৰিপ'ৰ্ট দাখিল কৰিছিল আৰু পুলিচ অ'. চি. গণেশ দাসকো টকা দি হাত কৰিছিল। তাৰ-পাছত তেওঁৰ নামত কৰা বীমাৰ নব্বৈ হেজাৰ টকাৰে আপোনাৰ নতুন ব্যৱসায় আৰম্ভ কৰিলে। কিছুমান মেৰুদণ্ডহীন ধনৰ খকুৱা প্ৰফেচৰ আৰু শিক্ষকৰ হতুৱাই ন'টচ্ লিখাই তাক প্ৰকাশ কৰি ধন ঘটিছিল।

—নহয় মানে।

—ৰ'ব, আপোনাক সোধা নাই ; আপুনি সুধিলেহে উত্তৰ দিব। যন্ত্ৰটোৰ কথা কিন্তু পাহৰিব নাযাব। আপুনি অন্য কোনো কাকত-আলোচনীত সুবিধা কৰিব নোৱাৰা লেখকৰ হতুৱাই যি দুজন কলেজ আৰু হাইস্কুলৰ শিক্ষক,—তেওঁলোকৰ ছদ্মনামত যৌন-বিষয়ক অৰ্থাৎ পৰ্ণগ্ৰাফীতকৈয়ো জঘন্য কিতাপ কিছুমান প্ৰকাশ কৰি বহুত মূল্যত বিক্ৰী কৰিছিল। সেইবোৰ স্কুল-কলেজৰ ল'ৰা-ছোৱালীয়ে দহ টকাৰ ঠাইত কুৰি টকা দি কিনিছিল। এজন বদমাইচ্ দুদান্ত পাষণ্ড সংস্কৃত পণ্ডিতৰ হতুৱাই ৰাশিফলৰ ক্ষুদ্ৰ ক্ষুদ্ৰ

কিতাপ যুগুতাই আপুনি ব্যৱসায় কৰিছিল। কৰ্প'ৰেশ্যনৰ সাত টকা দামৰ স্কুলীয়া পাঠ্যপুথি আপুনি দেওবৰীয়া বজাৰত, বিহুৰা বজাৰত অধিক মূলত বিক্ৰী কৰিছিল অথচ দোকানত কিতাপ নাই বুলিছিল। কংগ্ৰেছ আইৰ সেইসময়ৰ অবৈধ চৰকাৰৰ দৃষ্টি আকৰ্ষণ তথা সা-সহায় পাবৰ বাবে আপুনি নিজৰ দোকানৰ ভিতৰতে কৃষ্ণ বম ফুটাই চাঞ্চল্যৰ সৃষ্টি কৰিছিল আৰু চৰকাৰী অনুদান আদায় কৰিছিল। সেইবোৰ টকাৰে আপুনি চাউনৰ মাজমজিয়াত দুমহলীয়া ঘৰ কিনিছিল। তাৰ বাদেও আপুনি তলে তলে বাঙালী অসমীয়াৰ সাম্প্ৰদায়িক কাজিয়া লগাবৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল। আপুনি অসমীয়া নাট্যমন্দিৰত পতা দুৰ্গাপূজাৰ প্ৰতিমাক সেৱা কৰি আহি ফোঁট-নিৰ্মালি লৈ আহি ধনী বাঙালী মানুহকেইজনৰ লগত বাঙালী পূজা এভাগ বেলেগাই পতাৰ বাবে ব্যৱস্থা কৰিছিল। আপুনি এই ঠাইখনত এখন বাঙালী বিদ্যালয় পতাৰ বাবে যো-জা কৰি তলে তলে টকা তুলিছিল, হিন্দু-মুছলমানৰ মাজত কাজিয়া লগাবৰ বাবেও আপুনি কি কি কৰিছিল আমি জানোঁ। এতিয়া এটাও কথা নুলুকুৱাই বা মিছা কথাৰ আশ্ৰয় নলৈ এই সকলোবোৰ কথা হয়নে নহয় কওক" বুলি মই বণ্টু দেৱৰ মুখলৈ চালোঁ। লেম্পৰ পোহৰত তাৰ মুখৰ ৰং আৰু ৰঙা হৈছিল আৰু তাৰ চকুৰ লগে লগে গালৰ মঙহবোৰো কঁপিছিল ঠিক যেন ঘাপমাৰি দুটুকুৰা কৰা ছাগলীৰ ছিগি যোৱা ডিঙিৰ মঙহবোৰহে সংকুচিত হৈছে, প্ৰসাৰিত হৈছে।

—আপুনি আৰু মাতিব কি—আমি ব্যক্ত কৰা এটা অভিযোগো অসত্য নহয়। এতিয়া আপোনাৰ অতবোৰ দুষ্কাৰ্যৰ লগত নিশ্চয় কিছুমান অসমীয়া মুখাফুটা নেতাও জড়িত আছিল যাৰ সহায়ত আপুনি মহাপ্ৰতাপেৰে এই কৰ্মবোৰ কৰি গৈছিল। সেই অসমীয়া মহান ব্যক্তিসকলৰ নামো আমি জানোঁ কেৱল আপোনাৰ মুখৰ পৰা উচ্চাৰিত হোৱা বিচাৰিছোঁ—কওক" বুলি বিনোদে বিভলভাৰটোৰ নলীৰে বণ্টু দেৱৰ কপালত খুন্দা এটা মাৰিলে।

—হ'ব, আৰু এটা কথা থাকি গৈছে, এই বাংলা সন্তানে অৰ্থাৎ এওঁ নিজে কথাই কথাই গৌৰৱ কৰাৰ দৰে ৰবীন্দ্ৰ নাথ নজৰুলৰ দেশৰ সন্তানে কিতাপৰ মাজত হিৰোইনৰ নিচিনা ড্ৰাগছৰ পুৰীয়াও ভৰাই বিক্ৰী কৰিছিল। "ক'বনে আপুনি মিছা বুলি?" প্ৰসাদে কৈ, তাৰ সোঁকাণখনত ধৰি মুৰটো আমাৰ ফালে ঘুৰাই দিলে। কাকো পৰোৱাই নকৰা সঁচাই এটা মস্ত অহংকাৰী এই মানুহটো এটা যেন কুমজেলেকুৱালৈ ৰূপান্তৰিত হ'ল। অতি চালাকীৰ গলাই ফাঁচী বোলা আপ্তবাক্যষাৰ যেন তাৰ গাতে মূৰ্তমান হ'ল।

—"আপুনি মুখেৰে নামাতে কিয়? এটা-এটাকৈ অসমীয়া ঘাতকসকলৰ নাম কৈ যাওক।" মই ধমক দিলোঁ। অকণমান তালৈ পুতৌ হ'ল—সি কঁপা মাতেৰে যেতিয়া নামবোৰ কৈ গ'ল। যদিও নামবোৰ কওঁতে তাৰ মাত কঁপিছিল তথাচ সি যেন অলপ উৎসাহ পালে।

—অধ্যাপক ৰেবকান্ত বৰবৰুৱা, শিক্ষক ঘনশ্যাম বৰদলৈ, অধ্যাপক প্ৰবোধ চন্দ্ৰ শইকীয়া, পণ্ডিত মোহন চন্দ্ৰ দেৱশাস্ত্ৰী গোস্বামী, ছাত্ৰ নেতা কৃপাল শৰ্মা, ফৈজুদ্দিন আহমদ, ব্যৱসায়ী দিবাকৰ ফুকন, ঠিকাদাৰ নন্দেশ্বৰ পূজাৰী—

—"হ'ব। আমি জানো" আমি কিছুপৰ মনে মনে বৈ তাৰ অৱস্থাটো বেছকৈ উপভোগ কৰিলোঁ। অঞ্চলটোৰ আটাইতকৈ অহংকাৰী ধনী ব্যক্তিজনৰ এই অৱস্থা দেখি আমাৰ সঁচাই বৰ পুতৌ লাগিছিল। এনেয়েও তাৰ চকুৰ গুৰি কাজল সনাৰ দৰে ক'লা এতিয়া যেন গোটেই মানুহটোৱেই ফেঁটীসাপে খোটা মানুহৰ দৰে ক'লা পৰি গ'ল। তাৰ সেই অৱস্থাটোত আমি যেন কিবা এটা অন্য আনন্দ লাভ কৰিলোঁ। তাৰ কুকৰ্মৰ ফলতেই এই অঞ্চলটোৰ কিমান ল'ৰা-ছোৱালী ধ্বংস হ'ল, কিমানৰ জীৱন পংগু হ'ল তাক আমি তাৰ সন্মুখতে আলোচনা কৰিবলৈ ধৰিলোঁ।

সি উধান এটাৰ দৰে বহি নীৰৱে শুনি আছিল। আমাৰ আলোচনাৰ অন্তত আমি তাক সুধিলোঁ,

—এতিয়া তই ক' তোক কি শাস্তি দিব লাগে! যিহেতু তই নিজমুখেৰেই সকলোবোৰ অপৰাধ স্বীকাৰ কৰিলি সেইবাবে তোক ধন্যবাদ জনালোঁ।

আমাৰ মুখত প্ৰথমবাৰৰ বাবে 'তই' সম্বোধনটো শুনি তাৰ চকু-মুখত কাওঁ-বাওঁৰ ভাব এটা প্ৰকট হৈ পৰিল। সি প্ৰকৃততেই কঁপিবলৈ ধৰিলে।

—"এতিয়া তই নিজ মুখেৰেই ক' তোক কেনে শাস্তি দিয়া উচিত অৰ্থাৎ ইমানবোৰ কুকৰ্মৰ বাবে তই কি শাস্তি ল'বি!" বহুতপৰ সি নীৰৱে আছিল। আমি তিনিওটাই তিনিটা ৰিভলভাৰ উলিয়াই এটাই তাৰ কপালত, এটাই তালুত আৰু এটাই বুকুত লগাই দিলোঁ। কি আচৰিত কথা আমাৰ গুলী এটাৰো নুফুটিল অথচ বহি থকাতে ৰণ্টু দেৰ ঢলি পৰিল। সি কাপোৰে-কানিয়ে বহাতে পেচাব কৰিছিল আৰু চেঁচা মাটিৰ মজিয়াখন পিছল হৈ গৈছিল। শিয়ালৰ দৰে মৰভাও ধৰিছেনে কি আমি পৰীক্ষা কৰি চাই দেখিলোঁ সি সঁচাকৈয়ে মৰিছে। তাৰ উশাহ-নিশাহ নোহোৱা হ'ল আৰু বুকুৰ ধপ্‌ধপনিও নাই। সি হাৰ্টফেইল কৰিলে। এফালেদি আমি আনন্দ পালোঁ যে তাৰ নিচিনা এটা শিয়ালক হত্যা কৰিবৰ বাবে আমাৰ দামী বিদেশী বুলেট এটাও খৰচ কৰিবলগীয়া নহ'ল। অৱশ্যে এহাতেদি আমাৰ দুখো লাগিল যে সি বৰ আৰামত মৰিল। বৰশীত মৰা মাছ এটা লাগি আহিলে যেনে দুখ লাগে আমাৰ তেনেই দুখ লাগিল। তাৰ পাছত আমি আলোচনা কৰিবলৈ ধৰিলোঁ যে ইয়াক যদি এনেকৈ এৰি থোৱা যায় তাৰ দৰে দুষ্কৃতিকাৰীবোৰে তাৰ মৃত্যু স্বাভাৱিক বুলিয়েই ধৰি ল'ব। এতেকে আমি পুংখানুপুংখকৈ আলোচনা কৰি এটা সিদ্ধান্ত ল'লোঁ। সেইমতে তাৰ জিভা, হাতৰ আঙুলি, অণ্ডকোষ আৰু চকু দুটা কাটি উলিয়াই পেলোৱা

হ'ল। মৃতদেহ এটাৰ ওপৰত এইবোৰ কৰিবলগীয়া হোৱা বাবে আমাৰ কিছু বিৰক্তিও লাগিছিল। পিছত তাৰ মৃতদেহটো শেষনিশা নি তাৰ ঘৰৰ আগৰ আলিৰ কাষৰ লাইটৰ খুটাটোত ওলোমাই থোৱা হ'ল যাতে পুৱা দুৱাৰ খুলিয়েই তাক ঘৰৰ মানুহে দেখে—নহ'লে সন্ধিয়াতে ওলাই যোৱা ঘৰৰ বৰ ল'ৰাটোৰ কাৰণে ঘৰখনে বৰ চিন্তা কৰি আছে।

এতিয়া কওকচোন মোৰ হাতত কোনে অস্ত্ৰ তুলি দিলে? মই আগতেই কৈছোঁ বৰশীত উঠা ধৰফৰাই থকা মাছটো দেখি বেয়া লাগেই বাবে মই সৰুতে বৰশীও টোপোৱা নাছিলোঁ। লগৰ ল'ৰাই মোক বুদ্ধদেৱ বুলি ইতিকিং কৰিছিল। তেনে এটা ল'ৰাই এতিয়া হেলাৰঙে এটা মানুহ, এটা জীয়া ডেকামানুহ হত্যা কৰাই নহয় বুলেটৰ আঘাতত মৰৰ পৰা উফৰি অহা মগজুৰ টুকুৰাও গাৰ চোলাৰ পৰা আঙুলিৰে টুকুৰিয়াই ধুলি গুচোৱাদি গুচাই আকৌ ৰুমালেৰে চাহ খাই হাত মোহৰাৰ দৰে মোহাৰি থ'ব পৰা হ'লো।

লোকৰ মাটিত আধিখেতি কৰা কৃষিশ্ৰমিকৰ সন্তান হৈ কেনেকৈ বি-এ পাছ কৰিলোঁ সেইটো আৰু কাৰোবাক নতুনকৈ বুজাই ক'ব লাগিবনে? পুৱা-গধুলি টিউশ্যন কৰোঁ। লগৰ দিবাকৰ ফুকনৰ ল'ৰাক যেতিয়া পুৱা-সন্ধ্যা তিনিজন বেলেগ বিষয়ৰ প্ৰফেচৰে পঢ়ুৱাবলৈ আহে তেতিয়া মই লোকৰ ঘৰত ফাইভ-ছিক্সৰ ল'ৰাছোৱালী পঢ়ুৱাবলৈ যাওঁ।

এদিন তেনেকৈ টিউশ্যন কৰি আহি সন্ধিয়া ঘৰ সোমাব খুজি জোনৰ পোহৰত অলপ আঁতৰৰ পৰা দেখিলোঁ দুৱাৰমুখত জীপগাড়ী এখন আৰু চোতালত পুলিচ। কি হ'ল। মই ঘৰৰ পৰা দুই বজাত ওলাই যাওঁতেতো একোৱেই নাছিল। এই চাৰি-ঘণ্টাৰ ভিতৰত কি এনে ঘটনা ঘটিল যে পুলিচে আহি ঘৰ ঘেৰাও কৰিছে। মই যাওঁতে এই কথাই জানিছিলোঁ যে দেউতাহঁত লোৱা ডোঙৰ কাষৰ পথাৰৰ গুবিন শৰ্মাৰ মাটিত ধান দাবলৈ গৈছে।

তাৰ বাদেতো মই একোকেই নাজানো। লৰালৰিকৈ ভিতৰ সোমাই দেখিলোঁ দেউতাই বিছনা এখনত পৰি কেঁকাই আছে আৰু বৌটি, ভণ্টি আৰু ভাইটিয়ে দেউতাৰ গোটেই গাতে গৰম তেল সানি মালিচ কৰি আছে। বৌটিয়ে কান্দিছে আৰু ওচৰতে দুটা পুলিচে বৈ "হ'লনে হ'লনে" বুলি চিঞৰি আছে। মই তেতিয়াহে দেখিলোঁ যে দেউতাৰ হাতত হেণ্ডকাফ। কথাটোৰ একো ভু-ভটং নাপাই মই অকৰা মানুহৰ দৰে বা কথা পাতি থকা গৃহস্থৰ ওচৰত বহি থকা কুকুৰটোৰ দৰে সকলোৰে মুখলৈকে চালোঁ। মোক কোনেও একো কোৱা নাই। মই চাই থাকোতেই এবাৰ পুলিচ দুটাই বজাৰলৈ বেচিবলৈ নিয়া ছাগলীৰ দৰে দেউতাক প্ৰায় চোঁচৰাই বিছনাৰ পৰা নমাই টানি নিলে। দেউতাই পাৰেমানে কেঁকাইছিল আৰু বৌটি আৰু অনিমাই পাৰেমানে চিঞৰি চিঞৰি কান্দিছিল। মই দুৱাৰমুখতে দেউতাক চোঁচৰাই নিয়া পুলিচ দুটাক আগচি ধৰিলোঁ। সিহঁতৰ এটাই মোৰ তলপেটত গোৰ মাৰি দেউতাক টানি লৈ গুচি গ'ল। জীপগাড়ীখনে লাইট জ্বলাই যোৱাৰ পাছতহে মই গোৰখাই পৰাৰ পৰা বগুৱাবাই উঠিব পাৰিলোঁ। ইতিমধ্যে ওচৰ-চুবুৰীয়া মানুহেৰে আমাৰ ঘৰখন বিপদীয়া মানুহৰ ঘৰৰ দৰে ভৰি পৰিছিল, মই তেতিয়াহে বুজিলোঁ যে ঘৰখনত আচলতে ডাঙৰ বিপদ এটাই হৈছে বা হৈছিল যিটোৰ কথা মই গমেই পোৱা নাছিলোঁ।

কথাটো কি হ'ল জানেনে? লোৱাডোং নদীৰ পাৰত গুবিন শৰ্মাৰ চাৰিহালিচা বিবাদী মাটি আছিল। নামত লোৱাডোং নদী যদিও চৰিত্ৰত আচলতে সেইটো এটা জানহে আছিল—বাৰিষাও জাপিয়াই পাৰ হ'ব পাৰি। সেই একেই চাৰিহালিচা মাটি কোনো এটা দালালে গুবিন শৰ্মাকো বিক্ৰী কৰিলে আৰু পণ্ডিতপ্ৰবৰ মোহন চন্দ্ৰ দেৱশাস্ত্ৰী গোস্বামীকো বিক্ৰী কৰিলে। কূটনীতি আৰু বুদ্ধিত দুয়োটা শিয়াল। মানুহে কোৱা-কুই কৰামতে গাওঁখনত এই দুয়োটা মানুহ জন্ম হোৱাৰ আগতে নিচেই কমেও

দুহেজাৰ শিয়ালৰ জীৱবোৰ একগোট একগোট হৈছে গুবিন শৰ্মা আৰু মোহনৰ জন্ম হৈছিল। মোহনে মানুহ লগাই বিবাদী মাটি চাৰিহালিচা একেদিনাই বোৱালেও, বোৱালেও, গুবিনে পিছদিনা সেই ৰোৱতী মাটি পুনৰ হালো বোৱালে, একেদিনাই ৰোৱালেও। পিছদিনা মোহনেও একেটা কামকে কৰালে। এইবাৰ শিয়াল চতুৰ গুবিন মনে মনে ৰ'ল। সি আঘোণ মাহলৈ বাট চালে। এতিয়া আজি আঘোণমহীয়া ধান পকিলত দেউতাকে ধৰি গাৱঁৰ বাৰটা মানুহক ধান কাটিবলৈ পঠাই দি সি ঘৰতে থাকিল। দেউতাহঁতে যেতিয়া সেই মাটিত ধান দাবলৈ ধৰিলে অতৰ্কিতে মোহনৰ তেনেকুৱা ভেৰোণীয়া মানুহে আহি পকা ধাননিত পৰা উদণ্ডীয়া গৰু মাৰিওৱাদি হুতুৰ হুতুৰ মাৰিয়াবলৈ ধৰিলে। মাৰখোৱা ছাগলী পলোৱাদি ধান দাই থকা মানুহবোৰ পলাল মাৰ খাই খাই। তাৰপাছত মোহনে পুলিচত এজাহাৰ দিলে আৰু টকাও দিলে। সেয়েহে ততাতৈয়াকৈ পুলিচে আহি দেশৰ শত্ৰু কৃষিশ্ৰমিক দেউতাহঁতক হেণ্ডকাফ লগাই চোঁচৰাই লৈ গ'ল। অকল সিমানেইনে? পথাৰত মোহন শাস্ত্ৰীৰ ভেৰোণীয়া মানুহেও দেউতাহঁতকে উৰাই-ঘূৰাই খুন্দিলে আৰু থানাতো দেউতাহঁতকে পুলিচেও খুন্দিলে। আচৰিত কথা কি—মোহন গোসাঁয়ে থানাত টকা দি নিজৰ ফালৰ মানুহবোৰ বচালে কিন্তু গুবিন বামুণ পলাল। অজুহাত ল'লে যে তাক পালেই হেনো এৰেষ্ট কৰিব সেইবাবেই সি আত্মগোপন কৰিলে। এতিয়া দেউতাহঁতক থানাৰ পৰা মোকোলাই আনিবলৈ অ'-চি· আৰু চি· আই-ক প্ৰত্যেকৰে বাবে এহেজাৰকৈ টকা লাগে। সাতোটা মানুহৰ বাবে সাত হেজাৰ টকা। বাকীবোৰে বহুত খত্-বান্ধ কৰি কৰি এহেজাৰটো ছশ টকালৈ নমালে। তাকে আজি সন্ধিয়াৰ আগতে দিব নোৱাৰিলে ৰাতিয়েই সদৰলৈ চালান দিব। সেই টকা ক'ৰপৰা আহিব এতিয়া? বাকীবোৰেতো নিজৰ নিজৰ মাটিকে বন্ধক দিলে। আমি কি কৰিম? ছশ টকা

সঁচাকৈয়ে একেলগে দেখাই নাই বুলিব লাগে। কুঁজৰ মূৰত কিল্ দিবপৰা বীৰেন্দ্ৰ গগৈ আগবাঢ়ি আহিল। তেওঁৰ জোঁৱায়েক এজন মেজিষ্ট্ৰেট। মেজিষ্ট্ৰেটৰ ঘৰত জীয়েকক লাচনি-পাচনি কৰি দিবলৈ এজনী ছোৱালী লাগে। বীৰেন্দ্ৰ গগৈয়ে অনিমাক ধৰিলেহি। বৌটিক এবছৰৰ বাবে টকা সাতশ আগধন দি অনিমাক বিচাৰিলে। বীৰেন্দ্ৰই বৌটিক বুজালে যে ছোৱালীৰ লগত অনিমাই অকণোকে কষ্ট নাপায়। জোঁৱায়েকে মাছ-মঙহ নহ'লে এসাজো ভাতেই নাখায়, তোমাৰ ছোৱালীৰ চেহেৰা দুমাহৰ পাছতেই চিনিব নোৱাৰা হ'ব বুলিও বীৰেন্দ্ৰই বৌটিক ক'লে। আৰু সোঁৱাহে ষোৰহাট—দিনটোত দহবাৰ অহা-যোৱা কৰিব পাৰি; ইয়াত শুই উঠি দাঁত ঘঁহি ষোৰহাটত চাহ খাবগৈ পাৰি, যোৰহাটত গাটো তিয়াই ইয়াত ভাত খাবহি পাৰি; ইয়াত ভাতঘুমতি মাৰি আকৌ ষোৰহাটত আবেলিৰ চাহ খাবগৈ পাৰি; তাতে জোঁৱাইৰ দুখনকৈ গাড়ীও আছে; তোমাৰ ছোৱালী আহি থাকিব। কাম-বনো তেনেকৈ কেঁচুৱাটো ৰখাৰ বাহিৰে অন্য নাই কাৰণ জোঁৱায়ে অফিচৰ পিয়নৰ হতুৱাই ঘৰুৱা কাম-বন সকলো কৰায়। গতিকে বৌটিৰ সম্মতি দিয়াৰ বাদে উপায় নাছিল বিশেষকৈ টকা ছশ দি দেউতাক থানাৰ পৰা মোকোলাই আনিবই লাগিব। কেনেবাকৈ সদৰ থানালৈ পঠালে কত ছশ যাব যে তাৰ হিচাপ নহ'ব। তাতে ক'ৰ্টত কেচ খেলিব লাগিব—তাৰবাবে ধন ক'ত? গুচি গ'ল। অনিমাই কান্দি কান্দি মেজিষ্ট্ৰেটৰ গাড়ীত উঠি গুচি গ'ল। যাবৰ সময়ত বৰ কৰুণ চাৱনি এটাৰে মোলৈ চাইছিল। মই কি কৰিম? ককায়েক হিচাপে তাতে কৃষিশ্ৰমিকৰ কলেজত পঢ়া ল'ৰা হিচাপে তাইক মই ৰক্ষা কৰিব পাৰিম বুলিয়েই হয়তো তাই ভাবিছিল—; নোৱাৰিলোঁ। মই যেন ভৰা নদীৰ মাজপানীত ব'ঠা ভগা নাৱৰীয়াহে।

সেই যে দেউতা থানাৰ পৰা আহিল—বিষালি হ'ল। গৰম-কালি যহন-তহন কিন্তু জাৰ সোমাল মাত্ৰকে দেউতাৰ গাত বিষে

উক দিয়ে আৰু মানুহটো কেঁকাই থাকে। কিমান বয়স হৈছে দেউতাৰ ? খুব বেছি বাৰম। বীৰেন্দ্ৰ গগৈৰ জোঁৱায়েক অৰ্থাৎ অনিমা থাকিবলৈ যোৱা সেই মেজিষ্ট্ৰেটজনতকৈ খুব বেছি দেউতা তিনি বছৰমানৰহে ডাঙৰ হ'ব। অথচ মেজিষ্ট্ৰেট চৌতিয়াৰ ওচৰত লোকেশ্বৰ হালোৱাক থিয় কৰাই দিলে বাপেক-পুতেক বুলিহে। ক'ব।

তাৰ মাজতেই মই বি-এ পাছ কৰিলোঁ। তাৰপাছত আৰম্ভ হ'ল মোৰ চাকৰিৰ বাবে দৌৰ। এতিয়া আৰু লুকাই লাভ নাই এই নতুন চৰকাৰটো পাতিবৰ বাবে আমিয়েই গায়েপ্ৰতি আঠ-দহটালৈকে ভোট দিছিলোঁ। চৰকাৰ হ'ল। আমি উশাহ সলালোঁ। আমাক সোণৰ অসম নালাগে পলসুৱা অসমহে লাগে। দৰ্খাস্ত কৰি, ইণ্টাৰভিউ দি দি চাকৰিৰ ফালে যেতিয়া সকলোতে ব্যৰ্থ হ'লো তেতিয়া আমাৰ লোকেল এম. এল. এ. তথা কেবিনেট মন্ত্ৰী প্ৰভাত গগৈৰ ঘৰলৈ গ'লো। মই কিটিপটো ধৰিব পৰা নাছিলোঁ— মোতকৈ কম নম্বৰ পোৱা, ইণ্টাৰভিউতো একোৰে উত্তৰ দিব নোৱাৰা ল'ৰা-ছোৱালীয়ে চাকৰি পায় ; তিনিবাৰৰ মুৰত কম্পাৰ্ট-মেণ্টেল লৈ পাছ কৰা ছোৱালীয়ে মাষ্টৰণীৰ চাকৰি পায় অথচ মেট্ৰিকত চেকেণ্ড ডিভিজনত পাছ কৰি বি.এ-ত শতকৰা আঠচল্লিশ নম্বৰ পোৱা মইহে চাকৰি নাপাওঁ। কিটিপটো কি ? মেট্ৰিক ফেইল বুলি ফাঁকি মাৰি বি. এ. পাছ মই চৰকাৰী অফিচতো পিয়ন-চকিদাৰৰ বাবে ইণ্টাৰভিউ দিলোঁ,—তাকো নাপালোঁ। ইপিনে বেমাৰী, বিষালি দেউতাৰ ঘৰত দকচনি-দুনিয়াথনলৈ হেনো চাকৰি আছে মোলেহে নাই। দেউতা আৰু বৌটিয়ে কেবাবাৰো গৈ মেজিষ্ট্ৰেট চৌতিয়াৰো হাতে-ভৰিয়ে ধৰিছে। তেওঁ হ'ব বাৰু, চাম বাৰু' বুলি কে প্ৰতিবাৰেই বিদায় দিছে। বৌটি বা দেউতা মেজিষ্ট্ৰেটৰ ঘৰলৈ গ'লেই অনিমাও গুচি আহিব খোজে। তাই বোলে তাত থাকি বৰ বেয়া পাইছে। কিন্তু অকল মোৰ চাকৰি-টোৰ আশাতে "চাম বাৰু, হ'ব বাৰু"ৰ মোহতে বন্দী হৈ থকা অনিমাৰ কাকুতি বৌটি বা দেউতাই নুশুনিলে।

মই মন্ত্ৰী প্ৰভাত গগৈৰ ঘৰলৈ গ'লোঁ। প্ৰথম দুদিন তাক লগেই কৰিব নোৱাৰিলোঁ। সি ভোট বিচাৰি ঘূৰি ফুৰোতে তাৰ লগত বহুত খাটি দিছিলোঁ। তেতিয়াৰে পৰাই তাক চিনি পাওঁ। তাৰ মুখ-চকু দেখিলে এনেহে লাগে যেন সি পানীৰ কাম অনবৰতে চলাইহে কৰে। যেন কামনা-বাসনা, বীভৎস ৰুচি, বিকৃত যৌন-স্পৃহাৰ প্ৰলেপ এটাহে তাৰ সৰ্বশৰীৰত লেপি থোৱা আছে। তাক দেখিলে যৌনৰোগী যেনো লাগে শুনামতে সি হেনো কলেজত পঢ়ি থাকোতে যিজনী ছোৱালীৰ লগত প্ৰেম খেলিছিল তাইৰ জীয়েককে শেষত বিয়া কৰাইছে। যি নহওক মই তাৰ ব্যক্তিগত কথাত মুৰ ঘমাব খোজা নাছিলোঁ। সি আচলতে জ্ঞানী অথবা একেবাৰে একো কথা নজনা মানুহৰ দৰে গম্ভীৰ হৈ থাকে। পিছতহে গম পাইছো আচলতে সি একো কথাকে নাজানে-যিমান লম্পট, সিমান মূৰ্খ। যিমান বজ্জাত সিমান ধূৰ্ত। সি আশা দিলে। তাৰ আশা পাই মই বৰ আস্বস্ত হ'লোঁ আৰু য'লৈকে দৰ্খাস্ত কৰিবলৈ কয় ত'লৈকে দৰ্খাস্ত কৰিলোঁ। যালৈকে চিঠি লিখি দিয়ে—যাকে লগ কৰিবলৈ কয় তাকে লগ কৰিলোঁ। সি কিন্তু এবাৰো মোক তাৰ লগত ৰাজধানীলৈকেই হওঁক বা অন্য ক'ৰবালৈকে হওক লগত নিনিয়ে। নিব কেনেকৈ? তাৰ গাড়ীত মহিলা আৰু গাভৰু ছোৱালীৰ বাহিৰে যদি দুটা চীট খালী থাকে তাতে যায় তাৰ লগৰ বটলপাৰ্টী।

এনেকৈ পুৰা তিনিবছৰ মই তাৰ ঘৰলৈ অহা-যোৱা কৰিলোঁ। এই তিনি বছৰৰ ভিতৰত সি তিনিটা দপ্তৰ সলালে—তথাপি সি মোক অন্য চাকৰিতো নাই নায়েই ক'ৰবাত পিয়ন-চকিদাৰৰ কাম এটাতো সুমুৱাই দিব নোৱাৰিলে। দিব নোৱাৰিলে মানে নিদিলে। ইতিমধ্যে বহুত ছোৱালী আৰু মহিলাক সি চাকৰি দিলে। বহুত ধনী মানুহৰ ল'ৰাক চাকৰি দিলে। নিমখৰ ৰেক আবণ্টন কৰি বহুত মাৰোৱাৰীৰ পৰা সি কোটি টকা ল'লে। মদ খাই গৈ কেবিনেটত বমি কৰিলে। সহযোগী মহিলা মন্ত্ৰীক সাৱটি ল'লে।

মন্ত্ৰী হৈ থাকোতে বহাগৰ বিহুত বাটেদি যোৱা গাভৰুক জোকাওঁতে গঞ্জা ৰাইজে গোবৰেৰে তাৰ গোটেই গাত লেও দিলে। অৱশেষত সি মোক পৰামৰ্শ দিলে ব্যৱসায় কৰিবলৈ। কিমান সহজ কথা ক'লে দেখিলেনে? ব্যৱসায় কৰিবলৈ টকা! সিয়েই পৰামৰ্শ দিলে কৰ্মবিমুখ অসমীয়া ডেকাইহে টকা টকা বুলি হাবা-থুৰি খাই ফুৰে। ব্যৱসায়ত লাগিলে উজানৰ বৰালি মাছৰ দৰে বোলে টকা আহিব।

সেইদিনা মই বৰ হতাশ হ'লো। সঁচা কথা কৈছো মই চুই-চাইড্ কৰাৰ কথা ভাবিলো। আৰু যেই ভাবিলো অকণো বিলম্ব নকৰি ৰেল ষ্টেছনলৈ গ'লো। মোৰেই ভাগ্য বেয়া যে সেইদিনা ৰেলখনৰ পুৰা দুঘণ্টা লেট হ'ব বুলি ষ্টেছন মাষ্টৰে জনালে। হতাশ মনেৰে মই ৰেলৰ চিৰিৰ ফালে চাই প্লেটফৰ্মৰ পকা বেঞ্চ-খনত বহি পৰিলো। ষ্টেছনত খিচিৰ-মিচিৰ হৈ থকা মানুহ-বোৰলৈ চালো। এই গোটেইবোৰ মানুহ মোতকৈ সুখী। অন্ততঃ এই মানুহবোৰৰ কোনেও মোৰ দৰে সাতাইশ বছৰ বয়সত ৰেলৰ আগত পৰি মৰিবলৈ অহা নাই। তেনেহ'লে এই পৃথিৱীত মোৰ সমান দুখী আৰু কোনো নাই।

মই ষ্টেছনৰ পৰা অলপ দূৰতেই চলন্ত ট্ৰেইনৰ আগত পৰাৰ সিদ্ধান্ত ল'লো। কাৰণ তেতিয়া অন্ততঃ দেউতা-বৌটিহঁতৰ কলজপথন কমিব আৰু অনায়াসে পুত্ৰেকৰ মৃতদেহটো চমজি ল'ব পাৰিব। জীয়াই থাকোতেতো দেউতাহঁতক একো সুখেই দিব নোৱাৰিলো—অন্ততঃ মৰাৰ পাছতো বেছি কষ্ট নিদিওঁ সেইবাবেই মই ষ্টেছনৰ ওচৰতে মৰাৰ সিদ্ধান্ত ল'লো। তাকে এতিয়া আজিহে ৰেলখন দুঘণ্টা লেট হ'বলৈ পালে। সময় নাযায়-নুপুৰায় হৈছে। এই দেশখনত অকল মোৰেই অৱস্থা বেয়ানে? গোটেই দেশত কিমান লাখ ডেকা-গাভৰু মোতকৈয়ো বেয়া অৱস্থাৰ নাইনে? তেনেহ'লে সেই আটাইবোৰেই মোৰ দৰে আত্মহত্যা কৰিবৰ বাবে এনেকৈ বাৰু ৰেলৰ ষ্টেছনত বোন্দাপৰ দি বহি

আছেনে ? সিহঁতে কি কৰিছে। ক'তা ষ্টেছনত গোটখাই থকা ইমানবোৰ মানুহৰ মাজততো মই আত্মহত্যা কৰিবলৈ আপেক্ষা কৰি থকা কাকো দেখা নাই।……এনেকুৱা কথাবোৰে যিমানেই মোৰ মুৰত কামুৰিবলৈ ধৰিলে সিমানেই মই অতিষ্ঠ হৈ পৰিলোঁ আৰু তেতিয়াও আহি নোপোৱা পলমকৈ আহিবলগা ৰেলখনৰ ওপৰত মোৰ খং উঠিল। মই যিমানদূৰলৈ চাব পাৰোঁ ডিঙি মেলি চালো কিজানি ধোঁৱা দেখোৰেইবা। নাই, ক'তো ধোঁৱাৰ চিন-মোকাম নাই। তেনেহ'লে আজি এইঁপিনেও মোৰ ভাগ্য বেয়া। এনেকৈ পলম হৈ থাকিলে শেষত দেখিছো মোৰ আত্মহত্যা কৰাও নহ'বগৈ। একো কথা নাভাবি মই মোৰ গলধনটো পকা বেঞ্চখনৰ বাৰত পেলাই দিলোঁ আৰু চকু দুটা মুদি দিলোঁ। এই আঠ-দহটা মাহুহ বহিব পৰা বেঞ্চখনত মই অকলে বহি আছোঁ আৰু কোনো বহিবলৈ অহা নাই। কথাটো ভাবি মোৰ এনে এটা ধাৰণা হ'ল যেন মোৰ মনৰ সংকল্পৰ কথা গোট খোৱা সকলোবোৰ মানুহেই ধৰিব পাৰিছে আৰু সেইবাবেই ইচ্ছা কৰিয়েই কোনো এজন মোৰ ওচৰত মই বহি থকা বেঞ্চখনত বহিবলৈ অহা নাই।

এনেকৈ পৰি থাকোতে মোৰ কেতিয়া টোপনি আহিল গমেই নাপালোঁ। খচমচনি এটাতহে যেন মই সাৰ পালোঁ— ; দেখিলোঁ মোৰ বয়সৰ এটা ডেকা ল'ৰাই মোৰ ওচৰতে বহি কিবা কিতাপ এখন একান্তমনে পঢ়ি আছে। মই পোন হৈ বহিলোঁ আৰু নোচোৱা ভাওঁ ধৰি ডেকাটোলৈ চালোঁ। তাৰ কোলাতে কাপোৰৰ মোনা এটা পৰি আছে ; সম্ভৱতঃ তাত তাৰ কাপোৰকানি আছে। পিৰিকা-পিৰিককৈ তাৰফালে চাই মই ভাবিবলৈ ধৰিলোঁ যে সিও মোৰ দৰে ৰেলৰ আগত পৰি মৰিবলৈহে ৰেলখন অহালৈ বাট চাই আছে নেকি ? সিনো একান্তমনে কি কিতাপখন পঢ়ি আছে মোৰ জানিবলৈ মন গ'ল। মই এটা কথাত নিশ্চিত হ'লোঁ যে সি আত্মহত্যা কৰিবলৈ অহা ল'ৰা নহয়। কাৰণ আত্মহত্যা কৰিবলৈ সাজু হৈ থকা কোনো মানুহেই ইমান নিৰুদ্বিগ্নমতে

কিতাপ পঢ়িব নোৱাৰে। মই অলপ হাউলি ভৰিটো খঙ্ উৰাৰ চলেৰে সি পঢ়ি থকা কিতাপখনৰ বেট্‌পাতৰ নামটো পঢ়িবলৈ চেষ্টা কৰিলোঁ। কিতাপখনৰ নাম "পৃথিৱী ক'পোৱা দহদিন"। মই এইখন কিতাপৰ কাহানিও নামেই শুনা নাই। এইখন কি কিতাপ হ'ব পাৰে। মাত্ৰ দহদিনতে কোনে কেনেকৈ পৃথিৱীখন ক'পাব পাৰিলে? মোৰ কৌতূহল হ'ল আৰু কিতাপখন এবাৰ হাতত লৈ চাবলৈ মন গ'ল। কিতাপখনৰ প্ৰতি মোৰ মনত ইমান এটা প্ৰবল ইচ্ছা জাগিল যে মই পুৰণা চিনাকি মানুহৰ দৰে ল'ৰাটোক সুধি দিলোঁ—, "চাওঁ কিতাপখন এবাৰ চাবলে দিয়কচোন।" এটাও শব্দ নকৰি ওলমি থকা ৰচিডাল পৃষ্ঠা দুটাৰ মাজত ভৰাই ল'ৰা-টোৱে কিতাপখন জপাই মোলৈ আগবঢ়াই দিলে। মই কিতাপখন লৈ লুটিয়াই বগৰাই চোৱাৰ সময়কণত তেওঁ জেপৰ পৰা টেমা এটা উলিয়াই চাদা আৰু চুণ লৈ হাতৰ তলুৱাত মোহাৰিবলৈ ধৰিলে। মই সাধাৰণতে চাদা নাখাওঁ যদিও এতিয়া খাবলৈ মন গ'ল। অলপ দেৰিৰ আগৰে পৰা মোৰ মনটো এনে এটা অৱস্থাত উপনীত হৈছে যে চাদা কি এতিয়া কিজানি পালে মই মদ, ভাং, কানি সকলো মাদকদ্ৰব্যকে সেৱন কৰিব পাৰিম। মই নোখোজাকৈয়ে ল'ৰাজনে মোৰ ফালে এটিপা চাদা আগবঢ়াই খাম নেকি সুধিলে। মই মুৰ দুপিয়াই তলুৱাত লৈ মুখত ভৰালোঁ। আকৌ মই কিতাপখনৰ পাত লুটিয়াবলৈ ধৰিলোঁ। পাতনিখন পঢ়িয়েই মোৰ কিবা এটা পুলকহে জাগিল যেন। ঠিক তেনেতে দূৰণিত ৰেলৰ উকি শুনিলোঁ। মই ডিঙি মেলি চালোঁ। তাৰপিচত মই মনে মনে উত্তেজিত হৈ পৰিলোঁ। যিমানে ৰেলখন ষ্টেশ্যনৰ ফালে আহি আছে সিমানেই মই অতিষ্ঠ হৈ পৰিছোঁ, মোৰ উশাহ-নিশাহ ঘন হৈ যাবলৈ ধৰিলে যেন কেবাবছৰৰ মূৰতহে মোৰ প্ৰেমিকাক এইমাত্ৰ ইয়াতে দেখা পাবলৈ বৈ থাকোতেই দূৰত তেওঁ অহা দেখিলোঁ। মই হাতত কিতাপখন লৈয়েই অলপ আগবাঢ়ি গৈ আকৌ ঘূৰি আহিলোঁ। মোৰ এই গোটেই উচপিচনিটো ল'ৰাটোৱে লক্ষ্য কৰি আছে।

আহি আহি ৰেলখন ষ্টেশ্যনত ৰ'লহে। যাত্ৰীবোৰ উঠাই উঠিছে। আৰু নমাই নামিছে। মাত্ৰ দুই মিনিটহে ৰ'ব ইয়াত সকলো যাত্ৰীৰে খৰখেদা লাগিল। মই বেঞ্চতে এবাৰ উঠিছোঁ এবাৰ বহিছোঁ যদিও পিচতহে বোধ হৈছে যে সজ্ঞানে মই একো কৰা নাই। এবাৰ ল'ৰাজনে সুধিলে, "আপুনি কেনি যাবনো ?" তাৰ কথাৰ মই একোকে উত্তৰ দিব নোৱাৰিলোঁ। মই মাত্ৰ বৈ থকা ট্ৰেইনখনৰ ইঞ্জিনটোৰ ফালেই থৰ হৈ চাই আছোঁ। লাহে লাহে মই ট্ৰেইনখনৰ ইঞ্জিনটোৰ বাহিৰে একোকে নেদেখা হ'লোঁ। তেনেকৈ চাই থাকোতেই ৰেলখনে গতি কৰি কইনা খোজেৰে আগুৱাই আহিবলৈ ধৰিলে। মই সাৰ পোৱাদি পালোঁ। ট্ৰেইনখনে পূৰ্ণগতি ল'ব পৰা ঠাইটুকুৰালৈ মই কুকুৰ লৰ দিলোঁ। মই ভবাই নাছিলোঁ যে মোৰ পিচে পিচে মোৰ ওচৰত বহি থকা ল'ৰাটোও আহিছে। ট্ৰেইনৰ গতিৰ লগে লগে মোৰো দৌৰৰ গতি বৃদ্ধি পালে আৰু চিগ্‌নেল পষ্টটোৰ ওচৰত ল'ৰাটোৱে মোক থাপমাৰি ধৰিলে। যেই মোক ধৰিলে মই গাৰ জোৰেৰে আঁজুৰিবলৈ ধৰিলোঁ। সিও কিন্তু টান টিপা এৰি নিদিলে। এবাৰ সি লগতে থকা মোনাটোৰ ৰচিৰে মোৰ ক'কালত সুমাই আটি আটি টানি ধৰিলে। ট্ৰেইনখন গ'লগৈ। ট্ৰেইনখন গুচি যোৱাৰ পাচত মই মানুহটো খঙতেইনে বেজাৰতেই নে ঘৃণাতেই ক'ব নোৱাৰো থকথককৈ কঁপিবলৈ ধৰিলোঁ। সি মোৰ হাত দুখনত ধৰি তীব্ৰ চাৱনিৰে যেন পাঁচবেটেৰীয়া টৰ্চৰ পোহৰহে চকুত পেলাইছে তেনেকৈ চাবলৈ ধৰিলে। বাঘমোৰে পোৱা মানুহৰ দৰে ময়ো থৰ হ'লোঁ। মোৰ কান্দোন আহিবলৈ ধৰিলে। মোৰ মনৰ গোটেই অৱস্থাটো যেন মোৰ সমবয়সীয়া এই ল'ৰাটোৱে বুজিছে পালে ; কোনো প্ৰস্তাৱনা নকৰাকৈ সি দাবীৰ সুৰত ক'লে, "এই বয়সতে জীৱনৰ পৰা পলাবলৈ লাজলগা নাই ভাবুৰ দৰে।"

সেইযে ল'ৰাটোৱে মোক টানি ধৰি লৈ গ'ল তাৰ পাচৰ পৰাই মই আচলতে মই হ'লোঁ। সি মোক ডাউন ট্ৰেইনত লৈ গ'ল। এঘৰ মানুহত চাৰিদিন ৰাখি সি মোৰ লগত কথা পাতিলে। অকল

সিয়েই নহয় আৰু কেবাজনেও মোৰ লগত কথা পাতিলে। কথা পাতিলে মানে, ক'লে। দুখনমান সৰু কিতাপ আৰু প্ৰচাৰ-পত্ৰও পঢ়িবলৈ দিলে। মই যদিও তেওঁলোকৰ বিষয়ে আগৰেপৰাই জানিছিলোঁ তথাচ তেওঁলোকৰ কিছুমান কথাৰ বাবে মোৰ অকণো আগ্ৰহ হোৱা নাছিল। বৰঞ্চ মই ঘিণহে কৰিছিলোঁ। কিন্তু এইকেদিন কথা-বতৰাবোৰ শুনি মোৰ পূৰ্বৰ ধাৰণা উলটি গ'ল যেন।

তেওঁলোকৰ এইকেটা কথাই মোৰ মনত, বিবেকত দুপৰীয়াৰ ঘণ্টাৰ দৰে অহৰহ কোবাবলৈ ধৰিলে যে কাৰোবাৰ অন্যায়ৰ বাবেই আজি আমাৰ এই অৱস্থা হৈছে। কোনোবাই অন্যায়কৈ কাঢ়ি নি নিজে ধনী হৈ আমাক দুখীয়া কৰিছে। সিহঁতক অন্যায় কৰিবলৈ এৰি দি আমি কি আত্মহত্যা কৰি থাকিম! সিহঁতে আমাক অন্যায় কৰিব আৰু আমি আত্মহত্যা কৰিম। ইয়াৰ অৰ্থ কি? সিহঁতক খহাই আনিব লাগিব। সিহঁতক মষিমূৰ কৰিব লাগিব। কিন্তু গান্ধীবাদেৰে নহ'ব। গান্ধীবাদ এটা বাদ নহয়; এটা দৰ্শন নহয়। গান্ধীয়ে আচলতে তেওঁৰ দৰ্শন পৰীক্ষা কৰি চাব খুজিছিল। ব্যৰ্থ হ'ল। বৰ বেয়াকৈ ব্যৰ্থ হ'ল। গতিকে সেইটো এটা বাদ হ'ব নোৱাৰে। ঘোলা কণীৰ পৰা পোৱালী নজগাৰ দৰে গান্ধীবাদৰ পৰা সমাজ পৰিৱৰ্তন কৰিব নোৱাৰি। সেয়েহে আমি ল'ব লাগিব দহদিনত পৃথিৱী কঁপাব পৰা এই পথ। কাপুৰুষ, ভীৰুৰ দৰে যদি আমি জাকে জাকে আত্মহত্যা কৰি সমাজখনক এখন বাজহুৱা মৰিশালিলৈ ৰূপান্তৰ কৰোঁ সিহঁতে তাতে পৈশাচিক প্ৰেতৰ নৃত্য আৰম্ভ নকৰিবনে?

গতিকে মই হাতত অস্ত্ৰ তুলি ল'লোঁ। যোৱা চাৰিবছৰৰ ভিতৰত মই এবাৰেই ঘৰলৈ গৈছিলোঁ বোৱাৰিয়া দেউতা ঢুকাল। তাৰপৰা আৰু যোৱা নাই। আৰু এটা ঘটনাৰ কথা ক'বলৈ আছে। সেই যে মেজিষ্ট্ৰেট চৌতিয়াৰ ঘৰত ভনীজনী অনিমা আছিল ছমাহ ধৰি বোলে তাই নাই। তাই ক'লৈ গ'ল কোনেও ক'ব নোৱাৰে।

ভাই হওঁতা আৰু বৌটিয়ে যেতিয়া দেউতাৰ টান হোৱাৰ দিলে তেতিয়াহে গম পাইছে যে ভাই চোতিয়াৰ ঘৰত নাই। তাই ক'লৈ গ'ল ? কিয় ঘৰৰ পৰা হেৰাওঁতে চোতিয়াই পুলিচত খবৰ নিদিলে, বা আমাৰ ঘৰতো বিচাৰ-খোচাৰ নকৰিলে নাইবা বাতৰিকাকতৰ যোগেদিও খবৰটো নিদিলে। বৌটি ডি. চি-ৰ ওচৰ পালেগৈ। ডি. চি-য়ে এছ. পি-ৰ ওচৰলৈ আহিবলৈ ক'লে। ভাইটিৰ লগত এইবাৰ বৌটি এছ. পি-ৰ ওচৰ পালেগৈ। এছ. পি-য়ে চাম বুলি ক'লে। মেজিষ্ট্ৰেটৰ শহুৰেক বীৰেন্দ্ৰ গগৈয়ে আকৌ ওলোটাইহে বৌটিহঁতক ধমক দিলে বোলে তোমালোকৰ ছোৱালীৰ চৰিত্ৰ বেয়া ; ক'ৰবালৈ পলাই গ'ল। মেজিষ্ট্ৰেট জোঁৱায়ে লাজতেহে বোলে পুলিচত খবৰ দিয়া নাই। অনিমাৰ কি হ'ল বাৰু ? কি হ'ব পাৰে লোকৰ ঘৰত চাকৰ খটা এজনী গাভৰু ছোৱালীৰ ? ঘোচখোৰ লম্পট এটা মানুহে লোকৰ ঘৰৰ গাভৰু চাকৰণী এজনীক বাৰু কি কৰিব পাৰে ? বলৱংগিত তাইৰ লগত কৰা অসৎ যৌনকাৰ্যৰ প্ৰত্যক্ষ কৰিছে চাগৈ তাৰ পত্নীয়ে। তেনেহ'লে দুয়োটাই গোটখাই তাইক হত্যা কৰি পেলোৱা নাইনে ? যদিহে নাই কৰা অনিমা কেনি গ'ল ? মই এটা চেম্পোল মাত্ৰ। অন্যবোৰৰ কথা নধৰিলেও মোৰ নিচিনা হতভগীয়া ডেকা-গাভৰু অসমত কিমান লাখ আছে ? ইয়াত কি আছে বাৰু ? এই যে দেশসেৱা কৰাৰ কথা কৈ শিয়ালবোৰে হোৱা দি ফুৰে প্ৰকৃততে এক শতাংশও সিহঁতৰ বাৰু দেশপ্ৰেম আছেনে ? আছেনে এই কুকুৰতকৈয়ো অধমবোৰৰ -কোনোবাফালে কিবা সততা ? সেইটো বিজয় শৰ্মা এম.এল.এ। মাত্ৰ দহমাহৰ বাবে সি মন্ত্ৰী হৈছিল। কিমান টকা গোটালে। জলসিঞ্চন বিভাগৰ দহমহীয়া মন্ত্ৰী এটাই চাৰিকোটি টকা ক'ৰপৰা গোটালে ? নৈতিকতাৰ পিনে প্ৰশ্নই কৰিব নোৱাৰি নিজৰ খুৰীয়েকজনীৰ লগতে তাৰ অবৈধ লেটিপেটি।

মই এতিয়া সকলো অস্ত্ৰ চলাব পৰা হ'লো। এইয়ে ক'লো বোলো মই এতিয়া সকলো অস্ত্ৰ চলাব পৰা হ'লো—কোনে তুলি

দিলে মোৰ দুহাতত এই অস্ত্ৰ ? কৃষিশ্ৰমিকৰ অভুক্ত সন্তান হিচাপে মই কেৱল পঢ়া আৰু কুমজেলেকুৱা নাছিলোঁ। মই কবিতা আবৃত্তি কৰিছিলোঁ। অকল আবৃত্তি কৰাই নহয় তিনিবছৰ ধৰি মোৰ হাতৰ পৰা স্বৰচিত কবিতা আবৃত্তিত কোনেও প্ৰথম স্থান কাঢ়ি নিব পৰা নাছিল ঃ

"ডেকা নোহোৱাকৈয়ে বুঢ়া হৈ গ'লো
চুপি চুপি খাই আমাৰ শৈশৱ
কোনে বুঢ়া কৰি দিলে—একুৰি দুবছৰত ?
আজিকালি যৌৱনে তিনিকুৰিতো দেও দি থাকে
সিহঁতৰ বুকুত—যৌনাংগত।
আমাৰ বাহুতেই নাই—যৌৱনৰ তাবিজ।
বগুৱাবাই থাকোতেই পেটত যি ঈশ্বৰ সোমাল
আৰু নোলাল— ;
নোলাল মানে—একুৰি দুবছৰত জাপি দিলে—বাৰ্দ্ধক্য
আঃ কি যন্ত্ৰণা ! বুঢ়া হোৱাৰ কি যন্ত্ৰণা !
ডেকা নোহোৱাকৈ বুঢ়া হোৱাৰ কি যন্ত্ৰণা
মুৰত দুহেজাৰ ঋণ লৈ জন্ম হোৱা।
আজিৰ শিশুটোক সোধা।
পাৰিলে তাক ভূমিষ্ঠ হ'বলৈ নিদিবা
দোলা কঢ়িয়াবলৈ গৰ্ভ চিৰি-আঁজুৰি আনিব।

এইবোৰ কবিতা হওক নহওক মই কিন্তু এইবোৰৰ মাজতহে বুৰ-মাৰি আছিলোঁ, এইবোৰৰ মাজত বুৰ মাৰি থকা এটা ডেকাই হাতত অস্ত্ৰ তুলি ল'ব পাৰেনে ? ফুলৰ মালা গাঁথি থকা হাত-খনেৰে ফুলনি মোহাৰি ভাঙিব পাৰেনে ? ভাঙেনে ?

মই ক'বই নালাগে—কোনোবাই যদি নিৰপেক্ষভাৱে চকু দি চায় কি দেখিব বাৰু ? কাৰোবালৈ ভয় কৰি হয়তো মুখ খুলি নক'লেও মনতে এবাৰ ভাবিলেও হ'ব, চিনেমাহলৰ টিকট কৰিবলৈ শাৰী পতাৰ দৰে দেশৰ শতকৰা যাঠিজন মানুহৰ অৱস্থাই লাইন

পাতি আগ্ৰবাই গৈ থাকিব। মোৰ নিচিনা নিঃসম্বল ডেকা-গাভৰু-বোৰৰ মুখলৈ এবাৰ চাওকচোন কোনোবাই— ; কি দেখিব বাৰু ?

যদিও মোৰ হাতত অস্ত্ৰ তুলি দিলে সমাজে, অস্ত্ৰৰ প্ৰয়োগে-ৰেহে এই সমাজৰ মুক্তি আনিব বুলি মোৰ বদ্ধমূল ধাৰণা হৈছিল তথাচ বহুতক্ষেত্ৰত তেওঁলোকৰ লগত মোৰ মতবিৰোধ হৈছিল। মই নিৰ্বিবাদে তেওঁলোকৰ সকলোবোৰ সিদ্ধান্ত মানি ল'ব পৰা নাছিলোঁ। মোৰ দৰেই আমাৰ লগৰ বহুতৰে একেটা কথাই হৈছিল যদিও কিবা এটা ভয়ত মুখ খুলি প্ৰশ্ন কৰিব পৰা নাছিল। প্ৰশ্ন কৰিলেই যেন দণ্ড পাব লাগিব। ইতিমধ্যে মই হাতে পোৱা আৰু বহুত বিচাৰি-খোচাৰি আগৰ তুলনাত ভালেমান কিতাপ পঢ়ি পেলালোঁ। মই মোৰ সতীৰ্থসকলক আঙুলিয়াই দিছিলোঁ যে স্বয়ং মাও চে তুঙে দেখোন দিনটোৰ অন্তত অনুষ্ঠিত কৰা বৈঠকত মুকলি সমালোচনা আহ্বান কৰিছিল। নিচেই সাধাৰণ নিৰক্ষৰ কমৰেডজনেও দেখোন মাওৰ নুবুজা কথা-কাণ্ড মুকলিকৈ সমালোচনা কৰিছিল সমুখতে আৰু তেওঁক সমৰ্থন কৰা বহুত কমৰেডেও একেই কামকে কৰিছিল। ক'তা তাততো মাও চে তুঙে কাকো শাস্তি প্ৰদান কৰা নাছিল। বৰঞ্চ যদিহে সঁচাই অজ্ঞাতে তেওঁৰেই ভুল হৈছিল তাক মানি লৈ পৰৱৰ্তী কাৰ্যত তাৰ শুধৰণি কৰিছিল আৰু যদি তেওঁৰ ভুল হোৱা নাছিল কমৰেডজনেহে ভুল বুজিছিল তাকো প্ৰাঞ্জলকৈ বুজাই দিছিল। গতিকে আমি তৌতিয়া বিপ্লৱৰ কথা কৈছোঁ, আমাৰ বৈপ্লৱিক পথ মাও চে তুঙৰ পথেই বুলি মানি লৈছো তেনে হ'লে আমিনো কিয় আমাৰ কৰ্মপদ্ধতিৰ আত্মসমালোচনা কৰিব নোৱাৰিম। সেইটো যুক্তিৰ ওপৰতেই নিৰ্ভৰ কৰি মই তেওঁলোকৰ বহুত নুবুজা কথাৰ ওপৰত প্ৰশ্নৰ অৱতাৰণা কৰিছিলোঁ। এবাৰ মই এখন গুৰুত্বপূৰ্ণ বৈঠকত প্ৰশ্ন কৰিলোঁ, "আমাৰ দেশ-খনৰ ডাঙৰ শত্ৰু বেঙেনা চোৰনে হাতী চোৰ ?" মোৰ প্ৰশ্নটোৱে বৈঠকত উপস্থিত থকাসকলক কিছুপৰ নিমাত কৰিলে। মোৰ

সমান মোৰ লগৰ, সতীৰ্থসকলে মনে মনে আত্মপ্ৰমাদ গণিবলৈ ধৰিলে কিজানিবা মই সংগঠনৰ ফালৰ পৰা সংগঠনবিৰোধী বুলি কঠোৰ শাস্তি ভোগ কৰিব লাগে। কিছুপৰ নিমাত থকাৰ পাছত মুৰব্বী নেতাজনে মোলৈ চাই প্ৰশ্ন কৰিলে, "এই প্ৰশ্ন কিয় জাগিল?" মই অকণো ভয় কৰা নাই। সঁচা কথাই কৈছোঁ, যেতিয়াই মোক হাতত অস্ত্ৰ তুলি দিয়া হ'ল তেতিয়াই আচলতে মোৰ ব্যক্তিগত জীৱন এটা আছে বুলিও ভাবিবলৈ এৰিলো আৰু সেয়েহে ব্যক্তিগত জীৱনৰ সংশয়ো মোৰ নোহোৱা হ'ল। আমি যেনেকৈ দেশৰ শত্ৰু বুলি কাৰোবাক পৃথিৱীৰ পৰা বিদায় দিছোঁ তেনেকৈ সিহঁতেও আমাক সিহঁতৰ শত্ৰুজ্ঞান কৰি সুবিধা পালেই পৃথিৱীৰ পৰা বিদায় দিব। গতিকে এনেবোৰ ক্ষেত্ৰত ব্যক্তিগত জীৱন বুলি একো কথা থাকিব নোৱাৰে। ইপিনে মাও চে তুঙেও কৈছে বোলে বিপ্লৱীৰ কোনো ব্যক্তিগত জীৱন নাই। সংখ্যাগৰিষ্ঠৰ জীৱনেই বিপ্লৱীৰো জীৱন। এজন সঁচা বিপ্লৱীৰ ব্যক্তিগত জীৱনতো এনে হ'ব লাগে যে তেওঁৰ জীৱন নিৰ্বাহৰ আদৰ্শৰ প্ৰদীপগছিত সমাজজীৱনৰ চৰিত্ৰৰ বেয়া চগাবোৰ পৰি যাহ যাব লাগে। সেয়েহে প্ৰকৃত বিপ্লৱীয়ে জীৱনৰ প্ৰতিটো ছেকেণ্ডতেই অধিক সাৱধান হ'ব লাগে। সেইবাবেই মই নেতাৰ কথাত তপৰাই উত্তৰ দিলোঁ, "যে যি দেখিছো বা যি কাম কৰিছোঁ তাৰ পৰা ধাৰণা হৈছে যেন আমি হাতী চোৰক নেদেখাৰ ভাও ধৰি বেঙেনা চোৰকহে হত্যা কৰিছোঁ।" কথাষাৰ কৈ শেষ কৰিবলৈ নাপালোৱেই সংগঠনৰ অন্য এজন ডাঙৰ নেতা গৰ্জি উঠিল, "ইয়াত প্ৰশ্ন কিয়? অবান্তৰ প্ৰশ্ন কিয়? সংগঠনৰ যি নীতি, সংগঠনৰ যি নিৰ্দেশ সেয়া পালন কৰিব লাগিবই নিৰ্বিবাদে; তাত প্ৰশ্ন নাই।" নেতাৰ সেই গৰ্জনত মোৰ সতীৰ্থসকল কঁপি উঠিল। তেওঁলোকে প্ৰমাদ গণিলে। মই অকণোকে বিচলিত নহৈ ক'লোঁ, "বিপ্লৱত আত্ম-সমালোচনা বিপ্লৱৰ জীৱনীশক্তিস্বৰূপ—কথাষাৰ মোৰ নহয় চিৰস্মৰণীয় পৃথিৱীৰ বিপ্লৱী হো চি মিনৰ।" মোৰ কথাৰ

নেতাজনে আৰু কিবা ক'বলৈ উদ্যত হওঁতেই বৈঠকৰ সভাপতি তথা মুখ্যমন্ত্ৰী নেতাজনে হাতৰ ইংগিতেৰে তেওঁক বাৰণ কৰি মোক সুধিলে, "আপোনাৰ প্ৰশ্নটোৰ সমৰ্থনত উদাহৰণ দিব পাৰিবনে ?"

—নিশ্চয় পাৰিম। ধৰা হওক আমি মইনাপাৰা মণ্ডল কংগ্ৰেছৰ সভাপতি তথা মইনাপাৰা সমবায় সমিতিখনৰ চেয়াৰমেন কৃষ্ণকান্ত গগৈক দেশৰ শত্ৰু বুলি মাৰি পেলালোঁ। ময়েই সংগঠনৰ নিৰ্দেশত সেই প্ৰস্তাৱ কাৰ্যকৰী কৰিলোঁ। দুটা বুলেট ব্যৱহাৰ কৰি দুকুৰি বছৰীয়া গগৈক বগৰাই দিলোঁ। কিন্তু কৃষ্ণ গগৈতকৈ আমাৰ বৰ্তমান চৰকাৰৰ মন্ত্ৰী প্ৰভাত গগৈ ডাঙৰ শত্ৰু নহয়নে ? কিন্তু প্ৰভাত গগৈৰ ক্ষেত্ৰত আমি দেখোন নিমাত, নিস্তব্ধ, নিষ্ক্ৰিয়। বাহিৰৰ বাতৰিকাকতত দেখোন প্ৰভাত গগৈৰ লগত একেলগে তোলা আমাৰ সংগঠনৰ ডাঙৰ নেতাৰ ফটো ছপা হোৱা দিখিছোঁ। বাহিৰৰ কাকতত দেখোন প্ৰভাত গগৈৰ গাড়ীতে আমাৰসংগঠনৰনেতাসকলে অহা-যোৱা কৰাৰ খবৰ ছপা হৈছে। তাৰ বাহিৰেও যত অপকৰ্ম তেওঁ কৰে আৰু তাৰ সমালোচনা হ'লেই দেখোন তেওঁ প্ৰকাশ্যেই ৰাজহুৱাভাৱে আমাৰ সংগঠন তেওঁৰ লগতে আছে বুলি ঘোষণা কৰে! ক'তা আমি দেখোন সেই সম্পৰ্কত নিমাত। একশ্যান নাইতো নায়েই মৌখিক প্ৰতিবাদো কৰা নাই দেখোন। দেশখন লুটি পেলোৱা এই ডেকা দেশসেৱকমথা যেনে পৰমানন্দ মহন্ত, জগত দলে, বিজয় শৰ্মা, বলিন ৰাজখোৱা, কৃপাল শৰ্মা, প্ৰতুল বড়া, ৰূপেন বড়া, প্ৰভাত গগৈ, সূৰ্যমোহন পাটোৱাৰী আদি প্ৰকৃততে দেশ আৰু জাতিৰ ঘাতকসকলৰ ওচৰত দেখোন আমি অধোবদনে থাকোঁ। কিয় ?

"—তেনেহ'লে আমাৰ সতীৰ্থগৰাকীয়ে ক'ব খুজিছে নেকি যে দেশৰ বৰ্তমানৰ চৰকাৰ চলোৱা ডেকাসকলহে দেশৰ একমাত্ৰ প্ৰধান শত্ৰু আগৰ চৰকাৰ বা সেই চৰকাৰ দলৰ ব্যক্তি ডাঙৰ শত্ৰু নহয়।" অন্য এজন বিশিষ্ট নেতাৰ এই বক্ৰোক্তি শুনি বৈঠকত উপস্থিত সকলোৱেই মুৰ দুপিয়ালে যদিও মই অকণো বিলম্ব নকৰি নাটকত

বচন কেটচ্ কাৰাদি কেটচ্ কৰি ক'লোঁ, "নহয় নহয় মই সেইটো ক'ব খোজা নাই। মই ক'ব খুজিছোঁ যে আমি যেতিয়া প্ৰথমেই দেশ তথা সমাজৰ শত্ৰু নিপাত কৰিব খুজিছোঁ তেতিয়াহ'লে শত্ৰুৰ শ্ৰেণীবিভাজন কৰি ল'ব লাগিব। কোন বেছি ভয়াবহ ডাঙৰ শত্ৰু আৰু কোন নাম-নাচ সৰু শত্ৰু তাক বিচাৰ কৰি বাছি ল'ব লাগিব। আপোনালোকে নাভাবিব যে মই কাৰোবাৰ পক্ষ লৈ কথা কৈছোঁ বা এই কথাবোৰ কওঁতে মই মোৰ জীৱনলৈ কিবা মমতা ৰাখি কৈছোঁ। মোৰ ব্যক্তিগত জীৱন বুলিবলৈ একো নাই; কৃষিশ্ৰমিক মোৰ দেউতাক বিনাদোষত মাৰিয়াই হত্যা কৰা হৈছে, মোৰ গাভৰু ভনীজনীক মেজিষ্ট্ৰেটে ধৰ্ষণ কৰি গৰ্ভত সন্তান দি শেষত ঘৈণীয়েকৰ লগত লগ লাগি হত্যা কৰি নিশ্চিহ্ন কৰিছে; মোৰ বৌটিয়ে ক'বলৈ গ'লে বৰ্তমান ভিক্ষা কৰে; মোৰ ভাইটো দেউতাৰ দৰেই বৰ্তমান কৃষিশ্ৰমিক—

—"ৰ'ব ৰ'ব আপুনি ঘৰুৱা কথা ক'ব নালাগে সাংগঠনিক ক্ষেত্ৰত যি প্ৰশ্ন কৰিব খুজিছে তাকেহে কওক"—প্ৰচাৰ সম্পাদকজনে চিঞৰি উঠিল।

—তাকেহে ক'ৰ খুজিছোঁ। আপোনালেকে ভুলতো নাভাবিব যে মই ভয় কৰি কথা কৈছোঁ, দৰকাৰ পৰিলে মই আপোনালোকৰ সন্মুখতে আত্মহত্যা কৰিম। মই ক'ব খুজিছোঁ আমি শত্ৰুৰ শ্ৰেণীবিভাগ কৰিব লাগে। ধৰা হওক এজন মানুহ হত্যাকাৰী আৰু ডকাইত। তেওঁক আমি জানো যে তেওঁ এজন হত্যাকাৰী আৰু ডকাইত। গতিকে তেওঁক দেখিলেই বা তেওঁৰ পৰা সকলোসময়তে আমি সাৱধান হ'ম অথবা সাৱধানে থাকিম। কিন্তু এজন মানুহ সাধুবাবা বা ফকীৰ হৈ আছে। তেওঁৰ গাত ৰামনামী কাপোৰ মেৰিয়াই আছে আৰু তেওঁ অনবৰতে সাধু-সন্ন্যাসীৰ দৰে মানৱতাৰ কথা, তত্ত্ব কথা কৈ ফুৰে। কিন্তু কাৰ্যত দেখা গ'ল যে তেওঁৰ বাহিৰৰ কথা আৰু আৱৰণ ঢাকনিহে মাত্ৰ। আচলতে তেওঁ হাতত চোকা ছুৰী লৈ থাকে আৰু য'তে পায়

তেওঁ মানুহ হত্যা কৰি লুটি লয়। যিহেতু চেহেৰাই ভূষণে ভাষণে তেওঁ সাধু-সন্ন্যাসী সেয়েহে কোনেও তেওঁক সন্দেহ নকৰাৰ বাবে তেওঁ হত্যা-লুণ্ঠন অবাধে কৰিছে। এতিয়া আমাৰ বাবে ডাঙৰ শত্ৰু কোনজন? নিশ্চয় হাতত ছুৰী লৈ থকা সকলোৱে হত্যাকাৰী বুলি জনা প্ৰথমজনতকৈ গাত ৰামনামী কপোৰ মেৰিয়াই সাধুৰ বচন কৈ কাপোৰৰ আঁৰত ছুৰী লৈ থকা দ্বিতীয়-জন আমাৰ বাবে ডাঙৰ আৰু প্ৰধান শত্ৰু হ'ব। ঠিক সেইদৰেই আগৰ চৰকাৰৰ দলৰ ৰূপেশ্বৰ শইকীয়াহঁতক হত্যাকাৰী বুলি জানো বাবেই তেওঁলোকৰ পৰা আমি সাৱধানে আছোঁ কিন্তু বৰ্তমান চৰকাৰে যি মুখেৰে সোণৰ অসম কৰিম বুলি কৈ গাত ৰামনামী কাপোৰ মেৰিয়াই লুণ্ঠন আৰু হত্যা কৰিছে তেওঁলোকৰ পৰা আমি সাৱধানে থকা নাই বাবে সেই কাৰ্য অবাধে দুগুণ কৰিছে। কাজেই এওঁলোক আমাৰ আৰু দেশৰ বেছি ডাঙৰ শত্ৰু। ফেটীসাপে খোটেই বাবে আমি সাৱধান কিন্তু জেঠীৰ পৰা জানো আমি সাৱধানে থাকোঁ। যদি মনে মনে জেঠীয়েও ফেটীসাপৰ দৰে মানুহ খুটি মাৰে তেতিয়া। আমি এতিয়া মণ্ডল কংগ্ৰেছৰ মানুহজনক, পঞ্চায়তৰ সভাপতিজনক ডাঙৰ শত্ৰু বুলি চিহ্নিত কৰি হত্যা কৰিছোঁ অথচ পৰমানন্দ মহন্তহঁতৰ ওচৰত কাবু হৈ আছোঁ। আকৌ চাওক আমি সদায় মুকলি সমালোচনা আহ্বান কৰি থাকো অথচ কেৱল আমাৰ সামান্য দোষ-দুৰ্বলতাকেইটামান ৰাজহুৱাভাৱে দেখুৱাই দিয়াৰ বাবেই তিনি-কুৰি আঠবছৰীয়া প্ৰাক্তন শিক্ষক সাংবাদিক ৰাধাকান্ত শইকীয়াক নিৰ্মমভাৱে হত্যা কৰিছোঁ। আমাৰ কথা আৰু কামৰ মাজত কিবা মিল আছেনে? মই এই দুটা হাতে পোৱা উদাহৰণকে দাঙি ধৰিলোঁ। আৰু আপোনালোকে নাভাবিব যে এয়া কেৱল মোৰেই প্ৰশ্ন। এয়া মোৰ দৰে ইয়াতে থকা বহুত সতীৰ্থৰ মনৰ মাজত গুমৰি থকা প্ৰশ্ন; এয়া মুখ খুলি ক'বলৈ সাহস নকৰা জনসাধাৰণৰ প্ৰশ্ন'' বুলি মই ৰ'লোঁ। বৈঠকত গুণগুণনি উঠিল।

মুৰব্বীজনে কলমটোৰে তলৰ কাকতখনত কিবা আঁক-বাঁক কৰি আছিল। মই মোৰ সোঁহাতখন দ পেণ্টৰ জেপটোত সুমুৱাই পিষ্টলটো খামোচমাৰি ধৰি আছোঁ যাতে মোক মৃত্যুদণ্ডৰ আদেশ দিলেও সেই কাৰ্য লোকক কৰিবলৈ নিদি নিজেই নিজৰ মুৰত নলী লগাই আত্মহত্যা কৰিব পাৰোঁ। মই সিংহৰ মৃত্যু সিংহৰ হাততেই বিচাৰোঁ—জাপানী সাধুকথাৰ নায়ক সিংহটোৰ দৰে খালত পৰাৰ পাছত অসম্ভ্র চিলনীৰ খোটত মৰিব খোজা নাই। কিছুপৰ গুণগুণনি উঠাৰ পাছত মুৰব্বী নেতাই গলগলীয়া মাতেৰে ক'বলৈ ল'লত বৈঠক কাঁহ পৰি জীণ গ'ল। তেখেতে ক'লে, "সতীৰ্থ বিপ্লৱীগৰাকীৰ প্ৰশ্ন যথাযথ। তেখেতে বৰ উচিত প্ৰশ্নকে কৰিছে। কিন্তু কিছুমান বৈপ্লৱিক কৌশল অৰ্থাৎ ষ্ট্ৰেটেজিৰ বাবে আমি বৰ্তমানে সেই সিদ্ধান্ত গ্ৰহণ কৰা নাই। সময়ত ইয়াৰ ওপৰতো আমি কাৰ্যকৰী সিদ্ধান্ত গ্ৰহণ কৰিম আৰু তেতিয়া আমাৰ সকলো সতীৰ্থই গম পাবই। আজি আমি ইয়াৰ ওপৰত আলোচনা কৰাৰ পৰা বিৰত থাকিলোঁ।"

বৈঠকৰ অন্তত মই কিন্তু পলাই অহ্লাদিয়েই আহিলোঁ। কাৰণ মোৰ সন্দেহ হৈছিল যে কোনো দুৰ্বলচিত্তৰ স্বাৰ্থপৰ সতীৰ্থৰ হাততে মোৰ অপমৃত্যু হ'ব পাৰে। মোৰ সন্দেহ অমূলক নাছিল। পিছত এজন সতীৰ্থই ক'লে যে মোক হত্যা কৰাৰ আঁচনিয়েই কেবাজনেও লৈছিল। কোৱা-বাহুল্য যে সেই আঁচনি গ্ৰহণ কৰা অতিবিপ্লৱীকেইজনেই বৰ্তমান বিভিন্ন ঠাইত চৰকাৰৰ ওচৰত আত্মসমৰ্পণ কৰি গাড়ী, বাৰী টকা আৰু নাৰী লৈ বৰ্তমান চৰকাৰৰ বুকুৰ মানুহ। তেওঁলোকৰে এজনে সিদিনা নানা প্ৰলোভনেৰে মোক আত্মসমৰ্পণ কৰিবলৈ উচটাইছে। মই এটাই উত্তৰ দিলোঁ যে সিংহই ভোকত আতুৰ হ'লেও গেলা শ নাখায়— ; নিজৰ হাঁতোৰাকে নিজেই কামুৰি তেজ খাব তথাচ মুখৰ আগতে পৰি থকা গেলা শত শুঙা নামাৰে।

বিপ্লৱৰ বৰ্ণমালাৰ লগত পৰিচয় নোহোৱাকৈ, শত্ৰু-মিত্ৰ চিনি নোপোৱা, আগৰ নামত ছাত্ৰসস্থাৰ তথাকথিত নেতাৰ দৰে মল-মূত্ৰ ত্যাগৰ বাহিৰে একো ত্যাগ নকৰাকৈ, হীৰইজমৰ প্ৰভাৱত পৰি কেৱল ৰোমাণ্টিক উচ্ছ্বাসত পাখিলা উৰাদি উৰি অহা একালৰ সেইসকল বিপ্লৱীয়েই যিসকলে শৰীৰত শেষ টোপাল তেজ থকালৈকে স্বাধীন অসমৰ বাবে যুঁজি যাম বুলি আস্ফালন কৰিছিল—সেইসকলেই বৰ্তমান মাৰুতী কাৰ, মাৰুতী ভান লৈ আত্মসাৎ কৰা টকাৰ লগত চৰকাৰী টকা মিলাই লৈ বিনাশ্ৰমে শীৰ্ষস্থানীয় সুখী মানুহৰ দৰে ঘূৰি ফুৰিছে। তেওঁলোকক পুতৌ কৰাৰ বাদে আৰু কি কৰিব পাৰি। অকল কিবা তেওঁ-লোকেই নে? আৰু নায়েইনে? আছে। আৰু আছে। আৰু বহুত। তেওঁলোক আমাৰ মাজতেই আছে যিসকলে আৰু চৰম বিশ্বাসঘাতকতা কৰিব আমাক, জাতিক, দেশক আৰু প্ৰৱাহিত বিপ্লৱক। কিন্তু তথাচ নেতৃত্ব নিমাত। কি চিনি পোৱা নাইনে? নে এইটোও এটা ষ্ট্ৰেটেজি!

সেইযে বৈঠকত কাৰ্যকৰী সিদ্ধান্ত লোৱাৰ কথা চিন্তা কৰা হ'ব বুলি কৈছিল—আজিলৈকে কিন্তু কোনো প্ৰতিক্ৰিয়া নাই। আমি বৰ আশা কৰি আছিলোঁ যে শাসনৰ পৰা নমাৰ লগে লগে সিহঁতক আমাৰ সংগঠনলৈ জবাবদিহি কৰিব। কঠোৰ শাস্তি দিব। বেলিমুৱাকৈ ৰাজহুৱা স্থানত আঁঠু কঢ়াই থ'ব। নাই। একো নাই। কিন্তু শেহতীয়াকৈ ৰাজহুৱা কাকতত পঢ়িবলৈ পালোঁ যে সেই ডকাইত, লুণ্ঠনকাৰী সমাজৰ শত্ৰু হত্যাকাৰীবোৰক একেলগ কৰাৰ বাবে, পুনৰ সিংহাসনত বহুৱাবলৈ একেলগ কৰাৰ বাবেহে আমাৰ সংগঠনে নেপথ্যৰ পৰা কাম কৰিছে। গাত তপত তেল ছটিয়াই দিয়া মানুহৰ দৰে আমি চেঙালুটি পাৰিবলৈ ধৰিলোঁ। চুই দিয়া কেঁচুসাপৰ দৰে আমাৰ মন জাঙুৰ খাই উঠিল।

গতিকে আমি নিজৰ পথ নিজেই বাছি ল'লোঁ। জীৱনপন্থ

কৰি ওলাই আহিলোঁৱেই যেতিয়া জীৱনব্ৰত লৈ উভতি নাযাওঁ।
আমি একেলগে প্ৰভাত গগৈ আৰু ৰেৱকান্ত বৰবৰুৱাক ধৰি আনিলোঁ। ৰেৱকান্ত বৰ্তমান চৰকাৰৰ দলৰ আৰু প্ৰভাত গগৈ আগৰ চৰকাৰৰ প্ৰতিনিধি। দুয়োটাৰে চালচলন চৰিত্ৰ সকলোতে শতকৰা এশভাগ মিল আছেতো আছেই আনকি দুয়োটাৰে ৰাজনৈতিক নেতৃত্বতো অদ্ভুত মিল এটা আছে। নতুন দলটো হোৱাৰ আগতে প্ৰভাত গগৈ আছিল জাতীয় যুৱ ছাত্ৰ পৰিষদৰ নেতা আৰু কংগ্ৰেছী হোৱাৰ আগতে ৰেৱকান্ত বৰবৰুৱা আছিল আৰ্মকাৰ নেতা। একেধৰণৰ বেমাৰী একেটা ওৱাৰ্ডতে ৰখাৰ দৰে, একেধৰণৰ চিকিৎসাকে কৰাৰ দৰে ৰেৱকান্ত আৰু প্ৰভাতক একেলগে আনি আমাৰ কষ্টও লাঘৱ কৰিব খুজিলোঁ।

সিহঁত ইমানেই ধূৰ্ত আৰু আত্মগৰ্বী যে সিহঁতক ধৰি অনাৰ পাছতো তাহানিৰ ৰুণ্টু দেবৰ দৰে সহজ আৰু বেপৰোৱা যেন হৈ আছে। ওচৰা-ওচৰিকৈ দুয়োটাকে বহুৱাই থোৱা আছে যদিও সিহঁতে ইটোৰে-সিটোৰ লগত কথা পতা নাই, যেন শ্ৰেণীশত্ৰুহে। অথচ দুয়োটাই একেই চৰিত্ৰৰ—একেই শ্ৰেণীৰ। আমি চাৰিওটাই কিছুপৰ সিহঁত দুটাক চকুৰে অধ্যয়ন কৰিবলৈ চেষ্টা কৰিলোঁ। অধ্যয়ন কৰিবলৈনো কিটো আছে—শৰীৰৰ এফালৰ পৰা জঁহি-খঁহি, গেলি-পচি ছিগি যোৱা দেখিলেই যিকোনো মানুহেই ক'ব যে সেই ব্যক্তি গলিত কুষ্ঠৰোগত ভুগিছে। সভা আৰম্ভ কৰিবলৈ বহি থকা সভাপতিৰ দৰে সিহঁত দুটা বহি আছে। সিহঁত দুটাৰ সন্মুখত বহি আছোঁ অনুজ, ব্ৰজেন, মুকুল আৰু মই। হঠাৎ আমি আটাইকেউটাই উপলব্ধি কৰিলোঁ যে সিহঁতকেটাৰ ওচৰত সভ্যতা-শিষ্টাচাৰৰ কথা নাই। সিহঁত হ'ল সমাজদেহত কলেৰা ৰোগৰ বীজাণু। গতিকে সিহঁতক সন্মান কৰাৰ বা সিহঁতৰ ওচৰত শিষ্টাচাৰ দেখুৱাৰ কি অৰ্থ আছে। লগতে এইটোও আমি ভাবি চালোঁ যে এইটো আমাৰ অভ্যাসত পৰিণত হ'বনেকি? নহয়; কদাপিও নহয় কাৰণ শুদাভৰিৰে খোজ কাঢ়োঁতে হঠাৎ কেতিয়াবা

কুকুৰৰ মল গচকিলো বুলিয়েই পুনৰ জানো গচকিবলৈ বিচাৰিব ফুৰিম।

—"এই উঠ।" ব্ৰজেনে ক'লে। "আমাৰ চকুৰ আগত বহি আছ দেখোন উঠ; আঁঠু কাঢ়।" বেৰকান্তই লৰালৰিকৈ উঠি আঁঠু কাঢ়িলে যদিও প্ৰভাত গগৈয়ে তেতিয়ালৈকে উঠা নাছিল। কিছুপৰৰ পিছত সি উঠিল আৰু আমাৰ ফালে চাই আমাৰ সংগঠনৰ শীৰ্ষস্থানীয় বিপ্লৱী এজনৰ নাম কৈ ক'লে যে সি হেনো সকলো কথা অৱগত কৰিব। আমি তাৰ কথাত মুখেৰে নামাতিলো দেখি সি উপায় নাপায়হে যেন উঠিছে তেনেকৈ উঠি আঁঠু ল'লে।

—"ইটোৱে সিটোৰ কাণত ধৰ।" মুকুলে আদেশ কৰিলে। লগে লগেই বেৰকান্ত বৰবৰুৱাই প্ৰভাতৰ কাণত ধৰিলেই। প্ৰভাতেও ধৰিলে।

—"তহঁত দেখাত ভিন্ন পোছাকৰ হ'লেও আচলতে দুয়োটা একেজাতৰ, একেই নীলা শিয়াল—" ব্ৰজেনে ক'লে।

—"চা—এইটো টেপ ৰেকডাৰ। আমি এয়া কেছেট অন কৰিলো। আমি তহঁতৰ অজস্ৰ কুকৰ্মৰ কেইটামানৰ কথা সুধিম—তহঁতে অকপটে কেৱল স্বীকাৰ কৰিবি। এই ব্যৱস্থা এইবাবেই কৰা হৈছে যে তহঁতৰ নিচিনা দুটা দেশসেৱকৰ স্বীকাৰোক্তিৰ বহুত কেছেট আমি জনতাৰ মাজলৈ উলিয়াই দিম। নহ'লে তহঁতৰ দলৰ শিয়ালবোৰে এয়া ব্যক্তিগত আখেজ অথবা ঈৰ্ষাত কৰা হৈছে বুলি হোৱা দি ফুৰি তহঁতক ধোৱা তুলসীপাত কৰিব আৰু তাৰ আঁৰতে নিজৰ কুকৰ্মকো লুকাই ৰাখিব।" ব্ৰজেনে ক'লে।

—"চা—তহঁতে যদি না কব বা কথা লুকুৱাবলৈ চেষ্টা কৰ বা মিছা মাত তেতিয়া জীৱন্ত প্ৰমাণ তহঁতৰ আগত খাৰা কৰাই দিয়া হ'ব। তেতিয়া ৰাংকুকুৰৰ দৰে তহঁতক জীয়াই জীয়াই কামুৰি-বাকুহি শেষ কৰি দিব—তহঁতেতো নোৱাৰিয়েই আমিও নিয়ন্ত্ৰণ কৰিব নোৱাৰিম।" অনুজে কৈ প্ৰভাপৰ নাকৰ আগত

কেঁচা চুণ অকণ সানি দিলে। এই কথাটোত ব্ৰজেনে বৰ চখ পালে—সি কেঁচা মজিয়াখনত পাৰচৰাই এটাই অলপতে ত্যাগ কৰি যোৱা গুচুৰা কাগজৰ টুকুৰা এটাৰে লৈ বেৰকান্তৰ নাকৰ আগত ফোঁট দিয়াদি দিলে। মই কিন্তু এনেকুৱা চিঁৰিয়াছ মুহূৰ্ত এটাত এনেকুৱা কথাত অকণো ৰগৰ পোৱা নাছিলোঁ বাবে গহীন হৈয়েই আছিলোঁ। আচলতে সিহঁত দুটাক দেখি ক'ব নোৱাৰাকৈয়ে গুত গাচক পৰা মানুহৰ দৰে মোৰ ইমানেই ঘিণ লাগিছিল যে মোৰ মুখত এমোকোৰা থুই জমা হৈছিল আৰু সেই থু-মোকোৰা এটাৰ টপা মুৰটোত আৰু এটাৰ ওলমি থকা লেৰুৰা ওঁঠখনত যেন পেলাই দিলেহে ঘৃণাটো কিছু কমিব বুলি ধাৰণা হ'ল।

—"প্ৰভাত গগৈ শুন আৰু প্ৰকৃত উত্তৰ দি যা। তোৰ ছাত্ৰ-জীৱনৰ কথা বাদেই দিলো বাৰু তাৰ পাছত আন্দোলনৰ কালতে তই জাতীয়তাবাদী যুৱছাত্ৰ পৰিষদৰ ডাঙৰ নেতা হৈ পৰিলি। তাৰ পাছত ল-ৰ ফাইনেল পৰীক্ষাত দুখন প্ৰশ্ন-কাকতৰ উত্তৰৰ বহীত কেৱল নিজৰ ৰোল-নংটোহে লিখিলি। বাকী তিনিখনৰ উত্তৰো সম্পূৰ্ণ কিতাপ মেলি লৈহে লিখিলি—নহয়নে?" মোৰ কথাত সি বহুতপৰ একোকে নকৈ ফিটা পাকখাই থকা টেপ-ৰেকৰ্ডাৰটোলৈ একেথৰে চাই ৰ'ল।

—"উত্তৰ দে।" মুকুলে ধমক দিলে।

—"হয়।" সি ক'লে।

—তাৰ পাছত তই এল-এল-বি ডিগ্ৰী ল'লি আৰু গোকাট মিছা কথাকে সঁচা বুলি চলাই আনকি ঘৰতো ডিস্ট্ৰিক জাজক ভীতিপ্ৰদৰ্শন কৰি কেচবোৰ জিকালি।

—হয়।

—তাৰপাছতত তই আমাৰ সংগঠনৰ শীৰ্ষস্থানীয় নেতা দুজনৰ চকুত ধুলি দি প্ৰকৃত বিপ্লৱী সাজিলি আৰু একেলগে ফটোও তুলিলি। সেই ফটোকে মূলধন কৰি তোৰ ককায়েৰে আৰু তই

আমাৰ সংগঠনৰ নামত বহুতৰ পৰা বহুত লাখ টকা তুলিলি। কিমান লাখ তুলিলি সেইটোৰ সঠিক হিচাপ স'চাকৈয়ে তোৰ ওচৰত নাই গতিকে সংখ্যাটোও ক'ব নালাগে। তুলিলেনে নাই?

—তুলিলো।

—তোক প্ৰাৰ্থী'ত্ব নিদিলে সেই সমষ্টিত সেইদলৰ যিকোনো প্ৰাৰ্থীয়ে হাৰিব বুলি তই দলীয় হাইকমাণ্ডক জনালি আৰু দম দি টিকট ল'লিতো ল'লিয়েই তহ'তৰ দলৰ অন্যবোৰ প্ৰাৰ্থীয়ে কিমান পৰিমাণৰ ৰিগিং কৰিছিল তাৰ দহগুণ বেছি কৰিলি আৰু কৰালি তই নিজে।

—হয়।

—তোক মন্ত্ৰিত্ব নিদিয়াৰ বাবে তই মেৰুদণ্ডহীন দুনীতি-পৰায়ণ। তহ'তৰ মুখ্যমন্ত্ৰীক আমাৰ সংগঠনৰ নাম কৈ ক'লি যে আমি সকলো গম পাইছো আৰু অচিৰতে মুখ্যমন্ত্ৰীৰ ওচৰত ব্যৱস্থা গ্ৰহণ কৰিমহক মাত্ৰ তইহে বুজাই-বঢ়াই সৈমান কৰি ৰাখিছ।

—হয়।

—তাৰপাছত মনৰমতন যোগান বিভাগৰ মন্ত্ৰিত্ব লৈ তই প্ৰথমেই নিমখৰ ৰেক্ আৱণ্টনত মনোনিবেশ কৰি অকলে সেইটোৰ পৰাই নগদ ডেৰকোটি টকা উপাৰ্জন কৰিলি নহয়নে?

—হয়।

"—ৰ'বি এতিয়া আহো তোৰ নাৰী কেলেংকাৰীৰ কথালৈ" বুলি মুকলে তাৰ কানখনত ধৰি তললৈ দোঁখাই থকা মুখখন ওপৰলৈ উঠাই ল'লে।

—ধনী মানুহৰ একমাত্ৰ শিশুসন্তানে প্ৰতিদিনেই নতুন নতুন খেলনা সলোৱাৰ দৰে তই যে কিমান নাৰীদেহ সলাই সলাই ভোগ কৰিলি তাৰ কিবা লেখ দিব পাৰিবিনে? চাকৰিৰ প্ৰলোভনেৰে তই কিমান যে নগৰৰ আৰু গাৱঁৰ দুখীয়া গাভৰু ছোৱালীক য'তে ত'তে বিশেষকৈ দিছপুৰৰ তোৰ কোৱাৰ্টাৰত সৰ্বনাশ কৰিলি তাৰ

সঠিক হিচাপ দিব পাৰিবিনে? তাৰ বাদেও 'নানান প্ৰলোভন আৰু উপঢৌকনেৰে বহুতো বিবাহিতা নাৰীৰ লগত যৌনসম্পৰ্ক স্থাপন কৰি পৰিয়ালবোৰৰ বৰঘৰত জুই লগাই দিলি। তই চাকৰি নিদিয়া নহয়, বহুত ডেকা-গাভৰুক তই চাকৰি দিলি কিন্তু তাৰ বিনিময়ত পূৰ্বমূল্য অথবা এডভান্স হিচাপে ছোৱালী-বোৰৰ লগত যৌনসম্ভোগ কৰিলি আৰু ল'ৰাবোৰৰ পৰা শকত পৰিমাণৰ টকা ল'লি—নহয়নে?

—হয়।

—মন্ত্ৰী হৈ থাকোতেও আগৰদৰেই য'তে ত'তে মদ খালিতো খালিয়েই কলেজীয়া বদ্‌মাইচ ল'ৰাৰ দৰে বাটে-ঘাটে ছোৱালীও জোকাই ফুৰিলি নহয়নে?

—হয়।

—তহঁতৰ চৰকাৰ ভগাৰ পাছত তোৰ অপকৰ্মৰ বাবে তোক দলীয় টিকট নিদিয়াৰ সিদ্ধান্ত শুনি তই বৰ্তমানে আত্মসমৰ্পণ কৰা পূৰ্বৰ আমাৰ সংগঠনৰ কেইজনমান লীডাৰৰ লগত গৈ হাই-কমাণ্ডৰ ওচৰত থাৰা হৈ দম দিলি।

—"আৰু তই কি কৰিলি টিকট পোৱাৰ পাছত মেৰুদণ্ডহীন আমাৰ সংগঠনৰ কিছুমানৰ লগ লাগি কেন্‌ভাচ কৰিবলৈ ল'লি আৰু সেই নামতে ভোটত খৰচ কৰিবৰ বাবে আৰু বহুত লাখ টকা তুলিলি নহয়নে বাৰু" বুলি অনুজে বিদেশত নিৰ্মিত তাৰ পিষ্টলটো তাৰ কপালৰ সোঁমাজতে লগাই দিলে।

—"হয়, হয়।" এইবাৰ সি দুবাৰকৈ 'হয়' বুলিলে।

—এতিয়া তোৰ কোনো ইনকাম নাই অথচ আগৰ টকাৰেই তই গুৱাহাটী মহানগৰীত ৰাজ অট্টালিকাহেন ঘৰ ভাৰা কৰি ৰজাৰ আৰামেৰে বাস কৰিছ নহয়নে?

—হয়, অকল ময়েই নহয় আমাৰ লগৰ সকলোৱেই।

—সেইটো ক'বই নালাগে এচবু ভাতৰ তই এটা ভাত—তাকে আমি ৰাজহুৱাকৈ পিটিকি চালো। এতিয়া তোৰ নামটো ক'।

নামটো ক’ বুলি এইকাৰণেই কৈছো যে দৰ্খাস্ত লিখাৰ পাছত বা চিঠি লিখাৰ পাছত চহী নকৰে জানো তেনেকৈ তোৰ গুণানু-কীৰ্তনৰ শেষত তোৰ নামটো ক’। কেছেটটো শুনাৰ পাছত তোৰ কণ্ঠত তোৰ নামটো শুনিলে দেশৰ ৰাইজে ভাল পাব। ক’ নামটো।

—শ্ৰীপ্ৰভাত গগৈ।

এইবাৰ আমি ৰেৱকান্ত বৰবৰুৱাৰ ফালে চালোঁ। ইতিমধ্যে কেছেটৰ এটা পিঠি সম্পূৰ্ণ হ’লত ইটো পিঠি সলাই লোৱা হ’ল।

—“তই কি কৰ?” অনুজে সুধিলে। যিহেতু হেজাৰ হ’লেও সি মোক কলেজত পঢ়ুৱাইছিল আৰু তাক ছাৰ বুলি মাতিছিলো সেইবাবেই তাক মই থিতাতে তই বুলি মাতিবলৈ আখজা পাইছিলোঁ যদিও ঘৃণাত মোৰ মুখৰ ভিতৰত পিক জমা হৈছে।

—কলেজত প্ৰফেচাৰ কৰোঁ।

—আচলতে তোৰ আৰু এই প্ৰভাতৰ চাল-চলন, স্বভাৱ-চৰিত্ৰ, কথা-কাণ্ড সকলোবোৰ একেই মাত্ৰ কেছেটটো সম্পূৰ্ণ কৰিবৰ বাবেহে তোক কথাকেটা সোধা হৈছে,—ব্ৰজেনে ক’লে।

—সপ্তাহত কলেজত ক্লাছ ল’ব লাগে ন্যূনতম বত্ৰিশটা কিন্তু যোৱা দুটা বছৰত তই সকলো মিলাই বছৰেকত দহোটাও ক্লাছ লোৱা নাই—সঁচানে?

—হয়।

—তই আজি বহুত বছৰ ধৰি কলেজত ক্লাছ নলৈ পুৱাৰ পৰা ৰাতি এডোখৰলৈকে ঘৰতে ক্লাছ ল’ৱ—সঁচানে?

—হয়?

তই বিভিন্ন উপাধিৰে ছাত্ৰ-ছাত্ৰীৰ বাবে সস্তীয়া ন’ট্‌চ উলিয়াই বণ্টন দেবব হতুৱাই প্ৰকাশ কৰাই টকা লুট নহয়নে?

—হয়।

—তই সোঁ সিদিনালৈকে আৰ্মকাত থাকি এইটো দলে চৰকাৰ কৰাৰ পাচতে তই এই দলৰ একনম্বৰ হৈ পৰিলি—নহয়নে?

—হয়।

—তই আমাৰ সংগঠনৰ কিছুমান মেৰুদণ্ডহীন প্ৰাণীৰ লগ লাগি ব্যক্তিগত আখেজ পূৰাবৰ বাবে তালিকা বনাই দি কাম কৰাইছিলি আৰু টকাও উঠাইছিলি—নহয় জানো ?

—হয়।

—তই বহুত দুখীয়া ঘৰৰ ছোৱালীক চাকৰিৰ প্ৰলোভনেৰে লগত নি গুৱাহাটীৰ হোটেলত এসপ্তাহ পৰ্যন্ত থাক আৰু তাৰ সোৱাদ দিবৰ বাবে এজন ৰাজ্যমন্ত্ৰী আৰু এজন কেবিনেট মন্ত্ৰীকো সঘনে মাত, নামাতনে ?

—মাতো।

—পিছে বহুত ছোৱালীক চাকৰি দিলিহঁতো—নহয়নে ?

—হয়।

—ল'ৰাবোৰৰ যদি কাৰোবাক চাকৰি দিয়াইছ তেতিয়াতো টকা লৈছ নহয় জানো ?

—হয়।

—ৰ'বা, ই লগত নিয়া ছোৱালীবোৰৰ লগত হোটেলত শুয়েই নেৰে সিহঁতৰ পৰা টকাও লয় কিন্তু ; অৱশ্যে ল'ৰাৰ তুলনাত কম নহয় জানো ?" অনুজে ক'লে।

—হয়।

—তই যদিও মুকলিকৈ চৰকাৰী দলতেই থাক তথাচ ভৱিষ্যৎ নিৰাপত্তাৰ বাবে তই বিৰোধী দলৰ লগতো গোপনে সম্পৰ্ক ৰাখিছ আৰু চৰকাৰী দলৰ ভিতৰুৱা খবৰবোৰ সিহঁতক দি আছ। দ্বিতীয়তে ভৱিষ্যৎ আত্মৰক্ষাৰ বাবে ঘাই সুঁতিত মিলি যোৱা-বোৰৰ লগতো কান্ধত কান্ধ মিলাই ফুৰিছ—নহয়নে ?

—হয়।

—তই আচলতে দেশৰ বা সমাজৰ শত্ৰুতো হয়েই আনকি তোৰ দলৰো শত্ৰু নহয়নে ?

—নিমাত।

—নামাত কিয় ?

—হয়।

—এতিয়া তোৰ নামটো ক' অর্থাৎ কেছেটত চহী কৰ।

—প্ৰফেচাৰ বেৰকান্ত বৰবৰুৱা।

*　　　　*　　　　*

আমি ওলাইছোঁ এইবাৰ। আমি হঠাতে অসম্ভৱ কথা কিছুমান আৱেগত উচ্চাৰণ কৰি মানুহক বিশেষকৈ দুৰ্বল ভিকহু জনসাধাৰণক বলিয়া কৰাৰ আমাৰ অভিপ্ৰায় নাই। আমি স্বাধীন অসমৰ কথা কৈ—যিটো এতিয়াই আমি কৰিব নোৱাৰোঁ তাকে কৈ মানুহৰ মোহাচ্ছন্ন কৰিব খোজা নাই। আমি সঁচা অৰ্থত বিজ্ঞানসম্মত অৰ্থত কথাবোৰ ভাবিম। পঁচা খোলা ওলোৱা বেমাৰী দাঁত এটা উঠাবলৈ যোৱাৰ আগতে দাঁতটো উঠোৱাৰ এটা সুস্থ পৰিবেশ তৈয়াৰ কৰি ল'ব লাগিব যেনে প্ৰথমে এন্টিবায়টিক দৰব খাব লাগিব এটা ক'ছৰ্, বিষ নোহোৱা কৰি ল'ব লাগিব। পেটৰ মেজৰ অপাৰেশ্যন এটা কৰিবলৈ যোৱাৰ আগতে ৰোগীজনৰ ব্লাডপ্ৰেচাৰ, তেজৰ গ্ৰুপ চাব লাগিব, তেজত চুগাৰ আছেনে নাই চাব লাগিব, অসহ্য বিষৰ পৰা উপশম দি ল'ব লাগিব, প্ৰয়োজন হ'লে তেজ দিব পৰাকৈ তেজ সাজু কৰি থ'ব লাগিব। তাৰ পাছতহে অস্ত্ৰোপচাৰ কৰিলে কামত আহিব নহ'লে ৰোগী মৰিও থাকিব পাৰে। আকৌ ধৰা হওক এখন হাবিত যেনিবা আমি এটা পুখুৰী খান্দিব খুজিছোঁ বা হাবি গুচাই এখন ফুলনি কৰিব খুজিছোঁ তেতিয়া প্ৰথমেই আমি হাবিবোৰ কাটি চাফা কৰি ল'ব লাগিব তাৰ পাছতহে পুখুৰী খন্দা বা ফুলনি কৰা সম্ভৱ হ'ব ঠিক তেনেকৈ অসমখন স্বাধীন কৰিবলৈ যোৱাৰ আগতে পৰিবেশটো তৈয়াৰ কৰি ল'ব লাগিব—তেহে আমাৰ উদ্দেশ্য সিদ্ধি হ'ব নচেৎ ঘাইসুঁতিত মিলি যোৱা অলেখ বিপ্লৱীৰ জন্ম হ'ব, মিলিটেৰীৰ গুলীৰ আগত বা ভুল বুজাবুজিৰে সতীৰ্থৰ হাতত প্ৰাণ দিবলগা অমিততেজা যৌৱনৰ অপচয় হ'ব। সেয়েহে আমি সদ্যহতে দেশত এটা প্ৰেছাৰ গ্ৰুপ তৈয়াৰ কৰিব খুজিছোঁ।

মানে কৰিলোৱেই। এই প্ৰেছাৰ গ্ৰুপটোৱে বিপ্লৱৰ বাবে পৰিবেশ তৈয়াৰ কৰিব। আমি কাৰোবাৰ নামটোকে গণশত্ৰু হিচাপে চিহ্নিত কৰি পানীত নোকোবাওঁ। আমি বেঙেনা চোৰক মাৰি হাতী চোৰক লাল চালাম নজনাওঁ। আমি প্ৰকৃত গণশত্ৰুক তেওঁৰ কৰ্মৰ যোগেদি চিনাক্ত কৰিম। আমাৰ বাবে কংগ্ৰেছ আই গণশত্ৰু আৰু গণ পৰিষদ পৰম মিত্ৰ—; নহয়, কদাপিও নহয়। কংগ্ৰেছ, জনতা, গণ পৰিষদ, বিজেপি, চিপিআই যিয়েই নহওঁক সিহঁতৰ কাৰ্যৰ পৰা সিহঁতক আমি গণশত্ৰু আৰু সিহঁতৰ ডিগ্ৰী নিৰ্ণয় কৰিম। সেইবাবে আমি সেই সংকল্প লৈ আগবাঢ়িছোঁ। আমি "জইন ইন প্ৰেছাৰ গ্ৰুপ" বুলি আবেগিক শ্ল'গান নিদিওঁ। মাও চে তুঙৰ সেই শিক্ষাক আমি কামত লগাম বা লগাইছোঁ যে বিপ্লৱীবোৰ হ'ল মাছ আৰু জনতা হ'ল পানী। আণ্ডাৰ গ্ৰাউণ্ড মানে মাটিৰ তলত থকা বা কলিকতা, বোম্বাইৰ বিলাসী হোটেলত থকাটোকে নুবুজায়। লেনিন হেনো দহদিনমান চৰকাৰী সৈনিকৰ মাজতেই আণ্ডাৰ গ্ৰাউণ্ড হৈ আছিল।

আমি এটা প্ৰেছাৰ গ্ৰুপ হৈ জনতাৰ মাজতে বুৰ মাৰি থাকিম আৰু জনতাই হ'ব আমাৰ ৰাজহাড়।

তাৰ প্ৰমাণ লাগেনে? দুদিনৰ মুৰত অতন্দ্ৰ প্ৰহৰীৰ মাজতে আমি নগৰখনৰ দুটা প্ৰধান চাৰিআলিৰ পুলিচ পইণ্টৰ পকা ভেটিটোতে প্ৰভাত গগৈ আৰু বেৰকান্ত বৰবৰুৱাৰ মৃতদেহ দুটাত ফটা জোতাৰ মালা পিন্ধাই শুৱাই থৈ আহিলো দেখোন। কিয় কোনেও ধৰিব নোৱাৰিলে। তাতোকৈ আচৰিত কাম কৰিলোঁ,— আমি প্ৰভাত গগৈ আৰু বেৰকান্ত বৰবৰুৱাৰ ঘৰত মৃতকৰ খা-খবৰ কৰি সমবেদনাও জনাই আহিলোঁ, ক'তা পুলিচতো বাদেই, মিলিটেৰীতো বাদেই ঘৰৰ মানুহেও ধৰিব নোৱাৰিলে দেখোন।

ঠিকেই কোষ্ঠকাঠিন্যতাৰ বাবেই অসহ্য মুৰৰ বিষ হৈছে,

কোষ্ঠ্যকাঠিন্যতাটো দূৰ কৰিব পাৰিলেই মূৰৰ বিষ নোহোৱা হ'ব। কিন্তু সেইটো অলপ দীঘলীয়া কাৰবাৰ হ'ব বাবেই প্ৰথমে ৰোগীক এটা মূৰৰ বিষ উপশম কৰা টেবলেট্ খুৱাই ল'ব লাগিব। ঠিক তেনেকৈ দেশখনৰ পৰা অন্যায়কাৰী শাসক-শোষকৰ শ্ৰেণীটো মষিমূৰ কৰিব পাৰিলেই দেশৰ অন্যায়-অশান্তি দূৰ হ'ব। কিন্তু তাকে কৰিবলৈ যাওঁতে মূৰৰ বিষৰ সকাহ দিয়াদি দেশৰ ৰায়তক কিছু সকাহ দি ল'ব লাগিব। সেইবাবেই আমি আগবাঢ়িছোঁ।

আমি এখন তালিকা তৈয়াৰ কৰি লৈছোঁ। সেই তালিকামতে আমি এটা এটাকৈ আনি প্ৰভাত গগৈ বা বেৰকান্ত বৰবৰুৱা কৰি পেলাম। ইয়াৰ পাছত আমাৰ লক্ষ্য হ'ল জিলাখনৰ আটাইতকৈ অন্যায়কাৰী, ঘোচখোৰ, লম্পট, জুৱাৰী উপায়ুক্তটো। তাক আমি আনিম।

আমি নিজৰ জীৱিকা নিজেই উলিয়াই ল'ম। সেইবাবেই মই ট্ৰেক্টৰ এখন ল'বৰ বাবে বেংকৰ পৰা ঋণ বিচাৰিছোঁ, অনুজে এখন দোকান দিব, ব্ৰজেনে কুঁহিয়াৰ খেতি কৰিব। আতংকিত হৈ কোনোবাই দিয়া পইচাৰে আমি ভাত নাখাওঁ।

আমিতো হত্যাকাৰী নাছিলোঁ। কোনে আমাক হত্যাকাৰী সজালে? গান্ধীজীয়েই নহয়নে? একশ্ৰেণী সুবিধাভোগীৰ কাৰণে গান্ধীয়েই এই স্বৰাজটো ভিক্ষা কৰি আনি সিহঁতৰ ৰামৰাজ্য পাতি নিদিলেনে? তেনেহ'লে আমাৰ দুহাতত আচলতে ক'বলৈ গ'লে গান্ধীয়েহে অৰ্থাৎ মহাত্মা গান্ধী বা মোহনদাস কৰমচাঁদ গান্ধীয়েহে অস্ত্ৰ তুলি দিলে।

সেয়েহে আমি সেই সুবিধাবাদী চতুৰ কবিৰ ভাষাৰ কবিতা শুলোটাই আমাৰ ভাষাৰে ৰচি আমি গাই যাম :

"চৰাইৰ মাতত ৰাতি পুৱায়নে?
ওঁহো নুপুৱায়,
ৰাতি পুৱায় বন্দুকৰ শব্দতহে
য'ৰ নলৰ জুয়ে পুৰি পেলায়
ৰাতিৰ অন্ধকাৰ''॥

---